সোণামুৱাৰ সদৰামীন

স্বৰ্গীয় হৰকান্ত শৰ্ম্মা মজুন্দাৰ বৰুৱাৰ

লিখিত আত্মজীৱনী

# সদৰামীনৰ আত্মজীৱনী

**SADR-AMI-NOR-ATMA-JI-BA-NI**

( অসম প্ৰকাশন বোৰ্ডৰ অৰ্থ সাহায্যেৰে )




শ্ৰীকুমুদচন্দ্ৰ বৰদলৈ বি এ বি টি

অসম চৰকাৰৰ ইংৰাজী উচ্চ বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক,

প্ৰাক্তন স্কাউট মাষ্টাৰ, জুনিয়ৰ ৰেড্ ক্ৰশ কাউন্সেলৰ

ইত্যাদি, ইত্যাদি দ্বাৰা সম্পাদিত—প্ৰকাশিত।

# উছৰ্গা

বৈকুণ্ঠগত শ্ৰীশ্ৰীকুশদেৱ
গোস্বামী
আউনীআটীয় সত্ৰাধিকাৰ
প্ৰভুৰ
পৱিত্ৰ নামত,
**"সদৰামীনৰ আত্মজীৱনী"**
—লিখক—
সোণামুৱাৰ সদৰামীন,
**স্বৰ্গীয় হৰকান্ত শৰ্ম্মা মজুন্দাৰ বৰুৱা,**
শৰণাগত শিষ্যৰ—
অন্তৰৰ ভাৱ লৈ
শ্ৰদ্ধাৰে—
শ্ৰীকুমুদচন্দ্ৰ বৰদলৈৰ
দ্বাৰা
অৰ্পিত হ'ল।

ইতি—

উত্তৰ গুৱাহাটী,
১৯৬০ খৃঃ

শ্ৰীকুমুদচন্দ্ৰ বৰদলৈ

# FOREWORD

BY DR SURYYA KUMAR BHUYAN LATE M P M A B L (CAL) PH D (LOND) D LIT (LOND) LATELY VICE CHANCELLOR, GAUHATI UNIVERSITY

As the title implies *Sadar aminar Atmajivani is an autobiography* in Assamese written by Harakanta Sarma Barua Sadar amin Born in the year 1815 Harakanta first joined service under the East India Company in 1835 as a copyist in the Collector's office at Gauhati on rupees twenty a month By dint of his industry loyalty and high integrity he rose to be a Deputy Collector on a pay of rupees four hundred a month He retired from Government service about the year 1877, and died at North Gauhati in the early years of the present century His profound learning and his intimate knowledge of Assam history and current affairs and his spirit of public service and helpfullness endeared him to all who came in contact with him and created a halo of veneration and eminence round his name which is remembered till this day

'Harakanta", as we had said before "was a spectator of the last phase of Ahom supremacy as well as of the foundation and consolidation of British power in Assam Before his eyes the fair valley of the Brahmaputra was devastated by the blood-thirsty hordes of Mingimaha Bandula The invaders were ousted by the powerful hand of the British and a peaceful state of affairs was established in the country through the administrative genius of David Scott and Major-General Francis Jenkins The administration of India was transferred from the hands of the East India Company to the Crown and Assam long tagged on to Bengal was ultimately placed under the control of a Chief Commissioner Harakanta saw all these changes He came in contact with men of the older regime as well as of the new, and was thus a most competent authority

on the order which had passed away and the one which had come as a sequel" *

Harakanta was a descendant of the famous Sonamua Daivajna family several members of which had held the office of Majindar Barua under the Ahom sovereigns The office was equivalent to the king's private secretary and lord chamberlain The Majindar Barua was the usual intermediary between the Swargadeo and the Dangarias or cabinet ministers and he had to supervise the reception of diplomatic visitors to the Ahom court and arrange for the despatch of epistles and presents to foreign powers As such the office was conferred on men of great ability and judgement Harakanta inherited from his ancestors their intelligence their acquisitive spirit, nad their capacity for successful handling of individuals and affairs

The autobiography of such a man of distinction experience and learning is bound to be a highly revealing document He has recorded here all the important events occurring in his family—births marriages and deaths and has also made references to similar events in respect of his acquaintances far and near The autobiographer's introductory chapter provides a general summary of the events connected with the Burmese invasions of Assam and the vicissitudes of the author's family who had taken shelter in Bengal to escape from the confusion and anarchy then prevailing in Assam The autobiography is in the form of a year to year diary starting from 1834 35 and ending in 1889 90 He prefaces each year's account with the names of the British officers in charge of Assam and Kamrup by which process he maintains the accuracy of his narrative The he goes on to indicate date by date the events in his family, and the important fiscal and judicial measures introduced by the new administrators in the implementation of which he himself played an important part He has also recorded the details of his contacts with such notable personages as General Jenkins A J Moffatt Mills Ghanakanta Singha Juvaraj Kesabkanta Singha Juvaraj Kandarpeswar Singha Baloram Phukan and Dinonath Bezbarua and gives a short account of the repercussions of the Sepoy Mutiny in Assam He even records the death of the great Sanskrit scholar Anundoram Borooah in Calcutta on Magh 7, 1810 *saka* January 19 1889 A D

* *Assam Buranji* by Harakanta Barua Sadar amin edited by S K Bhuyan D H A S Gauhati 1930, *Preface* pp ii iii

Harakanta Barua's autobiography thus serves the purpose of a realistic and intimate history of Assam of the nineteenth century and future scholars will have to turn to it again and again when they take up the work of compiling a critical and scientific reconstruction of the period

It was also said on a previous occasion —"I would ask my countrymen to imagine the happiness they would have derived by a perusal of the autobiographies of Kumar Bhaskaravarman Momai-tamuli Barbarua Purnananda Buragohain and Maniram Dewan if these luminaries had condescended to bequeath such records to posterity" ** Now, we have before us the diary and autobiography of Harakanta Barua an eminent Assamese scholar and observer, patriot and man of affairs who like the famous Samuel Pepys has transmitted for the enlightenment of the future ages all that is significant in a momentous period of his country s history which witnessed the changing of the old order and its yielding place to the new

The book has been edited with enthusiasm and devotion by Sriman Kumud Chandra Bardoloi great grandson of Harakanta Barua He obtained the manuscript from his uncle the late Srijut Bidyakanta Barua The latter s son the late Sriman Pramod Kanta Barua had made over to me the manuscript of Harakanta Barua s *Assam Buranji* or a history of Assam which was published in 1930 by the Assam Government Department of Historical and Antiquarian Studies A brief account of the Sonamua Daivajna family compiled by Harakanta Barua has been inserted at the end of his *Assam Buranji*

The editor Sriman Kumud Chandra Bardoloi has taken great pains in bringing out this autobiography of his distinguished ancestor He has prefixed a short sketch of Harakanta Baruas s life compiled with the help of the information gathered from the autobiography and obtained from the surviving members of the family The glossary of official terms and exhaustive index compiled by the editor have added to the value of the publication

Lastly we hope that a critical and exhaustive biography of Harakanta Barua will soon be compiled The present book will no

** S K Bhuyan *Studies in the Literature of Assam* Lawyers Book Stall Gauhati 1956 p 121

doubt serve as the basic material which will have to be replenished by information derived from other sources And, for this work the present editor Sriman Kumud Chandra Bardoloi appears to be the best equipped

Company Bagan Road
Gauhati Assam
The 18th December 1960

SURYYA KUMAR BHUYAN

The undersigned is grateful to Dr Bhuyan for the Foreword to SADARAMINAR ATMAJIBANI which he has so kindly written at the expense of his very valuable time

North Gauhati Assam
18 12 60

KUMUD CHANDRA BARDALOI
*Editor and Publisher*

SADARAMINAR ATMAJIBANI

*to be had of—*

(1) SRI KUMUD CHANDRA BARDALOI B A B T
P O & T O NORTH GAUHATI ASSAM
(2) LAWYER'S BOOK STALL GAUHATI, ASSAM
(3) PUBLICATION BOARD ASSAM, GAUHATI, ASSAM

# ভূমিকা

ঊনবিংশ শতিকাৰ দ্বিতীয়ার্দ্ধৰ অসমৰ এজন বিখ্যাত পুৰুষ সদৰ আমীন হৰকান্ত মজুন্দাৰ বৰুৱাই লিখি থৈ যোৱা আত্মজীৱনীখন তেখেতৰ মৃত্যুৰ প্ৰায় তিনি কুৰি বছৰৰ পিছত প্ৰকাশন পৰিষদৰ অৰ্থ-সাহায্যত প্ৰকাশ হৈছে। সদৰ আমীনৰ আজু নাতিয়েক শ্ৰীকুমুদচন্দ্ৰ বৰদলৈ দেৱে অশেষ পৰিশ্ৰম কৰি এই আত্মজীৱনীখন সম্পাদন কৰি উলিয়াইছে।

অসমীয়া ভাষাত লেখত লব পৰা জীৱনী সাহিত্যৰ সংখ্যা তাকৰ, আত্মজীৱনীৰ সংখ্যা তাতোকৈ কম। একোজনা কৃতীপুৰুষৰ আত্মজীৱনী তেওঁৰ সময়ৰ সমাজৰ মানদণ্ডস্বৰূপ, ভাব-চিন্তা, ৰীতি-নীতিৰ মূৰ্ত্তিমান আলেখ্যৰ নিচিনা। মুঠতে নিজক কেন্দ্ৰ কৰি বা উপলক্ষ্যৰূপে লৈ আত্মজীৱনী লিখোঁতেই সমসাময়িক ৰাজনীতি, অৰ্থনীতি, শিক্ষা-দীক্ষা, সামাজিক সবলতা-দুৰ্ব্বলতাৰ একোটা মন্ময়াত্মক বিশ্লেষণ দাঙি ধৰিবৰ চেষ্টা কৰে। তন্ময়াত্মক বৰ্ণনা আৰু বিশ্লেষণতকৈ এনেধৰণৰ আলোচনা আৰু বিশ্লেষণ অধিক মনোগ্ৰাহী, অন্তৰঙ্গ আৰু নিৰ্ভৰযোগ্য। সেই গুণে একোজনা পুৰুষৰ একোখন সুলিখিত আত্মজীৱনীয়ে চিন্তাৰাজ্যত যুগান্তৰৰ সৃষ্টি কৰি কালজয়ী হৈ থাকে। সদৰ আমীনৰ আত্মজীৱনীখনৰ-পৰাও সেই সময়ৰ শাসন ব্যৱস্থা আৰু সামাজিক ৰীতি-নীতিৰ লগতে ভাষাৰ গঢ়ৰো কিছু সম্ভেদ পোৱা যাব। ইয়াৰ আগতে প্ৰকাশ হোৱা সদৰ আমীনৰ অসম বুৰঞ্জীখনেও অনেক বিষয় পোহৰলৈ আনিছে।

আত্মজীৱনীত সদৰ আমীনে জন্মৰপৰা (১৮১৫ খৃঃ) ১৮৮৯ খৃষ্টাব্দলৈকে এটা বিবৰণ দিছে। আত্মজীৱনীখন সম্ভৱ চৰকাৰি চাকৰিৰপৰা অৱসৰ লোৱাৰ পিছত লিখিছিল আৰু পিছত বছৰি বছৰি যোগ কৰি গৈছিল। প্ৰথম জীৱনৰ কথাখিনি সুঁৱৰি লিখা আৰু চাকৰি জীৱনৰ কথাখিনি দিনলিপিৰপৰা লিখা বুলি অনুমান কৰিব পাৰি।

প্ৰথমৰ এছোৱা বাদ দিলে বাকী গোটেইখন আত্মজীবনী বৰ্ষলিপিৰ আৰ্হিত লিখা। সদৰ আমীনে একো বছৰৰ ঘটনা এনেকৈ আৰম্ভ কৰিছে—“অতঃপৰ ১৭৫৬ শক ও বাঙ্গালা ১২৪১ সন প্ৰবেশ হ'ল,

ও ইংৰেজী ১৮৩৪।৩৫ সন হ'ল। জিনিকিঞ্চন কমিচনৰ ও বগল সাহেব কলেক্টৰ আছিল।"

সদৰ আমীনৰ জন্ম হয় ১৮১৫ খৃষ্টাব্দত উজনিৰ যোৰহাটত। স্বাধীন অসমৰ শেষ ৰাজধানীত জন্মগ্ৰহণ কৰিলেও সদৰ আমীনে স্বাধীনতাৰ বা-বতাহ বেছি দিন উপভোগ কৰিবলৈ নাপালে। অন্যান্য বহুত সম্ভ্ৰান্ত অসমীয়া লোকৰ লগতে হৰকান্তৰ পিতৃ ৰাধাকান্ত পলাই গৈ ৰঙ্গপুৰৰ চিলামাৰিত আশ্ৰয় লৈ থাকে আৰু ইংৰাজে দেশ লোৱাৰ পিছত ঘূৰি আহি হাজোত থিতাপি লয়। এই ছোৱা কালতে হৰকান্তৰ বাল্য আৰু কৈশোৰ অতিবাহিত হয়। তাৰ পিছতহে উত্তৰ গুৱাহাটীলৈ আহি বসতি কৰে।

বৃটিছ ৰাজত্বৰ আৰম্ভণিতে ১৮৩৬ খৃষ্টাব্দত গুৱাহাটীৰ কাছাৰীত নকল-নবিচৰূপে কামত সোমাই চল্লিশ বছৰ বিভিন্ন ঠাইত বিভিন্ন দায়িত্ব বহন কৰি ১৮৭৬ খৃঃত সদৰ আমীনে ডেপুটি ম্যাজিষ্ট্ৰেট্ পদৰপৰা অৱসৰ লয়। তেখেতৰ দীঘলীয়া কৰ্ম্মজীৱনত, সদৰ আমীনে ইংৰাজ ৰাজত্বই দকৈ শিপা মেলাৰ প্ৰত্যক্ষ অভিজ্ঞতা লাভ কৰিছিল, সেই অভিজ্ঞতাৰ চিন আত্মজীৱনীত আছে।

তেওঁ এফালে যেনেকৈ বিশ্বস্ত চৰকাৰী কৰ্ম্মচাৰী আছিল, আনহাতে যুৱৰাজ ঘনকান্তৰো অনুৰক্ত আছিল। সেইবাবে তেওঁ যুৱৰাজৰ পত্নী পদ্মৰেখাৰ সৈতে কমিচনৰ জেনকিঞ্চন চাহাবৰ মেমৰ দেখা-সাক্ষাতৰ আযোজনৰ দ্বাৰা যুৱৰাজৰ প্ৰতি ইংৰাজ চৰকাৰৰ সহানুভূতি লাভৰ চেষ্টা কৰিছিল। দেখা-সাক্ষাতৰ আযোজন আৰু বিৱৰণ উল্লেখযোগ্য।

সেইদৰে লেঃ গবৰ্ণৰৰ গুৱাহাটীৰ সভাৰ আৰু শিৱসাগৰৰ সভাৰ বিৱৰণো সামাজিক ৰীতি-নীতিৰ ফালৰপৰা উল্লেখযোগ্য।

সদৰ আমীন হৰকান্ত মজুন্দাৰ বৰুৱাৰ আত্মজীৱনী খনে বহুত নজনা আৰু পাহৰি যাবলৈ ধৰা কথা সোঁৱৰাই দিব বুলি আশা কৰোঁ।

১৪ নবেম্বৰ ১৯৬০ — শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

গুৱাহাটী — সচিব, প্ৰকাশন পৰিষদ

# সদৰামীনৰ আত্মজীৱনী

## পাতনি

মোৰ স্বৰ্গগতা মাতৃ ইন্দুমতী দেৱীৰ মুখে তেখেতৰ পিতৃ সম্বন্ধে „মূৰদেউতাক” স্বৰ্গীয় হৰকান্ত শৰ্ম্মা সোণামুৱা মজুমদাৰ বৰুৱা সদৰামীনৰ বিষয়ে শুনি শুনি, আৰু সদৰামীনে কেইবাখনো নিজে লিখা পুথি এৰি থৈ যোৱা বুলি ৺মাতৃৱে কোৱাত, সদৰামীনৰ প্ৰতি শ্ৰদ্ধা বঢ়াৰ লগে লগে, তেখেতৰ পুথি সংগ্ৰহ কৰিবলৈ মোৰ আগ্ৰহ হয়। মোৰ আগ্ৰহৰ কথা শুনিয়েই বোধকৰোঁ, মোক এজন আপোন লোকে, সদৰামীনৰ আত্মজীৱনী বিষয়ক দুখনি হাতে লিখা পুথি দিয়ে। এখনি সৰু, আনখনি ডাঙৰ। ডাঙৰখনিকে, সৰুখনিৰ পৰা আৱশ্যক মতে কেইটামান পাত লৈ, সম্পাদিত কৰি ‘সদৰামীনৰ আত্মজীৱনী’ নামে প্ৰকাশিত কৰা হ’ল। সৰুখনি জেপৰ টোকা বহীৰ সমান। পৃষ্ঠা সংখ্যা ১ৰ পৰা ১০৪ লৈ আছে। ১৭৩৭ শকত ৺হৰকান্ত বৰুৱাৰ জন্মৰ পৰা মহাৰাণী ভিক্টোৰিয়াৰ পুত্ৰ ১৭৯৮ শকত কলিকতালৈ অহা আৰু সেই শকৰে ১৫ পুহত আউনীআটীয় ৺শ্ৰীশ্ৰীধৰ্ম্মেশ্বৰ ডেকা অধিকাৰ গোস্বামী, গুৱাহাটী অশ্বক্ৰান্তৰ পৰা গয়া তীৰ্থ অভিমুখে যোৱালৈকে আছে। আখৰ কঁপা, অস্থিৰ হাতৰ আৰু অস্পষ্ট। ডাঙৰ খনিৰ আখৰ, স্পষ্ট, সুন্দৰ, আৰু সুস্থিৰ হাতেৰে লিখা। পৃষ্ঠা সংখ্যা, ৩১০ লৈকে আছে কিন্তু পৃষ্ঠা ১ৰ পৰা ৮ লৈ, ১১৩ৰ পৰা ১১৬ লৈ, আৰু ২২৯ৰ পৰা ২৪৪ লৈ পোৱা নহ’ল। ঢিলাকৈ বন্ধাৰ কাৰণে হেৰোৱা অনুমান হয়। ১৭৪ আৰু ১৭৫ পৃষ্ঠাত আঁচ মৰা আছে, কিন্তু একো লিখা নাই। বোধকৰোঁ জাপি থোৱাতে থাকিল, লিখিবলৈ পাহৰিলে। ৯ পৃষ্ঠাত নকুচিত, কানুৰাম শৰ্ম্মা বৰদেউৰীৰ ঘৰত শব্দ আৰু সন্ধি পঢ়াৰ পৰা,—১৮১১ শকত কেম্বল চাহাবে চাৰ্জ্জ লোৱা, ৺কেশৱকান্ত যুৱৰাজৰ ঘৰ পোৱা

আদি কথা কৈ, সদৰামীনৰ দ্বিতীয় পুত্ৰৰ কাৰণে উজনিৰ "বাপুটি"ৰ ছোৱালী ধৰা কথাৰে ৩১ চ'তত শেষ হৈছে। ডাঙৰখনি পুথি ১৮১২ শকত, আৰু সৰুখনি প্ৰায় ১৮২০ শক, ইংৰেজী ১৮৯৮ চনত, মৃত্যুৰ তিনি কি চাৰি বছৰ পূৰ্ব্বে লিখা বুলি ধৰিব পাৰি। অসুস্থতা আৰু বৃদ্ধত্ব হেতুকে পুথিখন কঁপা হাতেৰে লিখি শেষ কৰিব নোৱাৰিলে। আখৰৰ গঢ় আৰু লিখন-ভঙ্গী অসমীয়া পুৰণি সাঁচি-পতীয়া পুথিৰ দৰে, কিন্তু দুয়োখনি পুথি তুলাপাতত লিখা। মূল ডাঙৰখনি পুথিৰ ৪৯ পৃষ্ঠাৰ আলোকচিত্ৰ ইয়াৰ লগতে দিয়া হল।

সম্পাদনাত, পুথিখনিৰ ভাষাৰ কোনো পৰিবৰ্ত্তন নকৰি, আধুনিক অসমীয়া বৰ্ণবিন্যাসৰ লগত পৰা পক্ষত মিল ৰাখি, ইকাৰ, উকাৰ, ণত্ব, ষত্ব, ট ত, ড দ, ঢ ধ, চ ছ, আৰু ড ঢ ৰ, শুধৰাই দিয়া হৈছে কিন্তু য'ত শুধৰণীত উচ্চাৰণৰ ব্যতিক্ৰমৰ সম্ভাবনা, তেনে ঠাইত মূল পুথিৰ বৰ্ণবিন্যাসকে ৰখা হৈছে। যেনে :—ফোকন, বুডা গোঁহাঞীৰ সলনি, ফুকন, বুঢ়া গোহাঁই কৰা হোৱা নাই। 'ওা'ৰ ঠাইত 'ৱা' কৰা হৈছে, কাৰণ উচ্চাৰণ একে থাকে। ভাষাৰ গঢ়ৰ লগত মিলাই, বঙ্গলা সন, সাহেব, তেনেদৰে ৰখা হ'ল। কিন্তু ঠাইৰ নাম, ডেপুটী কমিসনৰ, সীবপুৰ, চিলিং বা চিলঙ, লেপণ্টণ্ট্ গবর্ণৰৰ সলনি ডিপুটী কমিচনৰ, শিৱপুৰ, শিলং আৰু লেফ্টেনাণ্ট্ গৱৰ্ণৰ কৰা হৈছে। সীব কমিসনৰৰ ঠাইত চীফ্ কমিচনৰ লিখা গ'ল।

মূল পুথি 'আত্মজীৱনী' দুই খণ্ডত বিভক্ত। অধ্যয়ন আৰু উল্লেখৰ সুবিধাৰ্থে সম্পাদিত পুথিত অধ্যায়, পৰিচ্ছেদ, স্তবক আদি ভাগ কৰি দেখুওৱা হৈছে। মূল পুথিত দীৰ্ঘ যতিৰ ব্যৱহাৰ আছে, তাৰ লগতে লঘু যতি আদি ঠাই বুজি দিয়া গ'ল। পুথিখনিত আমি বিস্তৃত সূচীপত্ৰ দিয়াৰ বাহিৰেও পুথিৰ ভিতৰত অধ্যায়, পৰিচ্ছেদৰ তলে তলে, সংক্ষিপ্তকৈ মূল বিষয়ৰ টোকা সন্নিবেশ কৰা গ'ল। পৰিশিষ্টত সময় অনুসাৰে ইংৰেজ বিষয়া সকলৰ ইংৰাজীত নাম, আৰবী পাৰ্চী আদি পুথিত ব্যৱহৃত অনা-অসমীয়া শব্দাৱলী আৰু

বিশেষ নামৰ নিৰ্ঘণ্ট বৰ্ণানুক্ৰমে সংযোজিত কৰা হৈছে। মূল পুথিৰ পৰা অলাগতিয়াল দুই এটা কথা বাদ দিয়া হৈছে। মুঠতে, 'সদৰামীনৰ আত্মজীৱনী' আমাৰ শক্তি সামৰ্থ্য অনুসৰি সুধীবৃন্দ সমন্বিতে ৰাইজৰ গ্ৰহণযোগ্য কৰিবলৈ যত্নৰ অলপো ক্ৰুটী কৰা হোৱা নাই। তথাপি ভুল-ভ্ৰান্তি দুই এটা থাকি গ'ল। আশা কৰোঁ গুণগ্ৰাহীসকলে 'আত্মজীৱনী'ৰ গুণখিনিহে গ্ৰহণ কৰিব।

'সদৰামীনৰ আত্মজীৱনী' খনি, পুৰণি অসমৰ সমাজ, সংস্কৃতি, ভা.া, সাহিত্য, অৰ্থনৈতিক পৰিস্থিতি আৰু ৰাজনৈতিক দৃষ্টিভঙ্গীৰ উৎকৃষ্ট নিদৰ্শন, উনৈশ শতিকাৰ এগৰাকী বিশিষ্ট লোকৰ জীৱনী আৰু সংশ্লিষ্ট ঘটনাৰ বুৰঞ্জী হিচাপেহে ৰাইজৰ হাতলৈ আগবঢ়োৱা হ'ল। ইয়াত কোনো লোকৰ প্ৰতি ধনিষ্ঠামানো আমাৰ ঈৰ্ষা ভাৱ নাই। তথাপি কোনো লোকৰ যদি কিবা আপত্তিজনক ভাৱ মনত উদয় হয় তাৰ বাবে আগতে খেমা খোজা হ'ল। আত্মজীৱনীত উল্লিখিত লোকসকলৰ বেছি ভাগ এই পুৰীত নাই। তেখেতসকল সিপুৰীত সুখে-শান্তিৰে থাকক আৰু এই পুৰীত থকা সকলো সুখে-শান্তিৰে কাল অতিবাহিত কৰক, আমি ইয়াকেহে কামনা কৰিলোঁ।

'সদৰামীনৰ আত্মজীৱনী' 'অসম প্ৰকাশন পৰ্ষদে' অনুগ্ৰহ কৰি, বিচাৰ কৰি নি, আমাক অৰ্থসাহায্য নকৰা হ'লে, আমি এতিয়াই পুথিখনি প্ৰকাশ কৰা টান হলহেঁতেন। প্ৰকাশন পৰ্ষদে উত্তৰোত্তৰ অসমীয়া নতুন পুৰণি, উপযুক্ত পুথি সমূহ প্ৰকাশিত কৰি আৰু প্ৰকাশত আৰ্থিক সাহায্য কৰি অসমীয়া ভাষা, কৃষ্টি, সাহিত্য, বুৰঞ্জী, জ্ঞান-বিজ্ঞান প্ৰকাশ আৰু প্ৰচাৰত সহায় হৈ দেশৰ উন্নতিত ব্ৰতী হওক আৰু জয়যুক্ত হওক, ইয়াকে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিলোঁ। লগতে পৰ্ষদলৈ আমাৰ কৃতজ্ঞতাও জনালোঁ।

'সদৰামীনৰ আত্মজীৱনী'ৰ মূল হাতে লিখা পুথি দুখনি দেখুৱাত শ্ৰদ্ধেয় ডাক্তৰ শ্ৰীসূৰ্য্যকুমাৰ ভূঞা এম-এ, বি-এল, পি-এইচ-ডি (ইত্যাদি) মহোদয়ে পুথি দুখনি ছপা কৰা সম্পৰ্কে মোক বহু

মূল্যবান উপদেশ দিছে। দৰাচলতে, তেখেতৰ সম্পাদিত ৺হৰকান্ত সদৰামীনৰ "অসম বুৰঞ্জী" খনৰ গচ গতি, মই বহুখিনি অনুকৰণ কৰিছোঁ, তাৰ কাৰণে, আৰু তেখেতৰ অসমৰ পুৰণি বুৰঞ্জী উদ্ধাৰ আদি বহু দেশহিতকৰ মহৎ কাৰ্য্যাৱলী স্মৰণ কৰি, তেখেতলৈ কৃতজ্ঞ অন্তৰৰ শলাগনী আৰবঢালোঁ। সুপৰিচিত সাহিত্যিক, বুৰঞ্জীবিদ, অসমৰ মুখ উজ্জ্বলকাৰী সকলৰ এজন, শ্ৰদ্ধেয় শ্ৰীবেণুধৰ শৰ্ম্মাদেৱে 'সদৰামীনৰ আত্মজীৱনী' প্ৰকাশত মোক, কাৰ্য্যতঃ কেইটামান কথাত বিশেষ সহায় কৰিছে। প্ৰকাশন পৰ্ষদৰ সচিব, সাহিত্যিক, পণ্ডিত বিশ্বনাৰায়ণ শাস্ত্ৰী এম-এ দেৱে, সময়ে সময়ে উপদেশ আৰু কাৰ্য্যেৰে সহায় কৰিছে। এই দুই জনালৈকো মোৰ শলাগনী যাচিলোঁ।

পুথিখনিৰ সম্পাদনাত কেতবোৰ আৰবী আদি অনা-অসমীয়া শব্দৰ অৰ্থ কৰাত, গুৱাহাটী কলেজিয়েট স্কুলৰ শিক্ষক শ্ৰীমহিউদ্দীন আহমদ্ আৰু শ্ৰীখেইৰুল হুচেইন, বন্ধু দুজনে সহায় কৰিছে। উত্তৰ গুৱাহাটী কমলদেৱ হাইস্কুলৰ প্ৰধান শিক্ষক শ্ৰীকামিনীকুমাৰ বৰুৱা এম-এ, এল-এল-বি, মোৰ ডেকা বন্ধুজনে, সেই স্কুলৰে ডেকা শিক্ষক শ্ৰীবদৰুদ্দীন আলিৰ হতুৱাই এই বিষয়ে সহায় কৰিছে। মোৰ লৰা কালৰে বন্ধু, অসমৰ পুৰণি বুৰঞ্জীৰ খবৰ ৰাখোঁতা শ্ৰীৰমেশ চন্দ্ৰ বৰকাকতী আৰু কলেজিয়েট স্কুলৰ কিছুদিন আগৰ প্ৰধান শিক্ষক শ্ৰীসুশীলকুমাৰ লাহিড়ী বি-এচ চি, বি-টি বন্ধুজনে আৱশ্যকীয় কিতাপ-পত্ৰ দি মোক সহায় কৰিছে আৰু কিতাপ পত্ৰ বিচাৰা কাৰ্য্যত, সেই স্কুলৰ অফিচৰে প্ৰধান কেৰাণী শ্ৰীকুল বৰুৱাই মোক সহায় কৰিছে। এওঁ সকলো মোৰ শলাগৰ পাত্ৰ।

পুস্তকখনিৰ লিখক ৺হৰকান্ত সদৰামীনৰ বংশ-পৰিচয় দিয়াত, সাহিত্যিক, সঙ্গীতজ্ঞ 'বাসন্তীৰ অভিষেক' আদি ৰচোঁতা স্বৰ্গীয় পণ্ডিত কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈৰ সঙ্কলিত 'সন্দীপিকা'ৰ পৰা সহায় লৈছোঁ। তেখেতৰ স্বৰ্গত আত্মাৰ প্ৰতি মোৰ শ্ৰদ্ধা নিবেদন কৰিলোঁ। বৰ্ত্তমান 'সন্দীপিকা' দুষ্প্ৰাপ্য গ্ৰন্থ। সোণামুৱা মজুন্দাৰ বৰুৱা বংশৰে

এটা ডালৰ, বয়োবৃদ্ধ শ্ৰীনবকান্ত শৰ্ম্মা বৰুৱা আৰু শ্ৰীসূৰ্য্যকান্ত শৰ্ম্মা বৰুৱাৰ পৰা পুথিখনি মাজে সময়ে চাবলৈ পাই উপকৃত হৈছোঁ, তাৰ বাবে দুয়োজনাকে ধন্যবাদ দিলোঁ। মোৰ ৺মাতৃৰ সহোদৰা ভগ্নীৰ পুত্ৰ মৰমৰ শ্ৰীমান দেবেন্দ্ৰকুমাৰ শৰ্ম্মা বৰদলৈ বি এ, বি-এল উকীল ভাইটিয়ে, অনা-অসমীয়া শব্দ কেইটামানৰ অৰ্থৰ সন্ধান দি মোক উপকাৰ কৰিছে। তেওঁকো ধন্যবাদ দিলো। ডাক্তৰ ভূঞাৰ Anglo-Assamese Relations, 'গেইট' চাহাবৰ A History of Assam-ৰ পৰা আৰু 'হেমকোষ'ৰ পৰিশিষ্টৰ পৰাও সহায় লোৱা হৈছে। 'আত্মজীৱনী'খনিৰ সম্পাদনাত, শব্দাৱলীৰ বৰ্ণ-বিন্যাসত, আগৰ পৰা গুৰিলৈ 'হেমকোষ'কে অনুসৰণ কৰিছোঁ। সংশ্লিষ্ট পুথিসমূহৰ লিখক, সম্পাদক আৰু প্ৰকাশক সকলৈ মোৰ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

মহাপুৰুষ শঙ্কৰদেৱ আৰু শঙ্কৰী যুগৰ কলা-কৃষ্টি, সাহিত্য, ধৰ্ম্ম আৰু দৰ্শনৰ স্বীকৃত পণ্ডিত সকলৰে দুজন, ডাক্তৰ মহেশ্বৰ নেওগ এম-এ, ডি-ফিল, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া সাহিত্যৰ অধ্যাপক, আৰু বৰ্ত্তমান ভাটীৰ 'বৃন্দাবন বিশ্ববিদ্যালয়'ৰ শঙ্কৰী সাহিত্যাদিৰ গুৰি ধৰোঁতা শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু এম-এ, বি-এল দেৱে, মোক পুথিখনি ছপোৱাত বহুখিনি উৎসাহ আৰু উদগণি দিছে। মোৰ ভাতৃস্থানীয় এই দুজনলৈ মোৰ মৰম আৰু শলাগ দিলোঁ।

সৰ্ব্বশেষত কলিকতাৰ নবজীৱন প্ৰেছৰ গৰাকী আৰু চলাওঁতা শ্ৰীকালীচৰণ পাল মহাশয়ে 'সদৰামীনৰ আত্মজীৱনী'ৰ ছপা কাৰ্য্যত এজন যথাৰ্থ বন্ধুৰ কাম কৰিছে। তেখেতৰ প্ৰেছৰ উন্নতি কামনা কৰি তেখেতকো মোৰ আন্তৰিক ধন্যবাদ দিলো। ইতি—

উত্তৰ গুৱাহাটী
৩০।৮।৬০

শ্ৰীকুমুদচন্দ্ৰ বৰদলৈ

# স্মৃতি-তৰ্পণ

সদৰামীনৰ আত্মজীৱনীৰ সন্দৰ্ভত, গৌৰবৰ্ণ, খীণ, ককিলাসজীয়া, আধাপকা দীঘল ডাটি গোঁফ চুলিৰে ঋষি যেন, বৃদ্ধ কিন্তু লাখুটিৰ দৰে পোন, হাঁহি মুখেৰে এজন ধুনীয়া পুৰুষলৈ মনত পৰে। মাজে সময়ে তেওঁ আমাৰ ঘৰত দুই এনিশাৰ আলহী হৈ, আমাক খুহুতীয়া কথাৰে ইন্দুৱাইছিল। পুৰণি অসমৰ কথা কৈ আমাক আচৰিতো কৰিছিল। এদিন যাবৰ সময়ত, তেওঁ মোক টোপোলা এটা দি কলে "কুমুদ, হ, এইখিনি তোক দিলোঁ, যি ভাল হয় কৰিবি।" তেওঁ গ ল। তেওঁক আৰু দেখা নহল। চিৰ বিদায় ললে।

হৰকান্ত সদৰামীনৰ কনিষ্ঠ ভ্ৰাতৃৰ নাম গৌৰকান্ত বৰুৱা। তেওঁ এসময়ত হাজোৰ ৺মাধৱ দেৱালয়ৰ 'সেৱা-চলোৱা' আৰু হাজো পৰগণাৰ মৌজাদাৰ আছিল। গৌৰকান্তৰ পুতেক আছিল চন্দ্ৰকান্ত বৰুৱা মৌজাদাৰ। তেওঁ এজন সুললিত-কণ্ঠী নামতিও আছিল। অতি বৃদ্ধকালতো মুকুতাৰ পান্তি যেন দাঁতেৰে গৌৰবৰ্ণ কান্তিময় এইজন ককা-দেউতাৰ মুখৰ,—"অনন্ত ব্ৰহ্মাণ্ডপতি, ক্ষুদ্ৰ ব্ৰহ্মাণ্ডত, নন্দৰ ঘৰে, আসি কৃষ্ণ, ভৈলন্ত বেকত।" আদি—৺শ্ৰীশ্ৰীকৃষ্ণ জন্মাষ্টমীৰ নামৰ মধুৰ ধ্বনি এতিয়াও শুনি থকা যেন লাগে। চন্দ্ৰকান্ত বৰুৱাৰে দ্বিতীয়জনা পুত্ৰ আছিল, বিদ্যাকান্ত বৰুৱা। তেওঁক আমি 'মামা' বুলিছিলোঁ। আমাৰ মাতৃ ৺ইন্দুমতীয়ে মাতিছিল 'ককাইদেউ' বুলি। হৰকান্ত বৰুৱা সদৰামীনৰ দ্বিতীয়জন পুত্ৰ আছিল বিখ্যাত চিত্ৰশিল্পী, চেতাৰ বাদ্যবিশাৰদ ৰত্নকান্ত বৰুৱা তহচীলদাৰ। তেখেতৰ দ্বিতীয় গৰাকী ভাৰ্য্যা, উজান মাজুলী আউনীআটী সত্ৰৰ ওচৰৰ ছোৱালী ৺ঘনকান্তী দেবীৰ বৰ জী আছিল ৺ইন্দুমতী। এই সম্বন্ধত বিদ্যাকান্ত বৰুৱা আমাৰ 'মামা' আৰু ৺মাতৃৰ 'ককাইদেউ'

আছিল। সদৰামীনৰ প্ৰকাণ্ড পৰিয়ালৰ অন্তৰ্গত ‘বিদ্যা মামা’, ৺মাতৃ ইন্দুমতী, মাহী ৺তুলসী দেবী, মাহী ৺মালতী দেবী আদি লৰা-ছোৱালী একে চোতালতে উমলি-যামলি ডাঙৰ দীঘল হৈছিল, আৰু বৃদ্ধকাললৈকে আপোন ভাব তেওঁলোকে ৰাখিছিল। সেইকালৰ লৰা-ছোৱালী আজিকালিৰ দৰে টেঙৰ নাছিল। বিবাহৰ পিছত ঘৰ গচকাবলৈ কুমলীয়া কন্যা ৺মাতৃক স্বামীঘৰলৈ পঠোৱাত, বিদ্যা মামাই ৰামটাঙোন এডাল লৈ, বিয়াৰ বৰ, পিতৃ ৺ললিতচন্দ্ৰক “ইন্দুক কলৈ নিয় ?” বুলি মাৰিবলৈ খেদি আহিছিল। সৰুতে ৺মাতৃ আৰু তেখেতৰ সহোদৰা ভনীয়েক ৺তুলসী দেবীয়ে ৺ধৰ্ম্মকান্ত খুৰাকৰ জীয়েক ৺মালতী দেবীক “সোটো কি ঔ।” বুলি এটা প্ৰকাণ্ড চিতল মাছ এটালৈ দেখুৱাত ভয় খাই অজ্ঞান হৈছিল। সেইকালৰ সৰলতা আৰু মৰম লৈ আহিছিল আমাৰ বিদ্যা মামা। তেখেতে দিয়া টোপোলা মেলি দুখন হাতে লিখা পুথি পালোঁ। দুয়োখনিতে পুত্ৰাদিৰ নাম উল্লেখ দেখি বুজিলোঁ, দুয়োখনিতে আজো ‘মূৰদেউতা’ সোনামুৱাৰ সদৰামীন ৺হৰকান্ত শৰ্ম্মা মজুন্দাৰ বৰুৱাই নিজৰ জীৱন-কাহিনী নিজে লিখি গৈছে আৰু সেই মূল পুথি দুখনেই সম্পাদক-প্ৰকাশকৰ জৰিয়তে ‘সদৰামীনৰ আত্মজীৱনী’ ৰূপে প্ৰকাশ পাইছে।

কালৰ কুটিল গতিত সদৰামীনৰ ঘৰখন লয় পোৱাত, বিপত্নীক আৰু বিপদগ্ৰস্ত বিদ্যা মামাই একমাত্ৰ পুত্ৰ প্ৰমোদকান্তক বুকুত বান্ধি লৈ উত্তৰ গুৱাহাটী এৰি গুৱাহাটীৰ ছত্ৰাকাৰত, এসময়ৰ বিখ্যাত লোক ৺জয়নাথ বৰদলৈ নাজীৰৰ পুত্ৰ ৺ৰাধানাথ বৰদলৈ নাজীৰ ভিনিহীয়েক, আৰু বাইদেৱেক ৺কুমুদী দেবীৰ ওচৰতে ককাইদেৱেক, সৰ্ব্বহাৰা ৺কেশৱকান্ত বৰুৱাৰ লগতে আছিলগৈ। তাতে কলেজত পঢ়ি থকা অৱস্থাতে কিশোৰ প্ৰমোদকান্তয়ো অকালতে তেওঁক পুত্ৰহীন কৰি সিপুৰীলৈ গতি কৰে।

৺হৰকান্ত বৰুৱা সদৰামীনৰ লিখা ‘অসম বুৰঞ্জী’ নামৰ বিখ্যাত

পুথিখনি মোমাইদেউ বিদ্যাকান্ত বৰুৱা আৰু তেওঁৰ পুত্ৰ ৺প্ৰমোদ-কান্তৰপৰা শ্ৰদ্ধেয় ডাক্তৰ সূৰ্য্যকুমাৰ ভূঞা এম-এ, বি-এল, পি-এইচ ডি, ( ইত্যাদি ) দেৱে পায় আৰু তেখেতৰে সুযোগ্য সম্পাদনাত অসমৰ বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ পৰা প্ৰকাশিত হৈ ওলায়। এই খিনিতে আৰু এজন লোকলৈ মনত পৰে। তেওঁ আছিল সদৰামীনৰ তেৰজন খেতিয়ক 'বন্ধাৰ' ওপৰত চৰ্দ্দাৰ, কিনাৰাম দাস হালগিৰী নামৰ কোচ জাতীয় অতি বিশ্বাসী আৰু মৰমৰ লগুৱা আৰু বিপদৰ বন্ধু, সদৰামীনৰ জ্যেষ্ঠ পুত্ৰ ৺কমলাকান্ত বৰুৱা চৌধাৰী আৰু নামজ্বলা কবিৰাজৰ, ওষধিৰ গছলতা গোটাওঁতা, মকৰধ্বজ আদি তৈয়াৰ কৰাত হীৰা, প্ৰবাল, সোণ আদি ভস্ম কৰাত নিপুণ সহায়ক। শুনা যায় যম সদৃশ ফেটী সাপৰ মূৰৰ মণি কাটি আনিও ঔষধৰ কাৰণে, কমলাকান্ত বৰুৱা কবিৰাজক দিছিল। সদৰামীনৰ ঘৈণী আৰু জীয়াৰী বোৱাৰী সকলে তেওঁক ভয়ো কৰিছিল, মান্যও কৰিছিল। ডেকাকালত ভীম সদৃশ বলী হালগিৰীক সদৰামীনৰ বিৰুদ্ধ লোকসকলে সততে ভয় কৰি চলিছিল। কিন্তু তেওঁ অতি সৰল আৰু কোমল হৃদয়ৰ লোক আছিল। এটি এটিকৈ সদৰামীনৰ পুত্ৰ পৌত্ৰাদি লয় হৈ যোৱাতো অন্তিম কাললৈকে গৃহস্থৰ ভেটিকে ৰখি আছিল। মূল গৃহস্থ সদৰামীনে মৰমতে তেওঁক দুবাৰ বিয়া কৰাই দিছিল। অসম বুৰঞ্জীখন হাতে লিখা অৱস্থাত তেৱেঁ ধ্বংসস্তুপৰ মাজৰ পৰা উদ্ধাৰ কৰি বিদ্যা মামাৰ হাতত দিছিল। বোধ হয় 'সদৰামীনৰ আত্মজীৱনী'ৰ মূল পুথি দুখনিও তেৱেঁ উদ্ধাৰ কৰি মামাৰ হাতত দিছিল। জীৱিত কালত আমাৰ ঘৰলৈ আহিলে, ৺মাতৃয়ে নিজে আতৌ-পুতৌকৈ বহিবলৈ পীৰা দিছিল আৰু চাহ-জলপানেৰে সুধিছিল। ৺মাতৃয়ে খুন্দি দিয়া তামোল মুখত লৈ, বুঢ়াজনে সদৰামীনৰ ঘৰখনৰ কথা কৈ কেতিয়াবা আমাৰ চকুপানী উলিয়াইছিল।

শেষ সময়ত ৺বিদ্যামামা আৰু তেখেতৰ ককাইদেৱেক ৺কেশৱ

কান্ত বৰুৱামামা দুয়োজনে, পলাশবাৰীত বিয়া দিয়া বিষ্ণু মামাৰ ছোৱালী দুজনীৰ আশ্ৰয়ত আছিল আৰু তাতে দুয়োজন স্বৰ্গী হয়।

খেমেলীয়া কথাৰ আৰত মামাৰ শোকে খুলি খুলি খোৱা কলিজাৰ কথা আমি জানিছিলোঁ আৰু তেওঁৰ পবিত্ৰ শোক, আৰু পুৰুষোচিত ধৈৰ্য্যৰ প্ৰতি, নীৰৱে আমাৰ সমবেদনা আৰু সম্মান জনাই, তেখেতক সোধ-পোছ কৰিছিলো। ৺বিষ্ণু মামা, ৺হালগিৰী কাকা আৰু তেওঁলোকৰ লগৰে দুৰ্ভগীয়া ৺কেশৱ মামা এই জগতত আৰু নাই। নেদেখাখন জগতত তেওঁলোক সুখে শান্তিৰে থাকক, ইয়াকে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিলো। ইতি—

উত্তৰ গুৱাহাটী
১৯৬০ খৃষ্টাব্দ

শ্ৰীকুমুদচন্দ্ৰ বৰদলৈ

## আত্মজীৱনী লিখক

## সোণামুৱাৰ

# সদৰামীন ৺হৰকান্ত শৰ্ম্মা মজুন্দাৰ বৰুৱা

গুৰি-গছ ঃ—যি সকল বিদ্বান আৰু গুণীলোক, অসমলৈ আহি অসমকে মাতৃবোধে, হাড়ে-হিমজুৰে অসমীয়া হৈছিল, স্বৰ্গীয় হৰকান্ত শৰ্ম্মা মজুন্দাৰ বৰুৱাৰ পূৰ্ব্বপুৰুষসকল তেনে লোকসকলৰ ভিতৰত পৰে। বংশাৱলী মতে কনৌজপুৰৰ চাৰিজনা সিদ্ধপুৰুষৰ নন্দনাথ পাণ্ডে নামৰ এজন ব্ৰাহ্মণে, গঙ্গাৰ উত্তৰ পাৰে 'হৰিপ্ৰিয়া' বোলা গাওঁখন লক্ষ্ণৌৰ নবাবৰ পৰা 'ইজাৰা' লৈ, বংশ-পৰিয়াল সমন্বিতে তাতে বাস কৰি আছিল। কালক্ৰমে, নন্দনাথৰ পুত্ৰ হৰিকান্ত, হৰিকান্তৰ পুত্ৰ গঙ্গাধৰ, গঙ্গাধৰৰ পুত্ৰ চক্ৰধৰ আৰু চক্ৰধৰৰ পৰা মঞ্জীৰৰ জন্ম হৈছিল। মঞ্জীৰৰ পুত্ৰ নন্দীনাথে নবাবৰ পৰা পাণ্ডিত্য গুণত 'মহাৰাজ' উপাধি পাইছিল। নন্দী মহাৰাজৰ পুত্ৰ ৰামানন্দ। ৰামানন্দৰ পুত্ৰ দয়াশীল পণ্ডিত, ব্যাকৰণ স্মৃতিত বিদগ্ধ পণ্ডিত আৰু ভূত-ভৱিষ্যত-বৰ্ত্তমান কব পৰা বিখ্যাত জ্যোতিষী বুলি প্ৰখ্যাত হৈছিল। ১৪৩০ শকত দিহিঙ্গীয়া কোঁৱৰ গঙ্গাস্নানলৈ যোৱাত দয়াশীল পণ্ডিতক লগ পায়, আৰু পণ্ডিতজনাৰ গুণত আকৃষ্ট হৈ অনুৰোধ কৰি, সপৰিয়ালে সোমাৰ দেশলৈ আনি স্বৰ্গদেউ দিহিঙ্গীয়া ৰজাক ভেট কৰায়। স্বৰ্গদেৱে দয়াশীল পণ্ডিতক, কলীয়াবৰত মাটি-বৃত্তি দি, সংস্কৃত, জ্যোতিষ, নাগেৰী শিকাবলৈ, টোল পাতি দিয়ে। ১৪৫২ শকত পিতৃৰ মৃত্যুৰ পিছত দয়াশীলৰ পুত্ৰ সূৰ্য্যবৰে পিতৃৰ টোলতে অধ্যাপনা কৰি আছিল। এনেতে ১৪৮৫ শকত কোছানৰ বীৰ চিলাৰায় বা শুক্লধ্বজৰ হাতত স্বৰ্গদেউ চুখাম্‌পখা যুঁজত হাৰি পলাই যায়। তনুখাম বৰগোঁহাই সেই সময়ত কলীয়াবৰত চকী দি আছিল। উজানৰ বা বাতৰি নেপাই, সূৰ্য্যবৰ পণ্ডিতক মতাই আনি "বাপু তোমাৰ জ্যোতিষে কি কয় ?" বুলি সোধাত সূৰ্য্যবৰে, ভূত-ভৱিষ্যত-বৰ্ত্তমান ক্ৰমে বুলি কলে। ৰজাৰ খবৰ সোধাত সূৰ্য্যবৰে জ্যোতিষ গণনামতে কলে—"শত্ৰুৰ হাতত ৰাজাৰ পৰাজয় আৰু স্থান নাশ। বৰ্ত্তমান ৰাজা ভগ্ন হৈ পূৰ্ব্বদিশে পৰ্ব্বত আৰোহণ কৰিছে। শত্ৰুৱে ৰাজ্য

দখল কৰিছে কিন্তু শীঘ্রে ৰাজ্যভ্রষ্ট হব। স্বর্গদেৱৰ ৰাজ্য স্বর্গদেৱৰ হব।" বৰগোঁহায়ে—"কেতিয়া হব" বুলি সোধাত কলে, "আজিৰ পৰা ৩ মাস ২৪ দিবস পাছে হব।' সূর্য্যবৰক স্বর্গদেৱৰ বাহৰ, চৰাইখোৰোং পর্ব্বতলৈ পঠোৱাত, তাকে কলে। সূর্য্যবৰে কোৱামতে কোছানে ৰাজ্য এৰি গ'ল। সন্তুষ্ট হৈ স্বর্গদেৱে পুনৰ শিঙৰী ঘৰত উঠি, "সূর্য্যবৰৰ মুখ সোণৰ মুখ" বুলি কৈ "গাম খাৰু, পটিদোলা, সোণৰ লগুণ আৰু সোণৰ মুখা সহিত, অনেক মাটি-বৃত্তি, গোলাম-বান্দী দি মর্য্যাদা কৰিলে। সকলো বৰদলৈৰ ওপৰত বৰ চ'ৰাত ৰাখিলে।' সূর্য্যবৰ পণ্ডিত তেতিয়াৰ পৰা 'সোণামুৱা বৰদলৈ' হ'ল। সূর্য্যবৰ স্বর্গী হোৱাত পুত্র জয়ানন্দই স্বর্গদেউ(১) খোৰাৰজা আৰু বুঢ়া(২) ৰজাৰ বৰ চ'ৰাত সোণামুৱা বৰদলৈৰ বিষয় খাই আছিল। জয়ানন্দৰ পুত্র ময়ূৰধ্বজে ভাটী দেশত নাগেৰী, ফাৰ্চী, সংস্কৃত, ব্যাকৰণত অগাধ পণ্ডিত হৈ দেশলৈ উভতি সোণামুৱা ডেকা দলৈ হল। জয়ানন্দৰ মৃত্যুৰ পিছত ময়ূৰধ্বজ, ৰজাৰ বৰচ'ৰাত 'সোণামুৱা বৰদলৈ' হৈ ৰহিল। ১৫৪৮ শকত গৌড়ৰ সত্রাজিত নবাবে বিশ্বনাথ পর্য্যন্ত উত্তৰ পাৰ দখল কৰাত, স্বর্গদেৱে বেকা বৰগোহাঁইক সেনাপতি আৰু ময়ূৰধ্বজক তেওঁৰ প্রধান মন্ত্রী পাতি যুঁজলৈ পঠায়, আৰু ময়ূৰধ্বজৰ মন্ত্রণাক্রমে বৰগোহাঁয়ে সত্রাজিতৰ মন্ত্রী চৈয়দ বাবৰক কাটিলে আৰু গুৱাহাটী পর্য্যন্ত স্বর্গদেৱৰ কৰি ললে। সেই আপাহতে স্বর্গদেৱে বৰগোঁহাইৰ নাতি পানসিঙীয়া গোহাঁইক গুৱাহাটীৰ বৰফুকন পাতিলে। "ময়ূৰধ্বজ ৰাজকুলীয়া নাছিল কাৰণে মজিন্দাৰ বৰুৱা পাতি, বৰচ'ৰাত স্বর্গদেৱৰ খুটাৰ দক্ষিণে, ছল কৰি, তিনিজনা ডাঙৰীয়াৰ শাৰীৰ পৰা অলপ হোহকাই খেৰ-সোতা কুশাসন দি বহুৱাই ৰাখিলে।" এইদৰে, কনৌজৰ পাণ্ডে ব্রাহ্মণ বংশৰ ময়ূৰধ্বজ, ওৰফে দৈত্যাৰি সোণামুৱা বৰদলৈয়ে, স্বাধীন অসমৰ স্বর্গদেউ সকলৰ বৰচ'ৰাৰ সোণামুৱা মজিন্দাৰ বা মজুন্দাৰ বৰুৱা বংশৰ পাতনি মেলে। ময়ূৰধ্বজৰ পৰা দয়াশীল, দয়াশীলৰ চাৰুচন্দ্র, চাৰুচন্দ্রৰ অম্বৰীশ আৰু অম্বৰীশৰ পুত্র ৰাধাকান্ত, চন্দ্রকান্ত সিংহ স্বর্গদেৱৰ দিনৰ শেষজন সোণামুৱা মজুন্দাৰ বৰুৱা আছিল। মান ভগনত ভগনীয়া ৰাধাকান্ত বৰুৱা, পৰিয়ালৰ ভৰণ-পোষণৰ কাৰণে, গোৱালপাৰাত ইংৰাজৰ অধীনে সদৰামীন হৈছিল বুলি জনা যায়। 'সদৰামীনৰ আত্মজীৱনী' লিখক, বুৰঞ্জীবিদ, সোণামুৱাৰ

টোকা —(১) চুখাম্‌ফা।
(২) চুচেম্‌ফা বা প্রতাপসিংহ

সদৰামীন হৰকান্ত শৰ্ম্মা মজুম্দাৰ বৰুৱা, ওপৰত উল্লেখ কৰা ৰাধাকান্ত বৰুৱাৰে এজন পুত্ৰ।

**জন্ম আৰু মান-ভগনিত হৰকান্ত:**—স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ দিনত, মানৰ আগমন, আক্ৰমণ আৰু অত্যাচাৰৰ আগে আগে, ১৭৩৭ শকৰ (ইং ১৮১৫ চনৰ) আঘোণৰ ২৮ তাৰিখে নিশা, উজানৰ যোৰহাটত, হৰকান্ত বৰুৱাৰ জন্ম হয়। ১৭৪০ শকত মানৰ অত্যাচাৰত বহু দুৰ্ভগীয়া অসমীয়া লোক দেশ এৰি, যেনি পায় তেনি, পলাই যায়। তেনেতে ৰুচিনাথ বুঢ়াগোহাঁই প্ৰমুখ্যে বহু সম্ভ্ৰান্ত লোক ভগনীয়া হৈ, ইংৰাজ কোম্পানীৰ ৰাজ্য, ভাটীৰ ৰংপুৰ জিলাৰ চিলমাৰিত আশ্ৰয় লৈছিল। হৰকান্তৰ পিতৃ ৰাধাকান্ত বৰুৱায়ো সপৰিয়াল আৰু সবংশে, কেচুবা হৰকান্তক কোলাত লৈ চিলমাৰিৰ 'নন্দবাবুৰ' আশ্ৰয়ত আছিলগৈ। মানৰ বিৰুদ্ধে ৰুচিনাথ ডাঙৰীয়াই ৰাধাকান্ত বৰুৱাক লগত লৈ কলিকতাত ইংৰাজ কোম্পানীৰ সহায় খুজিছিল, কিন্তু নেপালে। পিছত মানৰ সাহ বাঢ়ি যোৱাত ইংৰাজে মানক ১৭৪৩ শকত হাদিৰাচকীত ভেটে। ১৭৪৪ শকত ডেভিদ্ স্কট্ চাহাবে মানক খেদি কামৰূপত প্ৰবেশ কৰে। এই সাহতে বহু ভগনীয়া লোকৰ লগে লগে, ৰাধাকান্তয়ো উজানমুৱা হৈ, গোৱালপাৰাৰ পগলাটেকত এবছৰ মান ঘৰ কৰি আছিল। ১৭৪৫ শকত মাৰ্চ্চ মাহত গুৱাহাটীত ইংৰাজে শাসন প্ৰবৰ্ত্তন কৰে, আৰু মানৰ ভয় দূৰ হোৱাত বহু ভগনীয়া পৰিয়াল উজানৰ নিজ নিজ ঘৰলৈ গতি কৰে। বংশপৰিয়াল সহ ৰাধাকান্ত বৰুৱায়ো উজাই আহি কামৰূপৰ হাজোৰ ওচৰৰ চৈঁচামুখ পায়হি। তাতে, ওচৰৰে সুঁতি গ্ৰামত, ভগনীয়া মাতৃবংশৰ লোকসকলক লগ পায়। তেওঁলোকে ইংৰাজৰ গতি ধৰণ বুজি দুই এক বৎসৰ বাদে গুৱাহাটীলৈ আহিবলৈ উপদেশ দিয়াত, বৰুৱা পৰিয়াল সুঁতি গ্ৰামৰ ভাগতী ব্ৰাহ্মণৰ আশ্ৰয় ললে। কিছুদিন পিছত ঠাই অকুলন হোৱাত, তাৰ পৰা তলীয়া গ্ৰামত ৺মাধব দেবালয়ৰ মাটি এক খণ্ড লৈ, তালৈকে উঠি আহিল। ১৭৪৬ শকত (ইং ১৮২৪ চনত) ইংৰাজে কামৰূপত জমাজমি বন্দবস্ত কৰাতে ৰাধাকান্তই নিজৰ দুৰ্দ্দশাৰ কথা কৈ ডেভিদ্ স্কট্ চাহাবৰ পৰা হাজোৰ হিডলা দলত ১২ পুৰা ৰূপিত মাটি জীৱদ্দশা পৰ্য্যন্ত নিষ্কৰকৈ পায়। তাৰে অন্নমুঠিৰ সংস্থান হয়। ১৭৫০ শকত চৈধ্য বছৰত ভৰি দিয়াতে হৰকান্তক, ৰাধাকান্ত বৰুৱাই শাস্ত্ৰমতে উপনয়ন দিয়ে কিন্তু তাৰ চাৰি মাহ পাছতে ৰাধাকান্তৰ মৃত্যু হয় আৰু ঘৰখনক শোকে-দুঃখে আগুৰি ধৰে। সেই সময় সৰ্ব্বজ্যেষ্ঠ পুত্ৰ

গোপীকান্ত উজানত থকাত, কোনোমতে হৰকান্তৰ সহোদৰ জ্যেষ্ঠ শিৱকান্তই, শাস্ত্ৰমতে অন্ত্যেষ্টি ক্ৰিয়া, শ্ৰাদ্ধাদি কৰি, মুখৰ ছাইখিনি গুচায়। ঘৰখনৰ 'প্ৰবৰ্ত্তন কঠিন' হোৱাত শিৱকান্ত নগাঁৱৰ ৰহাচকীত তহচীলদাৰৰ মহৰী হ'ল। গোপীকান্তই উত্তৰ গুৱাহাটীৰ ৰুদ্ৰেশ্বৰত পাম ধৰিলে। ইয়াৰ আগতে গোপীকান্ত আৰু শিৱকান্তই, উজান মাজুলীৰ কমলাবাৰী সত্ৰত মান ভগনিত এৰি থৈ অহা কিছু কিছু সম্পত্তি আৰু গোলাম-বান্দী উদ্ধাৰ কৰি আনিছিল। তেতিয়া হৰকান্তৰ সৰ্ব্বকনিষ্ঠ ভ্ৰাতৃ গৌৰীকান্ত নাবালক। তলীয়া গ্ৰামত থকাত পিতৃৰ দিনৰে বন্ধু মৰঙ্গায়াল ভকত নামৰ কলিতা জাতীয় বৈষ্ণৱ এজনৰ পৰা সেই সময়ত তেওঁলোকে সততে সজ উপদেশ পাই আছিল।

**উত্তৰ গুৱাহাটীলৈ উঠি অহা**ঃ—১৭৫৪ শকত তলীয়া গ্ৰামত ডকাইতৰ উপদ্ৰৱ হোৱাত, বৰুৱাৰ ঘৰখন উত্তৰ গুৱাহাটীৰ ৰুদ্ৰেশ্বৰৰ গোপী-কান্ত বৰুৱাৰ পামলৈ উঠি আহে। এই কাৰ্য্যত তেওঁলোকৰ চিনিপুৰুষীয়া শাক্ত গুৰু সৰুজনা ন-গোসাই ৺যোগেশ্বৰ গোস্বামীয়ে দুটা হাতী দি সহায় কৰিছিল। বানপানী আৰু জুইৰ ভয়ত ক্ৰমাৎ তেওঁলোক উত্তৰ গুৱাহাটীৰ মধ্যখণ্ডৰ নেৰ বাথলৈ উঠি আহে। ইয়াতেই হৰকান্ত বৰুৱাৰ দীঘলীয়া কৰ্ম্মজীবন আৰম্ভ হয়।

**শিক্ষা**ঃ—ভগনীয়া অৱস্থাতে পগলাটেকত, অনেক দুখ দুৰ্গতিৰ মাজতো পিতৃ-মাতৃয়ে লৰা হৰকান্তক শাস্ত্ৰমতে 'ফলি'দি কান্দুৰা কটকীৰ হতুৱাই ক, খ শিকাইছিল। সুঁতী গ্ৰামৰ 'ভাগৱতী' ব্ৰাহ্মণৰ আশ্ৰয়ত থকাত, ককায়েক শিৱকান্তই হৰকান্তক 'উত্তৰ-গোগ্ৰাহ পুথি পঢ়াইছিল। হৰকান্তই পুথি পঢ়িব নোৱাৰাত লিখিছে "পৌষ মাহে মঞি মাতিব নোৱাৰা দেখি পিঠিত এটা চেকনি দ্বাৰা কোব মাৰিলে, তাতে মঞি ৰোদন কৰিব ধৰিলোঁ। ৺মাতৃ তৎকালে ভাত ৰান্ধিব ধৰিছিল। ক্ৰন্দন শুনি ত্ৰস্তমতে আহিল, জেষ্ট জনাই দেখি দাউৰি পলাল। মোক সোধাত ককায়ে মাৰিলে বুলি কলোঁ। 'গহি খোৱা লৰা, কিয় লৰাক মাৰে।'—এই বুলি—'পঢ মাতিব পাৰিবি'—কৈ চক্ষুৰ লোতক মচি দিলে। পুথিলৈ চাওঁ,—দেখি, মাতিব পাৰিলোঁ। মাতৃয়ে দেখি আনন্দিত হৈ,—'আপুনি পঢ়িব পাৰ, নালাগে পাঠ দিব।'—এই বুলি কোৱাতে, আমি তেতিয়াই চাৰিপাতমান সুন্দৰ মাতিব পাৰিলোঁ। তদপৰ, অন্যান্য ঠাইৰ পৰা পুথি বিচাৰি আনি পঢ়িব ধৰিলোঁ।" ইয়াতে ৰঙা বিহা-মেখেলা পিন্ধা, ৰন্ধনশালাৰ জুইৰ তাপত ৰঙা-মঙা পৰা, জলজলীয়া

চকুৰে, সন্তান-দুঃখ-কাতৰা মহিমাময়ী মাতৃ-মূৰ্ত্তি এগৰাকী, উধাতু খাই পুত্ৰৰ কাষলৈ লৰি অহা দেখিবলৈ পাওঁ। তাড়না কৰা হেতু, শিৱকান্তক তিৰস্কাৰ কৰিছে আৰু স্নেহময় হাতেৰে চকুৰ লোতক মচি দি সন্তানক সান্ত্বনা দি পঢ়িবলৈ কৈছে। সন্তানে পঢ়িব পাৰিছে। এই চিত্ৰখনি অকল মনমুগ্ধকৰেই নহয়, শিক্ষাপ্ৰদো। কুমলীয়া পোনাইঁতক মৰমেৰে শিকোৱাহে উচিত। সৰ্ব্বজ্যেষ্ঠ ককায়েক গোপীকান্তই, ঘৰতে হৰকান্তক অঙ্ক শিকাইছিল। আৰু নকুচি গ্ৰামৰ কামুৰাম শৰ্ম্মা বৰদেউৰীৰ ঘৰলৈ গৈ হৰকান্ত, বিষ্ণুকান্ত আৰু বংশৰ অন্যান্য লৰাই 'শব্দ আৰু সন্ধি' পঢ়িছিল। পিছলৈ উত্তৰ গুৱাহাটীত থকাত, কনিষ্ঠ ভ্ৰাতৃ গৌৰীকান্তক ঘৰতে পণ্ডিত ব্ৰাহ্মণৰ দ্বাৰা শব্দ আৰু সন্ধি পঢ়োৱালৈ চাই, লৰা কালত হৰকান্তয়ো, সংস্কৃত ব্যাকৰণৰ শব্দ আৰু সন্ধি পঢ়া বুলি অনুমান হয়। হৰকান্ত বৰুৱাই ইংৰাজী নেজানিছিল আৰু শিকিবলৈ সুবিধাও নেপাইছিল। মঙ্গলদৈত হাকিম হৈ থকাত তেখেতৰ দৰমহা ৪০০৲ টকা হোৱা চৰকাৰী চিঠিখন, ইংৰাজ মেজিষ্ট্ৰেটৰ দ্বাৰা পঢ়াইহে অৰ্থ বুজিছিল। সদৰামীনৰ আত্মজীৱনীত আৰবী, ফাৰ্চী, হিন্দী, ইংৰাজী, আৰু বঙলা শব্দৰ ব্যৱহাৰলৈ চাই, সেই সেই ভাষা লিখিব আৰু পঢ়িব নেজানিলেও কিছু পৰিমাণে বুজিছিল আৰু কবলৈ পাৰিছিল যেন লাগে। বঙলা ভাষা তেখেতে কব আৰু পঢ়িব পাৰিছিল। সেই সময়ত উচ্চ জাতীয় হিন্দুসকলে যত্ন কৰি সংস্কৃত শিকিছিল। হৰকান্ত বৰুৱায়ো ঘৰতে সংস্কৃত শিকিছিল, এই অনুমান উত্তৰ গুৱাহাটীৰ সংস্কৃত স্কুলৰ সম্পৰ্কত তেখেতৰ উৎসাহ আৰু আগ্ৰহলৈ চাই সত্য যেন লাগে।

**গাৰ্হস্থ্য আৰু কৰ্ম্ম জীৱন ঃ**—উত্তৰ গুৱাহাটীলৈ অহাৰ সময়তে বৰুৱাৰ পৰিয়ালৰ 'কঠিন প্ৰবৰ্ত্তন' হেতুকে 'বৰমাতা' ধীৰ দেব্যাৰ নেৰা-নেপেৰা ইচ্ছাত সম্পত্তি আদি ভাগ হৈ, এখন ঘৰ দুখন হয়। সম্পত্তিৰ লগতে পৈতৃক গোলাম বান্দী, সকলো ভাগ হয়। শিৱকান্ত, হৰকান্ত আৰু কিশোৰ গৌৰীকান্তক লৈ সুকীয়া ঘৰ এখন হোৱাত, নতুন দায়িত্ব আৰু নতুন সমস্যাই দেখা দিলে—শিৱকান্ত বহা চকীৰ পৰা আহি ২০৲ টকাত কালেক্টৰিত নকল-নবীচ হয়। এই সময়ত কমিচনাৰ জেনকিঞ্চ্ আৰু কালেক্টৰ বগল চাহাবে কামৰূপত জমি খণ্ড খণ্ড কৰি, পৰগণা বন্দবস্ত কৰিবলৈ ধৰিছিল। এই সুযোগতে ককায়েক শিৱকান্তই হৰকান্তৰ নামে হাজো পৰগণা বন্দবস্ত কৰি, নিজে চলোৱাৰ ভাৰ ললে আৰু হৰকান্তক

নকল-নবীচ মকৰল কৰালে। তেতিয়া টকাৰ মূল্য এতিয়াৰ তুলনাত বহুত বেছি আছিল। দৰমহা আৰু হাজো পৰগণাৰ উৎপন্নই তেওঁলোকৰ 'কঠিন প্ৰবৰ্ত্তন' গুচালে। বেছি বয়সলৈ থাকিলে লোকে নিন্দা কৰিব বুলি, দুই ভাতৃয়ে বিবাহলৈ উদ্যোগ কৰিলে। আউনীআটীৰ, পূৰ্ব্বৰ ভগনীয়া আৰু পিতৃ-বন্ধু ঘিণাই চৰক্ষোবাৰ পৰামৰ্শত, গুবাহাটীৰ দেৱৰৰ বৰদলৈৰ জীয়েক পদ্মাদেৱীৰ লগত শিৱকান্তৰ, আৰু দেবদত্ত বৰদলৈৰ জীয়েক সাবিত্ৰী দেৱীৰ লগত হৰকান্তৰ বিবাহৰ আয়োজন হ'ল। বিবাহৰ আগতে দেশাচাৰ মতে শিৱকান্ত আৰু হৰকান্তই আউনীআটীৰ ⌒শ্ৰীশ্ৰীকুশদেৱ অধিকাৰত ধৰ্ম্মৰ শৰণ ললে। ১৭৫৮ শকৰ বহাগ মাহত সা'দিন অগাপিছাকৈ দুই ভাতৃৰ বিবাহ সম্পন্ন হ'ল। শিবকান্তৰ বিবাহত 'পীৰাটনা' ধেমালি আৰু হৰকান্তৰ বিবাহত শুক্ৰেশ্বৰত ধমুহা বতাহ বৰষুণে পাই নাও বুৰোৱা, কানি কাপোৰ তিৱোৱা, তিতা কাপোৰ জুই ধৰি শুকাই পিছত বিবাহ কৰাবলৈ যোৱা, 'আত্মজীৱনী'ত বঢ়িয়াকৈ বৰ্ণোৱা আছে। কুৰি বছৰ বয়সত হৰকান্ত বৰুৱাই প্ৰথম বিবাহ কৰে। ১৭৫৫ শকত পুৰন্দৰ সিংহ ৰজাই উজানখণ্ড লালবন্দী হিচাপে ইংৰাজৰ পৰা গ্ৰহণ কৰাত সৰ্ব্বজ্যেষ্ঠ গোপীকান্ত বৰুৱা ৰাজাৰ মজুন্দাৰ বৰুৱা হৈছিলগৈ। কিন্তু শিৱকান্ত আৰু হৰকান্তই গুবাহাটীতে থকা বেছি ভাল বুলি ভাবিলে। পিছৰ ঘটনাসমূহলৈ চাই, তেওঁলোকে ভালকে কৰিছিল, কব পাৰি।

১৭৫৯ শকত, গুবাহাটীত, শহুৰেকৰ ঘৰতে ককায়েক শিবকান্তৰ মৃত্যু হোৱাত, শোকত আতুৰ হৰকান্ত আৰু তেওঁৰ মাতৃৰ "মূৰত আকাশখন ভাঙ্গি যেন হেচা মাৰি ধৰিলে"। তাতে আকৌ উত্তৰ গুবাহাটীৰ ঘৰত, মৃতকৰ শ্ৰাদ্ধাদি কৰ্ম্ম নকৰাত ভাগী-বঙহে তেওঁলোকৰ পৰা ফালি গৈ সুকীয়া খেল পাতিলে। 'ব্ৰাত্য' হোৱাৰ ভয়ত গৌৰীকান্তক লগুণ দিব লগা হ'ল। এনেতে ধৰ্ম্মগুৰু ⌒শ্ৰীশ্ৰীকুশদেৱ আউনীআটীয়া অধিকাৰ প্ৰভুৰ বৈকুণ্ঠ প্ৰয়াণে ধৰ্ম্মপ্ৰাণ দুই ভাতৃক শোকত মৃতপ্ৰায় কৰিলে। 'আত্মজীৱনী'ত ঈশ্বৰ পুৰুষৰ বৈকুণ্ঠ প্ৰয়াণ, সৰল অথচ আবেগময়ী ভাষাত বৰ্ণোৱা আছে। তেখেতৰ নতুনকৈ অধিকাৰ পতা অনুষ্ঠান আদিৰ বৰ্ণনাও মনোৰম।

**উন্নতি ঃ**—ককায়েক শিবকান্তৰ মৃত্যুত হাজো পৰগণা হাতৰ পৰা যাওঁ যাওঁ অৱস্থাত, কোনোমতে কনিষ্ঠ ভাতৃ গৌৰীকান্তৰ নামে মঞ্জুৰ কৰাই, হৰকান্ত বৰুৱাই নিজে চলোৱাৰ ভাৰ ললে। অধ্যবসায়ী আৰু সাধু স্বভাৱী

ডেকা হৰকান্ত বৰুৱাই ক্রমাৎ ২০৲ টকীয়া কালেক্টৰিৰ নকল-নবীচৰপৰা ২৫৲ টকীযা ৰোবকাৰী নবীচ, আৰু ৪০৲ টকীয়া পেচকাৰ হওঁতে ১৭৬৬ শক পালে। ১৭৬৮ শকত প্রথম পুত্র কমলাকান্তৰ জন্ম হয় কিন্তু উপজিয়েই টান নৰীযাত পৰাত ধাৰ্ম্মিক হৰকান্ত বৰুৱাই একলক্ষ তুলসী ৺মাধবলৈ আগবঢ়াইছিল। পেচকাৰ হৰকান্তই, ১৭৬৮ শকত ঘৰৰ টকা চুৰ কৰা বৈদক ক্ষমা কৰি এৰি দিবলৈ বিচাৰকক কোৱা কাৰ্য্যই তেখেতৰ ক্ষমাশীল আৰু মহৎ মনৰ পৰিচয় দিয়ে। নকুচিৰ লৰাকালিৰ শিক্ষক কানুৰাম শৰ্ম্মাক বংশৰ পুৰুহিত কৰি, তদুপৰি, নিজে কৈ-মেলি শৰ্ম্মাক হাজোৰ দলৈ নিযুক্ত কৰোৱা কাৰ্য্যই, বৰুৱাৰ কৃতজ্ঞ স্বভাব জ্ঞাপন কৰে।

জন্মস্থান উজানখণ্ডই, বিশেষকৈ স্বাধীন অসমৰ স্বৰ্গদেউ সকলৰ কীৰ্ত্তিস্থান আৰু ধৰ্ম্মস্থান সমূহে তেখেতৰ স্মৃতিৰ আবেশে ভৰা কোমল হিয়াখনি আৰু অনুসন্ধিৎসু মনটিক বিশেষকৈ আকৰ্ষণ কৰিছিল। সেযেহে ১৭৬৯ শকত কৰ্ম্মৰ পৰা ছুটি লৈ আউনীআটী আৰু দক্ষিণপাট সত্ৰ দুখন চাইছিল। অন্যান্য কীৰ্ত্তিস্থান চোৱাৰ লগতে নাজিৰাত ময়ূৰধ্বজ মজুন্দাৰ বৰুৱাই ৰোৱা বকুলগছ চাইছিল। গৰগাঞৰ তলতল ঘৰ চাই মন্তব্য কৰিছিল যে ইয়াৰ আকৃতি শঙ্খৰ দৰে। তলাতল ঘৰৰ ইটা খহাই, ভাঙি আনি পুখুৰীত ধুই, কিঞ্চিৎ সোণ বাখৰলৈ লোভ কৰি প্রাচীন কীৰ্ত্তি সমূহ নষ্ট নকৰিবলৈ, তেওঁ লোকসকলক কৈছিল। এই কথাই, পিছত ভাৰত চৰকাৰৰ প্রাচীন কীৰ্ত্তি ৰক্ষা বিষয়ক আইনলৈ মনত পেলাই দিয়ে। সেই সময়ত স্বজাতীয উপযুক্ত লোক পালেই কন্যাদায়গ্ৰস্থ পিতৃসকলে ছোৱালী বিয়া দিছিল। লোক সংখ্যাও আছিল তাকৰীয়া। প্ৰথমা ভাৰ্য্যা সাবিত্রী দেৱীৰ সঘনে অসুখ হৈও আছিল। সাতে-পাঁচে, শিবসাগৰ-ৰংপুৰৰ দদায়েকৰ উপদেশ মতে কাকডঙ্গালৈ আহি বৰুৱাই গুলঞ্চী দেৱীক বিবাহ কৰাইছিল। তেখেতে আৰু এগৰাকী ভাৰ্য্যা 'ওকীলৰ জীয়েকক', বোধ কৰোঁ, কন্যাদায়গ্ৰস্ত উকীলে কন্যা উপযাচি, ৰৰকৈ ধৰাত, বিবাহ কৰাবলৈ বাধ্য হৈছিল। সাবিত্রী দেৱীয়ে বৃদ্ধকালত, স্বামীৰে সৈতে বৃন্দাবনলৈ যাবলৈ ইচ্ছা কৰি তাতে স্বামীৰ সমুখত মৃত্যু কামনা কৰিছিল। আৰু অন্তিম সময়ত, নিজ ঘৰতে, স্বামী গুৰুক বিহুবান এখন দি শেষ সেৱা জনাই চিৰবিদায় লৈছিল। এই সমন্ধে 'আত্মজীবনী'ত উল্লিখিত হৰকান্ত বৰুৱাৰ সৰল আৰু সংযত বৰ্ণনাই, তেখেত আৰু সাবিত্রী দেৱীৰ, পৃথিবীৰ গন্ধহীন পৱিত্র প্রেম আৰু শ্রদ্ধাৰ ভাব প্রকাশ কৰে।

১৭৭৬ শকত হৰকান্ত বৰুৱা ৮০৲ টকীয়া চিৰস্তাদাৰ পদত নিগাজী হয়। এই সময়তে জ্যোতিষৰ মতে বিধবা হব লগীয়া অতি মৰমৰ জীয়েক বসন্তীক, সিদ্ধপুৰুষ বুলি জনাজাত, পৰ্ব্বতীয়া গোসাই ৺কালীচৰণ ন্যায়ৰত্নৰ উপদেশ আৰু আশীৰ্ব্বাদ মতে, উত্তৰ গুৱাহাটীতে বিবাহ দিয়ে—এই বিবাহত তেখেতে লিখিছে "কুশছেদন সময় মোৰ চক্ষুৰ লোতক সৰ্‌সৰ কৰি পৰিব ধৰিলে। পাচে বিবেচনা কৰা গ'ল—এই ছোৱালীটিৰ মাক ক'ৰ আছিল। পৰৰ জীয়ৰী আনি গৃহাশ্ৰম হ'ল। এতিয়া এই ছোৱালী পৰৰ ঘৰলৈ আৱশ্য যাব। এহাত, শোক কৰাৰ আৱশ্যক কি? এই বিধাতাৰ সৃষ্টি ও সংসাৰ। এই ভাবি চক্ষুৰ লোতক মুচি দৃঢ়ভাবে কৰ্ম্ম সম্পাদন হ'ল।' এই কথাখিনিৰে, হৃদয়ৰ আবেগ আৰু সান্ত্বনাৰ ভাৰতীয় ভাবধাৰাৰ এটি সুন্দৰ চানেকি, চকুৰ লোতকৰ দৰে সৰ্‌ সৰ্‌কৈ ওলোৱা সৰল ভাষাৰে, চকুৰ আগত বৰুৱাই ডাঙ্গি ধৰিছে। বিধবা নহৈ বিবাহৰ কিছুকাল পিছতে বসন্তীৰ মৃত্যু হৈছিল।

হৰকান্ত বৰুৱাৰ অসমৰ জমা জমিৰ বিষয়ক জ্ঞান—অসম ৰজাৰ দিনৰ পৰা ইংৰাজৰ আগমনলৈকে, তেখেতে ১৭৭৫ শকত ইং ১৮৫৪ চনত ১৫ মেইত, জুডিচিয়াল কমিচনাৰ মিল চাহাবৰ আগত দিয়া সাক্ষ্যই প্ৰমাণ কৰে। তেখেতে অসমৰ জমা-জমি ২০ চনা বা মিয়াদী বন্দবস্তৰ সপক্ষে কোৱাটোৱে তেখেতৰ দূৰদৰ্শিতাৰ পৰিচয় দিয়ে। মিল চাহাবে, প্ৰদেশে প্ৰদেশে স্থানীয় উপযুক্ত লোকক চৰকাৰী কামত নিযুক্ত কৰা, ভাৰত চৰকাৰৰ নীতিলৈ আঙুলিয়াই দিয়াতো, কামৰূপত উপযুক্ত সংখ্যক অসমীয়া লোক চৰকাৰী কৰ্ম্মত নাছিল কাৰণে, উপযুক্ত কৈফিয়ৎ ৰোলট ডিপুটী কমিচনাৰে দিব নোৱাৰাত, বৰুৱাই কৈছিল "আপুনি লাজ পাব পায।" তেখেতে আৰু কৈছিল যে অসমীয়া লোক কোনো গুণে আন দেশীয় লোকতকৈ বুদ্ধি বৃত্তিত কম নহয়। তাৰ প্ৰমাণ, তেজপুৰ আৰু শিৱসাগৰৰ চৰকাৰী অসমীয়া কৰ্ম্মচাৰীসকল। হৰকান্ত বৰুৱাই অসমৰ যথাৰ্থ স্বাৰ্থৰ কথা কবলৈ কেতিয়াও ওচ্‌ নকৰিছিল। তেখেতৰ আত্মনিৰ্ভৰশীল আৰু সতৰ্ক মনৰ পৰিচয় পোৱা যায়, কামৰূপৰ জমা-জমিৰ হিচাপ, মিল চাহাবক দিয়া কথাত। বৰুৱাই দিয়া হিচাপৰ সৈতে কমিচনৰ চাহাবৰ হিচাপ অমিল হোৱা বুলি মিল চাহাবে আপত্তি কৰাত, চিৰস্তাদাৰ হৰকান্ত বৰুৱাই কৈছিল যে তেওঁৰ হিচাপত ভুল নাই। পিছত কমিচনৰ চাহাবেও বৰুৱাৰ হিচাপ শুদ্ধ, তেওঁৰ হিচাপহে অশুদ্ধ বুলি স্বীকাৰ কৰিছিল।

আহোম ৰাজত্বৰ শেহছোৱাত ৰজা, মন্ত্ৰী আৰু বিষয়াসকলৰ মাজত ক্ষমতাৰ কাৰণে খোৱা-কামোৰা, মোৱামৰীয়া বিদ্ৰোহ, আৰু সৰ্ব্বশেষত মানৰ অত্যাচাৰে অসমক জুকলা কৰিছিল। শেষ সম্বল দুৰ্ভগীয়া পুৰন্দৰ ৰজাৰ, 'লালবন্দী'ও হৰকান্ত বৰুৱাই শুনা মতে, বিষয়াসকলৰ অত্যাচাৰত অন্ত পাইছিল। মান ভগনিত প্ৰজাৰ বিলৈ, অসমে তেতিয়াও পাহৰা নাছিল। এই অৱস্থাত ইংৰাজৰ মনত যিয়েই নাথাকক, দেখাত ইংৰাজে মানক খেদি, দেশত শান্তি শৃঙ্খলা স্থাপিত কৰাত অসমৰ লোকে বিলৈ-বিপত্তি, দুখ-ভাগৰৰ পিছত কিছুকাল শান্তিৰে জিৰণি লবলৈ পাৰিছিল। সাধাৰণ প্ৰজা-বৰ্গ আৰু বহু মুখ্য অসমীয়া লোকেও দেশৰ মঙ্গল চিন্তি ইংৰাজৰ শাসনকে আঁকোৱালি ধৰিছিল, আৰু চিপাহী বিদ্ৰোহ বা শতাব্দী আগৰ স্বাধীনতা যুঁজত মণিৰাম পিয়লী ফুকন আদি দেশপ্ৰেমিক লোকসকলৰ দেশপ্ৰেম অন্তৰেৰে শলাগিলেও তেখেতসকলৰ কাৰ্য্যপন্থাৰ ভাবী ফলত সন্দেহ কৰিছিল। এই কাৰণে মণিৰাম দেবান আদিয়ে দেশপ্ৰেমৰ বলি হৈ দেশক প্ৰেৰণাহে দি গ'ল, সেই প্ৰেৰণাৰ ফল তেতিয়াই নফলিল। মণিৰাম দেবানৰ কাৰ্য্যপন্থাই সুফল নধৰিব বুলি হৰকান্ত বৰুৱায়ো, মণিৰাম দেৱান আৰু দেৱানৰ ফলীয়া লোকৰ লগত নিজেও যোগ দিয়া নাছিল আৰু ঘনকান্ত যুবৰাজক, যুবৰাজৰ মঙ্গল চিন্তিয়েই মণিৰাম দেবানৰ পৰা আঁতৰত ৰাখিছিল। যুবৰাজৰ গাত বিদ্ৰোহৰ ছাঁ পৰে বুলি, দেৱান মণিৰামে যুবৰাজৰ দেৱীঘৰত আশ্ৰয় লোৱা কথা, কমিচনৰ আদি ইংৰাজ বিষয়াসকলে সন্দেহৰ চকুৰে চোৱাত, তেওঁ-লোকক এনেদৰে বুজাইছিল যে যুবৰাজৰ গাত অলপো দোষ নাই। হৰকান্ত বৰুৱাই দূতীৰাম চিৰস্তাদাৰকো চাহাব কৰ্ম্মচাৰীসকলৰ আগত নিৰ্দ্দোষী বুলি কৈছিল। তেখেতে কমিচনৰ চাহাবক এই বুলি কৈ আক্ষেপ কৰিছিল যে বহু নিৰ্দ্দোষী লোক এই বিদ্ৰোহত মিছাকৈয়ে শাস্তি ভুগিলে। মণিৰাম দেৱানৰ মৃত্যুদণ্ডত, তেখেতে বেজাৰেৰে কৈছিল যে মণিৰাম নিজেও (মিছাতে) নষ্ট হ'ল, লগতে আন লোক সকলকো নষ্ট কৰিলে।

স্বাধীন অসমৰ ৰাজ্যভ্ৰষ্ট আহোম ৰাজবংশৰ লোকসকললৈ হৰকান্ত বৰুৱাৰ বিশেষ শ্ৰদ্ধা সহানুভূতি আৰু প্ৰীতিৰ ভাব আছিল। যুবৰাজ ঘনকান্ত সিংহ আৰু ৰাণী পদ্মৰেখাক কেন্দ্ৰ কৰিয়েই যেন অসমৰ অতীত, বৰ্ত্তমান আৰু দূৰ ভৱিষ্যতলৈ চকু ফুৰাই চাইছে, এনে ভাব "আত্মজীৱনী"ত দেখা যায়। বাস্তবিকতে যুবৰাজ আৰু ৰাণীৰ ভৱিষ্যতে স্বাধীন আৰু গৌৰৱময় অসমৰ

উজ্জ্বল স্মৃতি, স্বৰ্গদেউ সকলৰ গাতে লাগি থকা সোণামুৱা মজুন্দাৰ বৰুৱা সকলৰ, শ্ৰদ্ধা আৰু সহানুভূতিৰে আত্মজীৱনীত প্ৰতিফলিত হৈছে।

ঘনকান্ত যুৱৰাজক দিয়া উপদেশ, কমিচনৰ চাহাবৰ মেমৰ সৈতে ৰাণীক সাক্ষাৎ কৰোৱা কাৰ্য্য, কমিচনৰক যুৱৰাজৰ মঙ্গলৰ অৰ্থে কোৱা যুৱৰাজৰ মৃত্যুৰ কাৰণ সম্বন্ধে মিছা সন্দেহ আঁতৰোৱা, শ্ৰাদ্ধাদিৰ খৰছৰ কাৰণে কমিচনৰক কোৱা, পদ্মৰেখা ৰাণীৰ পেনচিন মঞ্জুৰ কৰোৱা, কমিচনাৰক কৈ কেশৱকান্ত সিংহক 'যুৱৰাজ' উপাধি দিওৱা, আৰু শ্ৰাদ্ধত নিজে দিহা-দৰা দিয়া কাৰ্য্যাৱলী হৰকান্ত বৰুৱাৰ তেনে মনোভাৱৰে জ্বলন্ত প্ৰমাণ।

১৭৮৩ শকত ভোটৰ লগত ইংৰাজৰ যুঁজত হৰকান্ত বৰুৱা ইংৰাজৰ এজেণ্ট্ হৈ ৰঙিয়াৰ পৰা চিপাহীৰ ৰচদ-পাতিৰ যোগান ধৰিছিল। তালৈ যাবলৈ ওলোৱাত তেখেতৰ মাতৃ আৰু 'বৰঘৈণী'যে কৈছিল "কামকো নেলাগে, যাবও নেলাগে।' কিন্তু তাহানি মোগলৰ লগত অসমৰ যুঁজত, আহোম সেনাপতিৰ লগত প্ৰধান উপদেষ্টা হৈ ৰণ জিকি অহা মযৰধ্বজ বৰুৱাৰ বংশৰ হৰকান্ত বৰুৱা মাতৃ আৰু ঘৈণীক নিৰ্ভয় দি তালৈ গৈছিল।

চৰকাৰী কাৰ্য্যত থকা কালত হৰকান্ত বৰুৱাই, অসমীয়া লোকসকলৰ কৰ্ম্মৰ সংস্থান আৰু উন্নতিৰ কাৰণে ডিপুটী কমিচনৰ আৰু কমিচনৰক কৈছিল। তেখেতৰ লৰাবালৰ বন্ধু মুন্সীক পেচ্কাৰ কৰ্ম্মৰ পৰা ২৫০৲ টকীয়া আচিচৰ্ কৰ্ম্ম দিয়াইছিল। তেতিয়া হৰকান্ত বৰুৱা ডিপুটী কলেক্টৰ। ঘটনাক্ৰমে মুন্সীৰ সেই কৰ্ম্মটি যায়। পেচ্কাৰী কৰ্ম্মটিও নাছিল। বৰুৱাই বন্ধুৰ কাৰণে ডিপুটী কমিচনৰক বহুত বৈ-মিলি বন্ধুজনক আকৌ পেচ্কাৰী কৰ্ম্ম দিয়াইছিল।

হৰকান্ত বৰুৱাৰ বঙ্গালী বন্ধুও আছিল। গুৱাহাটীৰ পৰা বদলি হৈ তেখেতে কোনো সময়ত বঙ্গালী বন্ধুৰ ঘৰতো আছিলগৈ। নিজে নৈষ্ঠিক ব্ৰাহ্মণ হৈও তেওঁৰ উত্তৰ গুৱাহাটী ঘৰত 'ব্ৰেনৰ্বিল চাহাব'ৰ অসমীয়া খৃষ্টান মেমৰ অভ্যৰ্থনা কৰিছিল। কমিচনৰ চাহাবৰ মেমে তেওঁক নিজৰ 'বেটা' বুলি মাতিছিল। কিন্তু মেমে দিয়া অৰ্থাৎ খৃষ্টানে দিয়া আচাৰ তেখেতে খাব নোৱাৰে বুলি সৰল ভাবেই কৈছিল। হৰকান্ত বৰুৱাৰ নৈষ্ঠিকতাত অইনধৰ্ম্মী লোকৰ প্ৰতি ঘৃণাভাব নাছিল। ই আছিল নিজ ধৰ্ম্মত আৰু ধৰ্ম্মাচৰণত আস্থা ৰখা নিষ্ঠা আৰু নৈতিকতা।

হৰকান্ত বৰুৱাই গোলাম-বান্দী খালাছ হোৱাত মধ্যবিত্ত আৰু ৰজাদিনীয়া সম্ভ্ৰান্ত লোকসকলৰ দুখ-দুৰ্গতিৰ কথা মিল চাহাবৰ আগত স্বীকাৰ কৰিছে।

গোলাম-বান্দী মুক্তকৰা আইন শুদ্ধকাৰ্য্যই হৈছে আৰু তাৰ দ্বাৰা পৃথিবীৰ বহু দুখ-দুৰ্গতি নোহোৱা হৈছে। কিন্তু অসমৰ গোলাম-বান্দী, ইংলণ্ডৰ বুৰঞ্জীৰ 'চাফ' (serf) বা তাহানিৰ আফ্ৰিকাৰ দাসৰ লগত তুলনা কৰা উচিত নহয়। অসমৰ গোলাম-বান্দীৰ লগত সি সকলৰ স্বৰ্গ-মৰ্ত্ত্যৰ প্ৰভেদ আছিল। অসমত তেওঁলোকক গৃহস্থই নিজৰ পৰিয়ালৰ লোকৰ ভিতৰ গণ্য কৰিছিল। তথাকথিত গোলাম-বান্দীৰ বিবাহ, গৃহস্থ ঘৰৰ উদ্যোগতে হৈছিল। গৃহস্থই তেওঁলোকক বস্তি আৰু ৰুপিত মাটিও দিয়া উদাহৰণ পোৱা যায়। বহুতে গৃহস্থৰ মৰমত, আইনে মুক্ত কৰাতো, আজীৱন গৃহস্থৰ ঘৰতে কটাইছিল।

কৰ্ম্মকুশলতা আৰু সাধুতা গুণত হৰকান্ত বৰুৱাই ক্ৰমে উন্নতি কৰি, গুৱাহাটী, মঙ্গলদৈ, তেজপুৰ আৰু নগাওঁত সদৰামীন, মুন্‌চিফ আৰু ৪০০৲ টকীয়া ডিপুটী মেজিষ্ট্ৰেট হৈ "৩১ আষাৰ (১৭৯৮ শক ইং ১৮৭৬ চনত ছিল্‌হটলৈ) বদলাবদলি ৰেপট শুনি" ছমাহৰ ছুটী লোৱাৰ পিছত, ৬১ বছৰ পাৰ হৈ যোৱাত চৰকাৰী কৰ্ম্মৰ পৰা অৱসৰ লৈছিল বুলি কব পাৰি।

চৰকাৰী কৰ্ম্মৰপৰা অৱসৰ লৈ, হৰকান্ত বৰুৱাই উত্তৰ গুৱাহাটী-গুৱাহাটীৰ মিউনিচিপালিটীৰ মেম্বৰ হৈ দেশ-সেৱা কৰা উল্লেখ আছে। তেখেতে অৱসৰ লোৱাৰ পিছত কৃতকাৰ্য্যভাবে নগাওঁ বাহৰত আউনীআটীৰ অধিকাৰ, আৰু উত্তৰ-গুৱাহাটী দিহিং সত্ৰৰ এজনা গোসাইক কবিৰাজি চিকিৎসাৰে আৰোগ্য কৰালৈ চাই, সদৰামীন বৰুৱা এগৰাকী অভিজ্ঞ চিকিৎসকো আছিল বুলি ধাৰণা হয়।

হৰকান্ত বৰুৱা পেচ্‌কাৰ হৈ থকাতে যত্ন কৰি তেখেতসকলৰ বন্দবস্তী পৰগণাৰ অন্তৰ্গত হাজোত এখন স্কুল স্থাপন কৰাৰ উল্লেখ আছে। উত্তৰ-গুৱাহাটীৰ সংস্কৃত স্কুলৰ (টোলৰ) কাৰণে মঞ্জুৰী আনিছিল, আৰু নিজৰ পুত্ৰসকলক ইংৰাজী পঢ়িবলৈ দিছিল। নববিবাহিত নাতি-জোৱাই ৺তিলক চন্দ্ৰ চাংকাকতীক দ্বিতীয় পুত্ৰ ৰত্নকান্তৰ লগলৈ নগাৱঁত ইংৰাজী শিকিবলৈ পঠাইছিল। এইদৰে তেখেতে প্ৰাচীন ভাৰতীয় ভাষা সংস্কৃত, আৰু নতুন বিদেশী ৰজাৰ ভাষা ইংৰাজী শিক্ষাত, আগ্ৰহ দেখুৱাই, নতুন আৰু পুৰণিৰ লগত সকলোৱে যাতে নিজক খাপ খুৱাই আগবাঢ়িব পাৰে, তাকে ইচ্ছা কৰিছিল।

ঘৰুৱা জীৱনত হৰকান্ত বৰুৱা সকলো পিনে অতি নিয়মিত, শৃঙ্খলাপ্ৰিয় কিন্তু উদাৰ আৰু সহিষ্ণু আছিল। খাদ্যবিষয়ত, তেখেতে জঁহা চাউল, মগুৰ

পুথি এখন লিখিবলৈ সক্ষম কৰিছিল। হৰকান্ত সদৰামীনে তেখেতৰ ঘৰ, সমাজৰ, সন্দভত জন্ম-মৃত্যু বিবাহ, মিত্ৰতা-বৈৰিতা, উৎসব-ব্যসন, দৰবাৰ-শাসন আদি বহু বিষয়ৰ প্ৰকাশ, যুক্তি আৰু বৰ্ণনা এনে ধৰণে 'আত্মজীৱনী'ত লিখিছে যে তাৰ মাজে মাজে চিৰন্তন সত্য আৰু সুন্দৰৰ ভাব, সৰল লিখন ভঙ্গীৰ মাজেদি জিলিকি উঠিছে। শিৱকান্ত ককায়েকে তাড়না কৰাত মাক লৰি অহা, শিৱকান্তৰ মৃত্যুত শোক, ভোটৰ যুঁজত ৰঙিয়ালৈ যাবলৈ মাক আৰু ঘৈণীৰ মায়া, দুই ভাতৃৰ গুৱাহাটীত বিবাহ, ৺কুশদেৱ অধিকাৰৰ বৈকুণ্ঠ প্ৰয়াণ, ৰাণী পদ্মৰেখাক কমিচনৰৰ মেমৰ সাক্ষাৎ কৰোৱা ঘটনা, ঘনকান্ত যুৱৰাজৰ মৃত্যু, ৰাণী পদ্মৰেখাৰ শোক, সত্ৰৰ অধিকাৰ পতা উৎসব, লেফ্‌টেনাণ্ট গবৰ্ণৰৰ সভাৰ বিবৰণ আদিত, তেখেতৰ বুৰঞ্জীবিদ্‌ মনটি আৰু সাহিত্যিকৰ হৃদয় খনিৰ আভাস পোৱা যায়। বৰ ঘৈণীৰ তীৰ্থত মৃত্যু কামনা আৰু অন্তিম কালৰ শোক সেৱাই যেনেকৈ পাঠকৰ মন দ্ৰবীভূত কৰিব, সেইদৰে চোৰ বৈদৰ কাণ্ড-কাৰখানাই আচৰিত কৰিব আৰু ইংৰাজ বিষয়াই 'বেজীয়া'ৰ বিবাহ পতা কাৰ্য্যই হঁহুৱাব। কমিচনৰৰ মেম আৰু পদ্মৰেখা ৰাণী সংক্ৰান্তত, মেমচাহাব, ৰখি ৰখি বিৰক্ত হোৱাত, সদৰামীনে কৈছে, "আপুনিও ৰাণী, পদ্মৰেখা ৰাণীও ৰাণী, ৰাজা ৰাজনেৰ কথাই বেলেগ।" পাঠকে ইয়াত বহু কথা আৰ মিশ্ৰিত ৰসৰ সন্ধান পাব। ধাৰ্ম্মিক, বিনয়ী, গম্ভীৰ প্ৰকৃতিৰ সদৰামীন বৰুৱাই, সময়ত নিজৰ কথা কৈয়ে হঁহুৱায়।—ৰাণী পদ্মৰেখা কমিচনৰৰ মেমক দেখা কৰিবলৈ অহাত পলম হ'ল। হৰকান্ত বৰুৱা কাছাৰীত চৰকাৰী কামত ব্যস্ত। এনেতে নাৰায়ণ লগুৱাই খবৰ দিলে, ৰাণী আহিছে, বৰুৱাইহে মেমক দেখা কৰোৱাব লাগিব। ৰাণীয়ে মাতিছে। মহা মস্কিল। ডিপুটী কমিচনৰে ছুটী নিদিয়ে। নগলেও নহয়। এতেকে "সৰ্ব্বনাশে সমুৎপন্নে অৰ্দ্ধং ত্যজন্তি পণ্ডিতা।" "আপদে নিয়মো নাস্তি' এনে ভাব লৈ, চাহাবক, পেটবেয়া বুলি কৈ, লৰি ৰাণীৰ ওচৰ পালে আৰু মেমক সাক্ষাৎ কৰালে। 'সদৰামীনৰ আত্মজীৱনী'ত সাহিত্যৰ উচ্ছ্বাস, বুৰঞ্জীৰ বাণী আৰু উপন্যাসৰ নিচাই, পাঠকক মাজে মাজে অভিভূত কৰিব।

স্বৰ্গীয় সদৰামীন ডাঙৰীয়াৰ প্ৰথম পুত্ৰ ৺কমলাকান্ত বৰুৱা মৌজাদাৰ আছিল আৰু পিছত বিখ্যাত কবিৰাজ নামে জনাজাত হৈছিল। মোৰ ৺মাতৃৰ মুখে শুনামতে ডেকাকালত তেখেত অতি বলশালী পুৰুষ আছিল। এবাৰ ঘৰপোৰা জুইৰ মাজৰ পৰা, প্ৰকাণ্ড লোহাৰ পেৰা অকলৈ চোতাললৈ

দলিয়াই দিছিল। তেখেতৰ পুত্ৰাৰ জলপান আছিল—কিনা হালগিৰীয়ে তপতে তপতে খীৰাই আনি দিয়া দুসেৰ গৰুৰ গাখীৰ। মই দেখাত, বৃদ্ধ-কালতো তেখেতৰ নিচিনা দীঘলে ডাঙৰে, নাকে-মুখে ঘুনীয়া, নিপোটল পুৰুষ, এতিয়া বিৰল।

দ্বিতীয় পুত্ৰ ৺ৰত্নকান্ত বৰুৱা তহচীলদাৰ ( পিছলৈ চব্‌ডিপুটী কালেক্টৰ ), নাক, মুখ, চকু, তললৈ ওলমি থকা প্ৰকাণ্ড গোফ আৰু গালপাট্টাৰে থাওকাল ধৰণৰ, মাতৃ সম্বন্ধে মোৰ মূৰদেউতাক, মই এজন পশ্চিমীয়া জমিদাৰ যেন দেখি-ছিলোঁ। তেখেতে ৰবি বৰ্ম্মাৰ দৰে জল-ৰঙৰ (water colour) ছবি আঁকিছিল—নিজ যত্নত ঘৰতে শিকি। তেখেতৰ ছবি উত্তৰ গুৱাহাটী, গুৱাহাটী, আউনীআটী সত্ৰ আদিত আছে বুলি জানোঁ। বিলাতলৈ ( লণ্ডনলৈ ) পঠোৱা বুলিও শুনিছিলোঁ। তেখেতৰ অতি সুন্দৰ হাতী দাঁতৰ কামৰ নমুনা এতিয়াও দুই এঘৰত পোৱা যাব। তেখেতৰ প্ৰকাণ্ড চেতাৰৰ আওবাজ্ আৰু মধুৰ 'গত'ৰ ধ্বনিয়ে বহুতক মোহিত কৰিছিল। তেখেতৰ, চৰাই আৰু পশুৰ, এখন সৰু চিৰীয়াখানা আছিল। তেখেতে বাঘ এটাও পুহিছিল কিন্তু ভয়ঙ্কৰ হৈ উঠাত গুলিয়াই মাৰিছিল। তেখেতে বাহ আৰু বেতেৰে, চৰাইৰ সজাবোৰ, ধুনীয়াকৈ নিজে সাজিছিল। মোৰ ৺মাতৃয়ে তেখেতৰ পৰা গান গাবলৈ, ফটাকানিৰ ধুনীয়া পুতলা সাজিবলৈ আৰু ছবি আঁকিবলৈ শিকিছিল। মযো লৰাকালত তেখেতৰ ওচৰত ছবি অঁকা আৰু চেতাৰ বজোৱা শিকিছিলোঁ। তেখেতৰ তৃতীয় পক্ষৰ জীয়াৰী বিধবা ৰেৱতী মাহী এতিয়াও জীবিত, তেখেতেও কিছু ছবি আঁকিব জানিছিল। তহচীলদাৰ মূৰদেউতাৰ, স্বৰ্গীয় ললিতমোহন লাহিড়ী উকীল প্ৰমুখ্যে কেবা গৰাকী বিশিষ্ট বঙ্গালী বন্ধু আছিল।

সদৰামীনৰ মৰমৰ পুত্ৰ ৺দুৰ্গাকান্ত বৰুৱা কলিকতাত শিক্ষা লাভ কৰি আহি অলপ কালতে স্বৰ্গী হৈ সদৰামীনক বৰ শোক দিছিল। তেখেতে কপৌ-কপৌবনীৰ বিলাপ' বুলি কবিতাপুথি এখনি ৰচিছিল বুলি ৺মাতৃযে কোৱা শুনিছোঁ। সদৰামীনে দুৰ্গাকান্তৰ 'দ্বাদশ স্কন্ধ' ভাগৱত এখনৰ কথা উল্লেখ কৰিছে। সদৰামীনে নিজৰ কৃত 'গীতাগ্ৰন্থ'ৰ কথাও উল্লেখ কৰিছে। 'হৰিস্মৃতি সুধাঙ্কুৰ' পুস্তকৰ কথাও আত্মজীৱনীত লিখিছে। এইখনি বোধ কৰোঁ সংস্কৃত বা বঙালী। আত্মজীৱনীত উল্লিখিত 'ৰামৰাজ্যাভিষেক' নাটক নিঃসন্দেহে অসমীয়া গ্ৰন্থ।

সদৰামীনৰ আৰু এজন পুত্ৰ ধৰ্ম্মকান্ত বৰুৱাৰ বিষয়ে বিশেষ নেজানো আৰু কব নোৱাৰিলোঁ। তেখেতৰ 'পুতুলী' নামৰ নাতিনী, বিবাহিত ছোৱালী এজনীহে আছে।

সৰ্ব্বকনিষ্ঠ ৺দেবকান্ত বৰুৱা জজ্-কাছাৰীত কেৰাণী কাম কৰিছিল যদিও, আচলতে তেখেত এজন সন্ন্যাসী আৰু সাধক শ্ৰেণীৰ লোক আছিল। তেখেতৰ জীয়েক ৺ধৰিত্ৰী দেবীৰ পুতেক শ্ৰীমান 'বাপলু' এতিয়া এজন মহকুমাৰ ভাৰপ্ৰাপ্ত ডাক্তৰ।

কালৰ গতিত হৰকান্ত বৰুৱাৰ নিজৰ ঘৰখন সম্পূৰ্ণকৈ লয় পালে। নিজৰ নাতিনী সকলৰ সন্তান-সন্ততি সৱলহে আছে। সোণামুৱা মজুন্দাৰ বৰুৱাৰ বংশৰ ঠালঠেঙুলি, কেৱা ঘৰো, উত্তৰ গুৱাহাটীত আৰু শিবসাগৰ যোৰহাট আদি ঠাইত আছে। সোণামুৱাৰ সদৰামীন ৺হৰকান্ত শৰ্ম্মা মজুন্দাৰ বৰুৱা আজোককাৰ স্বৰ্গত আত্মাৰ প্ৰতি শ্ৰদ্ধা আৰু সেৱা জনাই আমাৰ পাতনিৰ সামৰণি মাৰিলোঁ। 'পৰিশিষ্ট'ত তেখেতৰ বংশাবলী দিয়া হৈছে। ইতি—

উত্তৰ গুৱাহাটী
৩০।৮।৬০

শ্ৰীকুমুদ চন্দ্ৰ বৰদলৈ

---

## শুধৰণী

**বিশেষ দ্ৰষ্টব্য ঃ**—"সদৰামীনৰ আত্মজীৱনী'ৰ সম্পাদনাত চন-তাৰিখ, অন্যান্য বুৰঞ্জীৰ সৈতে দুই এঠাইত নিমিলিলেও শুধৰোৱা হোৱা নাই—কাৰণ, সেইটো বিচাৰ সাপেক্ষ। য'ত, যোগ-বিয়োগত ভুল স্পষ্ট, তাতহে শুধৰোৱা হৈছে আৰু লগে লগে টোকা দিয়া হৈছে।

পৃষ্ঠা—৮, পংক্তি ১৪—১৭৫৭ শক নহৈ ১৭৫৩ শক হব।

পৃষ্ঠা—৪৬, পংক্তি ১—'গৌৰীকান্ত'ৰ ঠাইত 'গোপীকান্ত' হব।

—সম্পাদক

# সদৰামীনৰ আত্মজীৱনী

## প্ৰথম আৰু দ্বিতীয় খণ্ড

## সূচী

### প্ৰথম খণ্ড

## তৃতীয় অধ্যায

## চিপাহী বিদ্ৰোহাদি

ক—শক ১৭৭৮। ১২৬৩ সন। ১৮৫৬-৫৭ ইং।



খ—শক ১৭৭৯। ১২৬৪ সন। ১৮৫৭ ৫৮ ইং।



## চতুৰ্থ অধ্যায

## ইংলণ্ডেশ্বৰী মহাৰাণীৰ ভাৰতৰ ৰাজ্যভাৰ গ্ৰহণ

ক—১৭৮০ শক। ১২৬৫ সন। ১৮৫৮-৫৯ ইং।



খ—১৭৮১ শক। ১২৬৬ সন। ১৮৫৯-৬০ ইং।



গ—১৭৮২ শক। ১২৬৭ সন। ১৮৬০-৬১ ইং।

## নৱম অধ্যায (১৭৯০—৯৩ শকলৈ)



## দশম অধ্যায

# দ্বিতীয় খণ্ড ( ১৭৯৫—১৮১১ শক )

## চীফ কমিচনৰৰ শাসনত অসম

### প্ৰথম অধ্যায়

### শ্ৰীশ্ৰীকিটিং চীফ্ কমিচনৰ

( Col R H Keatinge v c , c s i )



### প্ৰথম অধ্যায় ( ক্ৰমশঃ )

## দ্বিতীয় অধ্যায়

শ্ৰীশ্ৰীবেলী সাহেব চীফ্ কমিচনৰ ( Sir S C Bayley K C S I )

১৮০২ শক। ১২৮৭ সন। ১৮৮০-৮১ ইং।



## তৃতীয় অধ্যায়

শ্ৰীশ্ৰীএলিয়ত সাহেব চীফ্ কমিচনৰ ( Sir C A Elliot K C S I )

ক—১৮০৩ শক। ১২৮৮ সন। ১৮৮১-৮২ ইং।



খ—১৮০৪ শক। ১২৮৯ সন। ১৮৮২ ৮৩ ইং।

## তৃতীয় অধ্যায় ( ক্রমশঃ )



## চতুৰ্থ অধ্যায়

শ্ৰীশ্ৰীওৱাৰ্ড একটিং চীফ্ কমিচনৰ ( Sir W E Ward K C S I )

## পৰিশিষ্ট



---

## শুধৰণী

পৃষ্ঠা ৸৴০ পংক্তি ৯, ১১—'গৌৰকান্ত' নহৈ 'গৌৰীকান্ত' হব।

" ৸৶০ " ১০—'বুলি এটা' নহৈ 'বুলি' হব।

" ১॥৴০ " ১১—'পিয়লী ফুকন'ৰ ঠাইত 'পিয়লী বৰুৱা' হব।

" ১॥৶০ " ৩—'ঘুনীয়া'ৰ ঠাইত 'ধুনীয়া' হব।

সোণামুৱাৰ

# সদৰামীন হৰকান্ত শৰ্ম্মা মজুন্দাৰ বৰুৱাৰ

# আত্মজীৱনী

## প্ৰথম খণ্ড

( শক ১৭৩৭—১৭৯৪ )

## প্ৰথম অধ্যায়

### জন্মাদি বিৱৰণ—মানৰ দিন—ডেভিদ ইস্কাট ইংৰাজৰ দখল

১৭৩৭ শকৰ, ১২২২ সনৰ অগ্ৰায়ণ মাহৰ অষ্টাবিংশতি অথচ ২৮ দিন যোৱাত, মঙ্গলবাৰে ৰাত্ৰি ৮ দণ্ড মধ্যে, উজান যোৰহাট সাকিনে আমি জন্মগ্ৰহণ কৰোঁ। তৎকালে শ্ৰীশ্ৰীচন্দ্ৰকান্ত সিংহ ৰাজা আছিল। কিন্তু পূৰ্ণানন্দ বুঢ়াগোহাঞী ডাঙ্গৰীয়া সহিত কাজিয়া হোৱাত দেশত অনেক উপদ্ৰৱ হৈ দুৰ্গতি হল। পাচে চন্দ্ৰকান্ত সৰ্গদেৱে বুঢ়াগোহাঞীক মাৰিবৰ নিমিত্তে নানা যন্ত্ৰণা-মন্ত্ৰণা কৰি কৃতকৰ্ম্ম সাধন কৰিব নোৱাৰি, বদনচন্দ্ৰ বৰফোকনক মান ৰাজাৰ ঠাই কৈ পঠালে,—"মোৰ মন্ত্ৰী বুঢ়াগোহাঞী মোক ৰাজত্বি গুচাই নিজে ৰাজত্বি কৰিছে, এতেকে ভাইৰাজা মোক সৈন্য-সামন্ত দি স্থাপন কৰোক।" পাচে, বৰফোকন গ'ল। কলৈ গ'ল, কোনেও কব নোৱাৰিলে। পৰস্পৰ-শুনা হৈছিল ছিলহ্‌টেদি মানৰ দেশলৈ গ'ল॥ ১॥

জন্ম

ৰাজা মন্ত্ৰীৰ

বদনে মান অনা

তদপৰ উজানে শদিয়াত মান আহিল ও বৰফোকনো আহিছে বুলি জনৰব হল। সেই সময় বুঢ়াগোহাঞী ডাঙ্গৰীয়াৰ

পূৰ্ণানন্দৰ মৃত্যু

কচিনাথৰ পলায়ন

চন্দ্ৰকান্তক স্থাপন

বদনচন্দ্ৰ ৰাজা হেন

বেমাৰ আছিল হেতু পুত্ৰ ৰুচিনাথক যুদ্ধ কৰিবলৈ সৈন্য-সামন্ত সহিত পঠালে। এনেতে বুঢ়াগোহাঞী ডাঙৰীয়া মৃত হল। পুতেক ৰুচিনাথ ডাঙৰীয়া যুদ্ধত ঠাৱৰিব নোৱাৰি হোহকি আহিল। হঠাৎ মান সহিত বৰফোকন আহি যোৰহাট সোমাই ৰাজাক স্থাপন কৰিলে। এবং ৰুচিনাথ ডাঙৰীয়া ভটীয়াই গ'ল। সেই সময়ত বুঢ়াগোহাঞীৰ ফলীয়া বিষয়াসকল স্থানাস্থান ভটীয়াই গ'ল। কোনোসকলক বুদ্ধি-কৌশলে নি দণ্ড-বন্ধ কৰিলে। সেই সময় দুৰৱাৰ বদনচন্দ্ৰ বৰফোকন প্ৰায় ৰাজা হেন হৈছিল ॥ ২ ॥

পুৰন্দৰ ৰজা হোৱা
চন্দ্ৰান্তৰ কৰ্ণ ছেদ

মান আহি ৰাজাক স্থাপন কৰি গ'ল। ৰুচিনাথ ডাঙৰীয়া কতেক চুন্দিয়া চিপাহী ভাঠীৰ পৰা লৈ আহি বৰমুৰা গোহাঞীৰ পুত্ৰ ব্ৰজনাথ, তৎপুত্ৰ পুৰন্দৰক ৰাজা পাতি ১৭৩৯ শকত চন্দ্ৰকান্ত ৰাজাৰ কৰ্ণছেদ কৰিলে ॥ ৩ ॥

চন্দ্ৰকান্ত পুনৰ ৰজা হোৱা

পুনৰ্ব্বাৰ শদিয়াৰ পৰা মান আহি চন্দ্ৰকান্ত ৰাজাক স্থৈৰ্য্য কৰি, খৰিকাটানা আদি কৰ বহুৱাই দেৱালয় আদিৰ ধন লুটপাট কৰিলে।

মানৰ আমল
খৰিকাটানা কৰ

১৭৪০ শকৰ চৈত্ৰ মাহে দেশ ভগন হল। এইহেতু মানৰ ৩।১০।১৯ দিন মানৰ আমল বুলিব লাগে। ঐ আমলে যুদ্ধৰ খৰচ বুলি খৰিকাটানা, উত্তম ঘৰত ৩৲ টকা, মধ্যমত ২৲ টকা, সামান্যত ১৲ টকা, প্ৰাকৃতত ৷৹ আনা লগালে। আৰু ছয় আনিত ফিৰা ।৵৹ আনা লগালে, এহেতু ছয়-আনি পৰগণা বোলে ॥ ৪ ॥

ৰঙ্গপুৰ চিলমাৰীত

সেই সময়তে আমাৰ পিতা ও মাতা তিল, আৰু ৰৰমাতৃ ধীৰ, জেষ্ট গোপীকান্ত ও শিৱকান্ত ও বিষ্ণুকান্ত, ও খুৰা কৃষ্ণকান্ত বৰুৱা তেওঁৰ পৰিবাৰ সহিত একত্ৰে ভটীয়াই গৈ গোহাটী পাই, তাৰে পৰা ভাঠী ৰঙ্গপুৰ জেলাৰ চিলমাৰি সাকিনে নন্দবাবুৰ ঘৰে থকা। তদপৰ ৰুচিনাথ বুঢ়াগোহাঞী চিপাহী আনিবৰ মতলবে কলিকাতা যাত্ৰা কৰি আমাৰ পিতাকো

সঙ্গে যাবৰ কোৱাত্ত স্বীকাৰ পূৰ্ব্বক পিতা ও জেষ্ট গোপীকান্ত ও খুৰা গ'ল ॥ ৫ ॥

কচিনাথৰ ইংৰাজৰ পৰা সাহায্য ভিক্ষা বিফল হোৱা

বুড়াগোহাঞী ডাঙ্গৰীয়া কলিকাতা যাই গবৰণৰ জেনেৰেল সাহেবত চিপাহীৰ কথা কোৱাত, নিদিলে, ফিৰি আহিল ও আমাৰ পিতা প্ৰভিতি আহি নন্দবাবুৰ ঘৰতে থকা হ'ল। তদপৰ ঐ চিলমাৰি সাকিনে বুড়ীমাই, স্বকন্যা ও পেহী অচ্যুতা ভেদবমিত মৃত হল। সেই সময়ত মোৰ অলপ বয়স, কিঞ্চিৎ মাত্ৰ স্মৰণ হয় ॥ ৬ ॥

বংশৰ লোকৰ মৃত্যু

ডেভিদ ইস্কাট সাহেবে মান খেদা চন্দ্ৰকান্ত বন্দী

তদপৰ চন্দ্ৰকান্ত সৰ্গদেৱ মানসহিত লুটপাট কৰি ইংৰাজ বাহাদুৰৰ সীমা হাদ্দিৰাচকীত গোলমাল কৰাত ডেবিড্‌ ইস্কাট সাহেব কমিচনৰ ফৌজ সহিত আসাম দেশে আহি ১৭৪৩ শকে যুদ্ধ কৰি মানক ঘটোৱালে, এবং চন্দ্ৰকান্ত ৰাজাক ধৰি কয়েদ কৰিলে। মান পলাল ॥ ৭ ॥

ভগনীয়া লোকৰ পগলা-টেকলৈ অহা

পাছে ডেবিদ ইস্কাট কমিচনাৰ সাহেব ক্ৰমে উজাই আহিল। আমালোকো ও অন্যান্য ভগনীয়া লোক স্থানস্থানান্তৰ পৰা আহি পগলা-টেক নামক স্থানে, দক্ষিণপাৰে ব্ৰহ্মপুত্ৰ কিনাৰে বাস কৰা হ'ল ॥ ৮ ॥

ক্ৰমাৎ ভগনীয়া প্ৰিয়নাথ পৰ্ব্বতীয়া ফোকন ও বালাই কটকি আউনীআটীয়া ঘিণাই চৰব্ধুৱা ও গুৱাকটা ও বুড়াগোহাঞী ডাঙ্গৰীয়া প্ৰভিতি তাতে বাস কৰিছিল। এক ডাঙ্গৰ গ্ৰাম মত ভগনীয়া লোকৰ হৈছিল। পাচে আমালোক ঐ সাকিনে কিছো শালি খেত এক বৎসৰ কৰা হৈছিল। তাতে আমাৰ মাতৃৰ কুমুদী নামে কন্যা এটী হৈ ফৌত হ'ল। আৰু আষাৰ মাহে বৰ পানী হৈ তল যোৱাত, দক্ষিণ ফালে নাৱেদি গৈ পৰ্ব্বত কিনাৰত কয়েকদিন থাকি ভাত খোৱা গৈছিল। তাৰপৰ পুনৰ ঘৰ লোৱাত, আমাৰ ভাতৃ পেনৌ নামক মৃত হয় ও ১৭৪৫ শকৰ কাৰ্ত্তিক মাহৰ ২৩ দিন যোৱাত গৌৰীকান্ত জন্ম হয় ॥ ৯ ॥

ভগনীয়া গ্ৰাম

বংশত জন্ম ও মৃত্যু

মৃত্যু ও ভৌতিক পীড়া

তদপৰ আমাৰ বৈমাতৃ তিলমতী ঐ পগলাটেক সাকিনে ভাদ্ৰ মাহৰ কৃষ্ণা পঞ্চমীত ফৌত হয়। আমাৰো জ্বৰ ভৌতিক পীড়া হৈ মৃতকল্প হোৱা গৈছিল। নিয়াপী ৰাজখোৱা চিকিৎসা কৰি ভাল কৰিলে। তখন তখন, মোৰ অল্প অল্প স্মৰণ হয়॥ ১০ ॥

কখ শিকা

ঐ সাকিনে কান্দুৰা কটকী ফলি দি ক, খ, সিখাইছিল। আমালোক ভটীয়াই যোৱা সময়ত মৰঙ্গীয়াল ভকত অথচ

বন্ধু মিলনত আনন্দ

গোপীনাথ ভাঠী তীৰ্থ কৰিব গৈছিল। সেই স্থানে আহি লগ লোৱাতে সকলোৰে বৰ আনন্দ হৈছিল॥ ১১ ॥

## ইংৰাজে মানক খেদি দেশ লোৱাত, ভগনীয়া লোকৰ উজানে গতি

ডেভিদ ইষ্‌কাটে উজাই গৈ মানক খেদা

তদনন্তৰ ১৭৪৪ শকত ডেবিদ ইস্কাট কমিচনাৰ সাহেব উজাই যাই মানক খেদি দেশ আক্ৰমণ কৰি শ্যাম ফোকনক

শ্যাম ফুকন বন্দী

কয়েদ কৰিলে। এবং ১৭৪৫ শকৰ চৈত্ৰ মাহে, ১২৩০ সন ১৮২৩।২৪ ইংৰাজী মাৰ্চ্চ মাহে কামৰূপ প্ৰবেশ হোৱাতে

ভগনীয়া লোকৰ উজানে গতি

আমালোক প্ৰভিতি ভগনীয়া লোকসকল উজানে গতি কৰি ৰওনা হৈ আহিল। আমালোক ও কৃষ্ণকান্ত বৰুৱা খুৰা সহিত ব্যঙ্গলী জোঙ্গ্‌ নাও একখন কেৰেয়া লৈ উজাই বৰ্লীয়া নদীৰ মুখ পোৱা গল। তাতে স্নান লৈ এই নদীদি উজাই গৈ হাজো

হাজোৰ সুঁতিগ্ৰাম লৈ অহা

দেৱালয়* পাই, তাতে হাজো সুতি আছে, সেই সুঁতিদি গোহাটী যাব পাৰি,—তাতে ৰাতি থাকি গোসাঞী সেৱা কৰি উজাই চেঁচামুখ পোৱা হল। এনেতে শুনিলে আমাৰ মাতৃ

মাতৃবন্ধু-সকলক বিচৰ

বন্ধুসকল মানৰ দিনত ভাঙ্গি আহি সুঁতি গ্ৰামে আছে। পাচে, তেওঁলোকক দেখা কৰিবৰ কাৰণে পৰদিন প্ৰাতসে জেষ্ট শিৱকান্তক, লগত গোলামৰ লৰা দুটি সহিত, পঠাই দিলে।

* মূলত "হাদেৱালয"

বেলা অপৰাহ্লে তথাপি নাহিবৰ দেখি পিতামাতা বৰ দুঃখিত হৈছিল ঃ "নিচিনা নজনা ঠাই, কলৈ বা গল" বুলি ॥ ১২ ॥

## আমি সুঁতি গ্ৰামত

তদপৰ ভাঠী বেলা জেষ্ট মাতুল অনাদৰ বৰদলৈ ও জেঠাপ ভোলা কাকতী, জেঠাৰ পুত্ৰ কলীয়া কানাই প্ৰভিতি উপস্থিত হৈ আমাৰ পিতা ও খুৰা সহিত কথোপকথন হ'ল। আৰু কলে যে ইংৰেজীয়ে নতুনকৈ দেশ দখল কৰিছে মাত্ৰ, সম্প্ৰতি গোহাটী যাব নালাগে। দুই এক বৎসৰ বাদ গতি-ধাৰণ বুজি যাব। এই পৰামৰ্শ দিলে। ইহাই ভাল বুলিলত সুঁতি গ্ৰামৰ ভাগতী ব্ৰাহ্মণৰ ঘৰত থাকিবৰ দিলে। তাতে খুৰা সহিত কিছো দিন থকা হৈছিল। থকা ঘৰৰ আগচালিত মোক জেষ্ট শিৱকান্ত উত্তৰ-গোগ্ৰাহ পুথিৰ প্ৰথম পাত পাঠ দিছিল। পৌষ মাহে মঞি মাতিব নোৱাৰো দেখি পিঠিত এটা ছেকনি দ্বাৰা কোব মাৰিলে। তাতে মঞি ৰোদন কৰিব ধৰিলোঁ। ৺মাতৃ তৎকালে ভাত ৰান্ধিব ধৰিছিল। ক্ৰন্দন শুনি ত্ৰস্থমতে আহিল। জেষ্ট জনাই দেখি দাউৰি পলাল। মোক সোধাত ককায়ে মাৰিলে বুলি কলো। পাচে, মাতা মোৰ কাখতে বহি ক'লে,—"গহিঁ খোৱা লৰা! কিয় লৰাক মাৰে।" এই বুলি—"পঢ, মাতিব পাৰিবি।"—কৈ চক্ষুৰ লোতক মুচি দিলে। পুথিলৈ চাও, দেখি মাতিব পাৰিলোঁ। ৺মাতৃয়ে দেখি আনন্দ হৈ—"আপুনি পঢ়িব পাৰ,—নালাগে পাঠ দিব।" এই বুলি কোৱাতে আমি তেতিয়াই চাৰি পাত-মান সুন্দৰ মাতিৰ পাৰিলো। তদপৰ অন্যান্য ঠাইৰ পৰা পুথি বিচাৰি আনি পঢ়িব ধৰিলোঁ ॥ ১৩ ॥

সুঁতিগ্ৰামত থকাৰ কাৰণ

পঢ়িব নোৱৰাত তাড়না

মাতৃৰ মৰমত পঢ়িব পৰা

সেই সুঁতি গ্ৰামত ঠাই সংকীৰ্ণ দেখি তলীয়া গ্ৰামৰ মাধব দেৱালয়ৰ দেৱলীয়া মাটি এক খণ্ড লৈ কৃষ্ণকান্ত খুৰা সহিত কয়েকটা ঘৰ কৰি থকা গ'ল ॥ ১৪ ॥

তলীয়া গ্ৰামলৈ অহা

ইংৰাজৰ প্ৰথম মাটি বন্দবস্ত

তদনন্তৰ ১৭৪৬ শকে ডেবিদ্ ইস্কাট সাহেব কামৰূপৰ বুজৰ বৰুৱা প্ৰভিতিক তলব দি তেওঁলোকক কবুল মতে, সেই সনে বন্দবস্ত কৰি বিষ্ণুচন্দ্ৰ মুখপধ্যাক তহচীলদাৰ মকৰৰ কৰি তেওঁৰ হাতত টকা শোধাব দিলে। এবং হোৱাইট্ নামক সাহেব কালেক্টৰ হল ॥ ১৫ ॥

ডেবিড ইস্কাটৰ পৰা নিষ্কৰ জমি লাভ

তদপৰ আমাৰ পিতা ও খুৰা গোহাটী আহি ডেবিড ইস্কাট সাহেব কমিচনাৰ সাক্ষাত হোৱাত অন্ধ দেখি সোধাত চন্দ্ৰকান্ত ৰাজাৰ নাম কৰি *মানহতক বেয়া বুলিলে।* এইকথা কোৱাত জীবদ্দশা পৰ্য্যন্ত নিষ্কৰ কৰি হাজো পৰগণাৰ ক্ষুদ্ৰ কুলহাটীৰ হিডলা দলত ৰূপীত ১২ পুৰা দিলে ॥ ১৬ ॥

বিবাহাদি

সেই তলীয়া গ্ৰামত থকাতে কৃষ্ণকান্ত বৰুৱাৰ পুত্ৰ হলকান্ত আমাৰ মাতুলৰ দুহিতৃ জৰাইক বিবাহ কৰায়। এবং ৰুদ্ৰখৰি ঘৰৰ বগেই নামক কন্যাক অগ্ৰজ গোপীকান্ত ১৭৪৮ শকে বিবাহ কৰালে। তৎকালে আমি সৰু আছিলোঁ। জেষ্ট গোপীকান্ত অঙ্ক পঢ়াইছিল। এবং নকুচি গ্ৰামৰ কানুৰাম শৰ্ম্মা বৰদেউৰীৰ ঘৰ, মধ্যে মধ্যে, বিষ্ণুকান্ত জেষ্ট ও খুৰাৰ পুত্ৰ বেজী ওৰফে ব্ৰজকান্ত সহিত যাই, আমি সন্ধি ও শব্দ পঢ়া হৈছিল ॥ ১৭ ॥

অঙ্ক, সন্ধি ও শব্দ পঢ়া

নও সনীয়া বন্দবস্ত

১৭৪৭ শাকে ইস্কাট কমিচনাৰ সাহেব নও সনৰ নিয়মে বন্দবস্ত কৰিলে ॥ ১৮ ॥

প্ৰবৰ্ত্তনৰ কাৰণ ইংৰাজৰ চাকৰি

আমালোকৰ প্ৰবৰ্ত্তনৰ কঠিন হেতু আমাৰ জেষ্ট শিবকান্ত ও গোপীকান্ত গোহাটীত কমিচনৰ সাহেবৰ চেৰস্তাত ২০ বিশ্ বিশ্ টকাত ১৭৪৮ শকত মহৰিৰ মকৰৰ হৈছিল কিন্তু অলপ দিনৰ মধ্যেই অৱসৰ হল। এবং খুৰা কৃষ্ণকান্ত বৰুৱা পঞ্চায়তৰ মহৰিৰ ১৫ টকাত হৈছিল ॥ ১৯ ॥

** মূল অস্পষ্ট, অনুমানহে

## আমাৰ দুৰ্দ্দশা

হৰকান্তৰ উপনয়ন পিতাৰ পৰলোক

তদপৰ আমাৰ উপনয়নৰ কাল হোৱাত ১৭৫০ শকত চৈত্র-মাহে পিতা স্বয়ং উপনয়ন দি ১৭৫১ শকৰ শ্রাবণ মাহে শুক্লা তৃতীয়া তিথিত গ্রহণী বেমাৰে সেই তলীয়া গ্রামে স্বৰ্গী হ'ল। তৎকালে সৰ্ব্বজেষ্ট গোপীকান্ত ঘৰত নাছিল। কৰ্ম্মত মকৰৰ হবৰ কাৰণে উজান অঞ্চলে গৈছিল। সহোদৰ জেষ্ট শিবকান্ত ও বিষ্ণুকান্ত ও আমি প্রভিতি অগ্নিকৰ্ম্মাদি কৰা হৈছিল। জেষ্ট শিবকান্ত মুখাগ্নি পূৰ্ব্বক কৰ্ম্ম লৈ অষ্টাদশ দান সমন্বিতে কৰ্ম্ম ও বলদেব শৰ্ম্মা ৰাজখোৱাকে অথচ নাম দান দিয়া হৈছিল। কানুৰাম শৰ্ম্মা বৰদেউৰী পুৰুহিত। সেই সময় গৌৰীকান্ত সৰু আছিল। পিতাৰ কণ্ঠে একটি একমুখী ৰুদ্রাক্ষ আছিল। দাহৰ পৰদিনা মনত পৰাতে জেষ্ট শিবকান্ত দাহ স্থান খনন কৰি চোৱাতে, পোৱা নগল ॥ ২০ ॥

খুৰা পঞ্চায়তৰ মহৰি গোহাটীলৈ অহা যোৱা

কৃষ্ণকান্ত বৰুৱা খুৰা বৰপঞ্চায়তৰ মহৰিৰ হৈ গোহাটীত থাকে। আমিও কোন, কোন, সময় খুৰা সহিত আহি গোহাটীত থকা হয়, পুনৰ তলীযা গ্রামে যোৱা হয় ॥ ২১ ॥

জেষ্টসকলৰ উজানে যোৱা

উজানৰ পৰা মানুহ অনা

তাহাৰ পৰ আমাৰ জেষ্ট শিৱকান্ত ও গোপীকান্ত ১৭৫৩ শকে উজানে যাই মানৰ দিনত থোৱা বস্তুজাত কমলাবাৰী সত্রৰ পৰা কিছো আনিলে। এবং বুলন ও বুদাই বন্দী ও জননী বেটী, ও গৰগাঞৰ পৰা সৰু ঘৰগিৰী ও মগলু খাতৰ পৰা ঘিণলগা, তস্য ঘৈণীয়েক ও জীয়েক সহিত আনিলে। অন্যস্থানে দ্রব্য বস্তু কিছু নাপালে। মানে নিয়া বুলি সকলোৱে মিছা মাতিলে। সে যাহওক, সৰু ঘৰগিৰী কিছো দিন থাকি, লৰা তিৰোতা সহিতে উঠি আহোঁ বুলি, পুনৰ গৰগাঞে গৈ, নাহিল ॥ ২২ ॥

জেষ্ট তহশীলদাৰৰ মহৰি

সেই সময় আমালোকৰ কাৰো চাকৰি নাই। প্রবৰ্ত্তনৰ কঠিন দেখি শিৱকান্ত জেষ্ট উজান বহা চকীত যাই দুৱৰীয়া

ঘৰৰ শম্ভুৰাম বৰুৱা তহচীলদাৰৰ (১) তাবে মহৰিৰ মকৰৰ হ'ল। এবং জেষ্ট গোপীকান্ত ৰুদ্ৰেশ্বৰ সাকিনে বুলন গোলামেৰ দ্বাৰা পাম ধৰি আছিল। আমি ও বিষ্ণুকান্ত ও গৌৰাকান্ত মাতা সমন্বিতে তলীয়া গ্ৰামতে আছিলোঁ। কিন্তু পৌষ মাহে ডকাইতৰ বৰ ধুম হ'ল। এক ৰাত্ৰি, বিষ্ণুকান্ত ও মৰঙ্গীয়াল ভকত নিদ্ৰা কৰিবৰ নহল। (২)তামাম ৰাত্ৰি হাতত লাঠি লৈ ঘূৰি আছিলোঁ। অতি ভয় পোৱা হৈছিল। প্ৰাতঃকাল হোৱাতে আমাৰ মাতৃ ও বৰ আই ধীৰ, ভকত সহিত পৰামৰ্শ কৰি, "ইয়াত থকা ভাল নহয়, ৰুদ্ৰেশ্বৰৰ পামে শীঘ্ৰে যাব লাগে" বুলি, আমাক ও বিষ্ণুকান্তক পঠোৱাত, খচকিতে সিন্দুৰী ঘোপা চকীয়েদি আহি, ৰুদ্ৰেশ্বৰত জেষ্ট গোপীকান্তত বৃতান্ত কোৱাতে, তেওঁ সকল কথা যোগেশ্বৰ সৰুজনা ন-গোসাঞী ব্ৰহ্মপুত্ৰৰ কিনাৰ উত্তৰ পাৰে থাকাতে কহিবা মাত্ৰে, উঠি আহিবৰ কাৰণে দুই হাতী দিলে। তাকে লৈ সেই দিনে যাই ১৭৫৭ শকৰ ফাগুন মাহে মাতৃ প্ৰভিতি সকলো উঠি আহি ৰুদ্ৰেশ্বৰৰ গডৰ পূব ফালে দুইটা ঘৰতে থকা হ'ল। কৃষ্ণকান্ত বৰুৱাৰ পুত্ৰ হলকান্ত প্ৰভিতি ঐ তলীয়া সাকিণে থাকিল। সেই সময় আমাৰ জেষ্ট শিৱকান্ত ৰহা সাকিনে মহৰিৰ কামতে আছিল ॥ ২৩ ॥

ৰুদ্ৰেশ্বৰত পাম ধৰা

ডকাইতৰ উৎপাত

তলীয়া হৈতে ৰুদ্ৰেশ্বৰে অহা

তদপৰ আমালোক তলীয়া গ্ৰামৰ পৰা অহা দেখি কৃষ্ণকান্ত বৰুৱাৰ পুত্ৰ হলকান্ত ও ব্ৰজকান্ত সপৰিবাৰে আহি ৰুদ্ৰেশ্বৰৰ গডৰ পূবফালে, আমালোকৰ কাখতে ১৭৫৪ শকে থাকিল। কৃষ্ণকান্ত বৰুৱাও তাতে থাকি গোহাটীত পঞ্চায়তৰ মহৰিৰ কৰ্ম্ম কৰিছিল ॥ ২৪ ॥

হলকান্তৰ ৰুদ্ৰেশ্বৰে আহা

ঐ ১৭৫৪ শকৰ *আখেৰিতে আমাৰ জেষ্ট শিৱকান্ত ৰহা চকীৰ পৰা বেমাৰ পৰি অহাত পূৰ্ব্বপাৰ পৰগণাৰ দলমা গাৱৰ ধৈমাল ভকতক আনি চিকিৎসা কৰা হৈছিল। ক্ৰমাৎ

টোকা—*শেহত বা শেষ সময়ত। (১) অধীন (২) গোটেই, সমস্ত

গ্ৰহণীমত বেমাৰ বেচি হলত, আমাৰ মাতা প্ৰভিতি ঐ ভকতে ভূত লগাইছে বুলি ভাবি অত্যন্ত বেস্ত হৈছিল। সেই সময় শ্ৰীকান্ত গজপুৰীয়া বৰুৱা খুৰাদেউ গোহাটীৰ পৰা সপৰিবাৰে উঠি আহি উত্তৰ পাৰে ব্ৰহ্মপুত্ৰৰ পাৰতে ঘৰ কৰি আছিল। তেওঁক মাতি অনাই বৃত্তান্ত সকল কোৱাত, দদাইদেৱে ভকতক অনেক ধমক দিয়াত, ঐ ভকতে চিকিৎসা কৰাত, ক্ৰমাৎ আৰাম হ'ল। সেই স্থানে সকলো একত্ৰে থকা হৈছিল ॥ ২৫ ॥

শিৱকান্ত জেষ্টৰ বেমাৰ ও আৰাম

## আমি বিভক্ত হোৱা

তদনন্তৰ আমালোকৰ বৰমাতা ধীৰ দেব্যা বিভক্ত হবৰ মনেৰে আমাৰ মাতা সহিত দন্দ-কাজিয়া কৰিবৰ আৰম্ভ কৰিলে। এবং কতেকদিন পৰে বিভক্ত হবৰ কাৰণে খোলোচা কৰি আমাৰ মাতাকে শপত দি কলে। তাতে মাতা বিৰক্ত হৈ আমাৰ জেষ্টক কোৱাতে, "গৌৰীকান্ত সৰু আছে, বিভক্ত নহওঁ" বুলি কোৱাতো, বৰ আই অগত্যা শপত দিয়াতে, মাতৃ কৃষ্ণকান্ত বৰুৱা খুৰাক মাতি আনি, আমাৰ পঞ্চভাইক ১৭৫৪ শকে বিভক্ত কৰি দিলে। তৎকালে গৌৰীকান্ত সৰু আছিল। আমাৰ ত্ৰিভাই অথচ শিৱকান্ত ও আমি ও গৌৰীকান্ত ভাগে কৰ্ণবালা ১ জোৰ, বাখৰপতা সৰু বিৰি ১ ধাৰ, কাপঘৰীয়া সোণৰ বিৰি ১ ধাৰ, সোণৰ হাৰ ১ ধাৰ, সোণৰ খৰিকা চুঙা ১টা, সোণৰ বাখৰামী কেৰু ১ জোৰ আমাৰ তিনি ভাইৰ ভাগত পৰিল। এবং তেওঁলোক অথচ গোপীকান্ত ও বিষ্ণুকান্তৰ ভাগত —সোণৰ জুনুৰ ১ একজোৰ, ডালিমা ডাঙৰ বাখৰৰ চাবকলি ১ ধাৰ, সোণৰ লোকাপাৰ ১ জোৰ, সোণৰ বিৰি ১ ধাৰ পৰিল। অন্য দ্ৰব্য কি নগদ কিছোমাত্ৰ নাই। আমাৰ ভাগে শঙ্কৰা বন্দী ও বুদাই, ও শিৱকান্ত জেষ্টৰ বাতিয়া ও জননী বেটী, গৌৰীকান্তৰ ঘিণলগা, তস্য পত্নি ও জীয়েক। গোপীকান্ত

বিভক্ত উপক্ৰম

বিভক্ত হোৱা

ভাগত পোৱা বস্তুজাত

জেষ্টৰ বুলন, তস্য স্ত্ৰীয়েক আঘণী, বিষ্ণুকান্তৰ মেমেৰা বন্দী পৰিছিল। আমাৰ জেষ্ট, গৌৰীকান্ত সৰু থকা হেতু "বিভক্ত নহওঁ" বুলি ওজৰ কৰাতে, সৰ্ব্বজেষ্ট গোপীকান্ত কলে যে "ঘিণলগা বন্দীয়ে, কান্ধত লৈ ভিক্ষা কৰি খাব," এনে বুলিলে, তাতেহে আমাৰ বিৰক্ত হৈ, জেষ্ট—বিভক্ত হল ॥ ২৬ ॥

হলকান্তৰ ৰুদ্ৰেশ্বৰলৈ অহা ও ঠাই সালাৰ

অতঃপৰ আমি সকলো গড়ৰ পূবফালে আছিলোঁ। কিন্তু তাত জাগা সংকীৰ্ণ হেতু গড়ৰ পশ্চিম ফালে ১৭৫৪ শকে ঘৰ কৰি থকা হ'ল, ও কৃষ্ণকান্ত খুৰাৰ পুত্ৰ হলকান্ত, তলীয়া গ্ৰামত অকলে থকা দেখি, তাৰ পৰা উঠি সপৰিবাৰে আহি, আমাৰ পশ্চিমে হাবি কাটি ঘৰ কৰি থাকিল। কিন্তু তাত হাবিৰ মাজ দেখি অলপ কালৰ মধ্যেই পুনৰ আমালোকৰ কাখত হোলাৰ উত্তৰ-পাৰৰ কাখতে ঘৰ কৰি থাকিল ॥ ২৭ ॥

ৰুদ্ৰেশ্বৰ এখন গ্ৰাম হোৱা

পাচে অমাৰ মাতুল অনাদৰ বৰদলৈ, তস্য স্ত্ৰী মামী জাতিফুল ও দুৰ্গাৰাম ওৰফে কলীয়া কানাই, তৎমাতা মচন্মত লক্ষ্মী জেঠী, ও চানা ওৰফে কল্পনাথ বৰদলৈ, ও কৃষ্ণকান্ত বৰুৱাৰ পত্নী, মঃ কণিকীৰ ভ্ৰাতা দেৱৰীয়া ঘৰৰ সাধি গণক প্ৰভিতি আহি আমাৰ কাখতে ঘৰ কৰি থাকিল। তাতে একখন গ্ৰামৰ মত হল, ও আমালোকৰ যুক্তি দিহা মতে সকলো— চলাচল হৈছিল। সেইস্থানে বিষ্ণুকান্ত জেষ্ট, উজীৰৰ ঘৰৰ ভূৰামৰ বহিনীক বিবাহ কৰাইছিল ॥ ২৮ ॥

বিষ্ণুকান্তৰ বিবাহ

## লাল-বন্দী

তদপৰ ঐ ১৭৫৪ শকৰ চৈত্ৰ মাহে পুৰন্দৰ ৰাজাক উজান-খণ্ড দক্ষিণে ধনশিৰী নদী, উত্তৰে কচুজানকে সীমা কৰি শদিয়াতক ৫০,০০০ পঞ্চাশ হাজাৰ টাকাত লাল-বন্দী কৰি দিবৰ সদৰৰ পৰা হুকুম অহা খবৰ হ'ল। সে হেতু উজানে লোক কতো কতো যাবৰ উত্তম হ'ল ॥ ২৯ ॥

পুৰন্দৰ ৰাজাৰ লালবন্দী

অতঃপৰ ১৭৫৫ শক ও বাঙ্গালা ১২৪০ সন প্ৰবেশ হ'ল। ইতঃপূৰ্ব্বে ৰাবিন্‌চন কমিহনাৰ সাহেবেৰ ৰেপট মুৰত লাল-বন্দীৰ মঞ্জুৰী হুকুম সদৰৰ পৰা অহাতে জিনকীনস্‌ কমিচনৰ সেই হুকুম প্ৰচাৰ কৰিলত পুৰন্দৰ ৰাজা সপৰিবাৰে লতাশিলৰ বাহৰ হৈতে উজানে ৰওনা হ'ল, অথচ জৈষ্ট মাহে ৰওনা হৈ গল। এবং তেহোৰ সঙ্গে কৃষ্ণকান্ত বৰুৱা খুৰা একাই অথচ পৰিবাৰ ৰাখি গল। তেওঁৰ পুত্ৰ হলকান্ত পঞ্চায়তৰ মহৰিৰ অথচ বাপেকৰ কৰ্ম্মতে মকৰৰ হৈ থাকিল। খুৰা কৃষ্ণকান্ত বৰুৱাক পুৰন্দৰ ৰাজাই মজুন্দাৰ বৰুৱা পাতি মণিৰাম দেৱানক কালেক্টৰি ও কাশীনাথ তামুলী ফোকনক দেৱানী ও লঠৌ খাৰঘৰীয়া ফোকনক ফৌজদাৰীৰ চেৰস্তাদাৰ পাতিলে। আৰু বুড়াগোহাঞী ও বৰগোহাঞী, বৰপাত্ৰ আদি বিষয়া পাতি, সেই সেই ডাগি বা মহলৰ, খাজানা সাধিবৰ নিয়ম কৰি দিলে ॥ ৩০ ॥

পুৰন্দৰ ৰাজাৰ উজানে যোৱা

উজানৰ বিষয়

এই সকল কথা শুনি আমাৰ জেষ্ট গোপীকান্ত বৰুৱা কাম পাবৰ ভাৰসাতে কাৰ্ত্তিক মাহে উজান যোৰহাটে গৈ পুৰন্দৰ ৰাজাক ধৰি লঠৌ খাৰ ঘৰীয়া ফোকন হোৱাতে, তৎ কৰ্ম্মে ফৌজাদাৰীৰ চেৰস্তাদাৰ মকৰৰ হ'ল ॥ ৩১ ॥

উজানে গোপীকান্ত শেৰস্তাদাৰ হোৱা

## আমাৰ কঠিন প্ৰবৰ্ত্তন

তদপৰ আমাৰ জেষ্ট শিৱকান্ত প্ৰবৰ্ত্তনৰ কোনো উছিলা নেদেখি, গোহাটী যাই দুৱৰীয়া ঘৰৰ জজ্জৰাম খাৰঘৰীয়া ফোকন কালেক্টৰিৰ চেৰস্তাদাৰত ধৰি উমেদ্বাৰী কৰি লিখাপঢ়া কৰি আছিল। পৰে চৈত্ৰ মাহে কালেক্টৰিৰ নকল-নবীচী কৰ্ম্মত ২০৲ টকাত মকৰৰ হল। আমিও তাতে লিখাপঢ়া কৰি আছিলোঁ। সেই সময় কাপ্তেন বগল সাহেব কালেক্টৰ আছিল ও বিষ্ণুকান্ত জেষ্ট, উজান তেজপুৰে যাই, মহৰিৰ কামত মকৰৰ হ'ল ॥ ৩২ ॥

শিৱকান্ত মহৰিৰ মকৰৰ

## পৰগ্‌ণা বন্দবস্ত-কমিচনৰ জিনকিঞ্চ্‌

আমাৰ হাজো পৰগণা ও মৰ্জি মহৰিৰ মকৰৰ

অতঃপৰ ১৭৫৬ শক ও বাঙ্গালা ১২৪১ সন প্ৰবেশ হল ও ইংৰেজী ১৮৩৪।৩৫ সন হল। ও জিনকিঞ্চ, কমিচনৰ ও বগল সাহেব কালেক্টৰ আছিল। এওঁ কালেক্টৰ সাহেব মহা বুদ্ধিমান ও কৰ্ম্মত বৰ পটু ও লায়ক আছিল। আগৰ পৰগণা সকল খণ্ড খণ্ড কৰি চৌহৰ্দ্দি পূৰ্ব্বক বন্দবস্ত কৰিবৰ আৰম্ভ কৰিলে, আমাৰ জেষ্ট শিৱকান্ত পৰিশ্ৰম কৰি পৰগণা লবৰ ফিকিৰ কৰি থাকিল। পৰে আমাৰ অথচ মোৰ নামে নতুন হাজো পৰগণা নাম দি বন্দবস্ত কৰাই পেয়াল কৰাবৰ হুকুম কৰালে। পৰে ১৮৩৫ ইংৰেজীৰ ২৩ জুন আমাকে ঐ ২০ টাকাতে কালেক্টৰিৰ নকল-নবিচী-কৰ্ম্মত মকৰৰ কৰাই, তেহো হাজো পৰগণা পেয়াল কৰিবৰ কাৰণে ৰওনা হৈ গ'ল ॥ ৩৩ ॥

## আমি নকল-নবীচ

পঞ্চাযত

আমি সৰকাৰে নকল-নবীচী কৰ্ম্ম কৰি আছিলো। সেই সময় জজ্ঞৰাম খাৰঘৰীয়া ফোকন চেৰস্তাদাৰ আছিল। ও দেৱৰৰ বৰদলৈ সৰাসৰি চেৰস্তাৰ সৰ্দ্দাৰ পঞ্চায়ত ৪০ টাকা দৰমাহাত ও বাপুৰাম বৰফোকন বৰপঞ্চায়ত আছিল ॥ ৩৪ ॥

## পৰগণা বন্দবস্ত

চৌধাৰী ঠাকুৰীয়া কাকতী, পটৱাৰী সাড়া বা টেকেলা

বগল কালেক্টৰ সাহেব পৰগণা সকলৰ আগতে যাৰ যি বাকী খাজানা আছিল, সেই সকলৰ লেঠা গুচাই অথচ সদৰে ৰেপট কৰি মাফ্‌দি খেৰাজ স্বপীত মাটী ১, পুৰাত ॥০ আনা, লাখ্ৰাজ তদৰ্দ্ধ, লেড়াইৰ যুদ্ধ খৰছ বুলি পৰগণাৰ চৌধাৰী খেতাপে, শতকৰা ১৪।০ আনা কমিচন আৰু মান মাটিদি, ৫০০।৫০০, টাকাত এক একজন ঠাকুৰীয়া ও সাড়া বা টেকেলা, এক এক কাকতী, ও এক এক পটৱাৰী, প্ৰত্যেক পৰগণায় মকৰৰ

কৰিলে। অথচ ১৪।৹ অনা কমিচন মধ্যে, ৭ টাকা চৌধাৰীৰ, ।৹ আনা কাগজাদিৰ খৰছ, এক টাকা পাটৱাৰীৰ, ৪ টকা ঠাকুৰীয়াৰ, ২ টকা কাকতীৰ আৰু মান শতকৰা ১ পুৰা বাদ দি, সাৰা জমাৰ নিৰ্ণয় কৰি তিন কিস্তি কৰি দিলে। এবং নাবালিকী ৰাজামহৰী উঠাই ফৰক্কাবাদী বন্দবস্ত কৰিলে ॥ ৩৫ ॥

আৰু কামৰূপ জেলাত যত সত্ৰ আছে, সকলোৱে কাৰণ খাওন্দৰ ঘৰৰ দয়াৰাম শৰ্ম্মণ সত্ৰীয়া বৰুৱা নামে একজন মকৰৰ কৰি ধৰ্ম্মপুৰ নামে এক পৰগণা তেওঁৰ সহিত বন্দবস্ত কৰিলে ॥ ৩৬ ॥ সত্ৰীয়া বৰুৱা

এই সনৰ পৰা মুণ্ডৱালা নতুন ফৰক্কাবাদী টাকা বাহেৰ হ'ল। ও জনাজাত ৰায়তৰ পাট্টা হ'ল ॥ ৩৭ ॥ মুণ্ডৱালা ফৰক্কাবাদী টাকা

আৰু শেষ পৰগণা বুলি বৰপেটা প্ৰভিতি খাৰিজ হৈ কাৰকট্ নামে সাহেব একজন আলাহেদা মকৰ হ'ল ॥ ৩৮ ॥ বৰপেটাত আলাহেদা সাহেব

ও লাখৰাজ মাটি সকল তহ্ কীক্ কৰিবৰ কাৰণে আলাহেদা অথচ পৃথক চেৰস্তা হৈ উমানাথ ভট্টাচাৰ্য্য পেচ্ কাৰ হল। ও বগল সাহেব নিজে ইস্পেচীয়েল ডুটী খেতাপ লৈ *তহকীকেৰ আৰম্ভ কৰিলে ॥ ৩৯ ॥ লাখৰাজ চেৰস্তা

এই সনে আউনী আটীয়া অধিকাৰী কুশদেও গোসাঞী ভৰলু সত্ৰতে আছিল। ষিণাই চৰন্ধুৱাৰ যুক্তিমতে ও অধিকাৰী গোহাঞীৰ অনুমতি সাৰে দেওবৰ বৰদলৈৰ দুহিতৃ পদ্মাক আমাৰ জেষ্ট শিৱকান্ত জন্যে খুজি, কোন মতে আমাৰ তিন ভ্ৰাতৃৰ গহনাদি দ্ৰব্য জোঁটাই, সোণৰ খাৰু ১ জোৰ, সোণৰ হাৰ একধাৰ, বাখৰপতা বিৰি ১ ধাৰ, সোণৰ বাখৰপতা কেৰু ১ জোৰ, বাখৰ পতা সোণৰ আঙ্গঠি ৫ গোট, ছোট নামচাব সহিত মুকুতা ১ ধাৰ, সোণৰ চিপতমণি ১ ধাৰ, থুপীয়া মণি ১ ধাৰ, সোণৰ বিৰি ১ ধাৰ, কিংখাপৰ মেখলা ১ খন, গাজৰ দেওবৰ বৰদলৈৰ জীয়েকক জোৰণ দিয়া

টোকা—* তহকীক=তদন্ত

ৰিহা ১ খন, খনীয়া কাপুৰ ১ খন, পাটৰ ৰিহা মেখেলা ১ জোৰ, মোগাৰ ২ জোৰ, জোৰণত দিবৰ স্থিৰ হল। তাতে আমাৰ মাতৃয়ে কৈছিল যে, এই সকল ভায়েৰহঁতবো আজৰি হল। তাতে জেষ্টই কৈছিল, ভাল মানুহৰ ছোৱালী খোজা গৈছে, ইয়াত ভাল বস্তু নিদিলে হাহিব, এনেকলে। তাতে মাতৃ সম্মতহৈ মনে মনে থাকিল। এবং মণি বিৰি ভাঙ্গি সোণৰ খাৰু, হাজোৰ বিৰি সোণাৰি দ্বাৰা তৈয়াৰ কৰালে। দেৱৰৰ বৰদলৈৰ জীয়েকৰ সহিত ৰাহি-জোৰা চাই স্থিৰ কৰিলে ॥ ৪০ ॥

আমি শৰণ লোৱা

তদপৰ এই সনৰ আষাৰ মাহে আমাৰ জেষ্ট শিৱকান্ত ও আমি অগ্ৰপশ্চাৎ আউনীআটী কুশদেও অধিকাৰী গোসাঞীত শৰণ লোৱা হ'ল। এই কৰ্ম্ম কেৱল ঘিণাই চৰক্কুৱাৰ উত্যোগ দ্বাৰা হ'ল। তাহাতে যোগেশ্বৰ সৰুজনা ন-গোসাঞী অত্যন্ত নাৰাজ হৈ আমালোকক দ্বেষ কৰিছিল যে, তিনি পুৰুষীয়া শিষ্য বুলি। তাতে গোপীকান্ত ও ৰমাকান্তক আগে মন্ত্ৰ দিছিল। তেওঁলোক অথচ ৰতিকান্ত সৰু জনা গোসাঞীকে লগাই লগাই দিছিল ॥ ৪১ ॥

আমি একটিং পৰৱানা নবীচ মকৰৰ

আমি নকল-নবীচী কৰ্ম্মতে থাকি ১৮৩৫ ইংৰেজী ১ নৱেম্বৰ একটিং পৰৱানা-নবীচ ২৪॥০ টাকাত মকৰৰ হওঁ ॥ ৪২ ॥

পুৰন্দৰ ৰাজাৰ শাসন

উজান শিবসাগৰ অথচ যোৰহাটত পুৰন্দৰ ৰাজা লাল-বন্দী পাই দেশ শাসন কৰিব ধৰিলে কিন্তু তৎপুত্ৰ কামেশ্বৰ চাৰিঙ্গ ৰাজাক লাল-বন্দীৰ টাকা লবৰ, পুৰন্দৰ ৰাজা অধ্যক্ষ পাতিলে। তেওঁ বিষয়াসকলক টান দি অনেক দণ্ড কৰা শুনা গৈছিল ॥৪৩॥

## আমাৰ জেষ্ট ও আমাৰ বিবাহ

অতঃপৰ ১৭৫৭ শক ও ১২৪২ বাঙ্গালা সন প্ৰবেশ হল, এবং ১৮৩৫ ও ৩৬ ইংৰেজী সন হল।

এই সনৰ বৈশাগ মাহে আমাৰ জেষ্ট শিৱকান্ত কাৰণ

দেওবৰ বৰদলৈৰ জীয়েক পদ্মাক পূৰ্ব্বোক্ত সোণৰ খাৰু ১ জোৰ, সোণৰ হাৰ ১ ধাৰ, বাখৰপতা কেৰু ১ জোৰ, সোণৰ বাখৰপতা আঙ্গুঠি ৫ গোট, ছোট নামচাব সহিত মুকুতা ১ ধাৰ, সোণৰ চিপতমণি ১ ধাৰ, থুপীয়া মণি ১ ধাৰ, সোণৰ উকা বিৰি ১ ধাৰ প্ৰবাল মণি সোণৰ সহিত, কিংখাপৰ মেখলা ১, গাজৰ কিহা ১, খনীয়া কাপুৰ ১, পাটৰ ৰিহা মেখেলা ১ জোৰ, মোগাৰ ২ জোৰ দি জোৰণ পিন্ধাই সাতদিনীয়াকৈ পানী তোলি ৰুদ্ৰেশ্বৰ হৈতে বিবাহ কৰালে। ঐ বিবাহে মোহন ৰায় পানী ফোকনে অনেক সাহায্য দিছিল। ও পুৰন্দৰ ৰাজাই সৰুজনা ন-গোসঞীক এক চৰা নাউ দিছিল। সেই নাৱত দৰা ও অনন্য নাৱত হাজোৱলীয়া গাৱন-বায়ন ঢুলীয়া কালীয়া আদি ব্ৰহ্মপুত্ৰ পাৰ হৈ দেৱবৰ বৰদলৈৰ ঘৰত বিবাহ হল। কিন্তু অজ্ঞাতে পীৰাত ডোল লগাই থৈছিল। দৰা বৰণ কৰাৰ পৰে পীৰা টানাটানি কৰি, কন্যা-ঘৰীয়াই নিলে। তাতে দৰা পীৰাৰ পৰা পৰিবৰ মত হৈছিল। পৰে বিবাহ হ'ল। প্ৰাতসে আপন ঘৰে কন্যা সহিত অহা হ'ল। কিন্তু ঘৰ সোমায়েই মাতৃক সেৱা কৰি, অহা মানুহ-দুনুহ সহিত বাপেকৰ ঘৰে গ'ল। এহাতে মাতৃ প্ৰভিতি কিছো বেজাৰৰ মত হৈছিল। আমি প্ৰথম দৰা সহিত একত্ৰে গৈছিলোঁ। আমাক বাট-ঘৰতে দৰাৰ কাথতে দেখি "বৰদলৈ, বপা আহা" বুলি ভিতৰত বিবাহ স্থলিত বহুৱালে। এখেত যে পীৰা জন্যে টানাটানি হৈছিল, আমি জনা নাছিলোঁ। পৰেহে জানা হ'ল ॥ ৪৪ ॥

জেষ্ঠ শিবকান্তৰ বিবাহ

তাহাৰ পৰ ঐ বহাগ মাহেৰ ৭ দিন পৰে, অথচ আমাৰ জেষ্টৰ বিবাহৰ ৭ দিন পৰে, দেওদত্ত বৰদলৈৰ জীয়েক সাবিত্ৰীক আমাৰ জন্যে খুজি জোৰা-কাৰণ চাই স্থিৰ হোৱাতে ৰূপৰ সোণ খতা খাৰু ১ জোৰ, সোণৰ বিৰি ১ ধাৰ, সোণৰ বাখৰপতা বিৰি অথচ ওকা বিৰি প্ৰবাল সোণৰ মণি সহিত ১ ধাৰ, সোণৰ

আমাৰ বিবাহ

বাখৰপতা কেৰু ১ জোৰ, সোণৰ বাখৰপতা আঙুঠি ৫ গোট, কিংখাপৰ মেখলা ১, গাজৰ ৰিহা ১, থনীয়া কাপুৰ ১, পাটৰ ৰিহা মেখলা ১ জোৰ, মোগাৰ ২ জোৰ, জোৰণ পিন্ধাই সাতদিনিয়াকৈ পানী তোলি হাজোৱলীয়া গায়ন-বায়ন নাচনিয়াৰ ও ঢুলীয়া-ডগৰীয়া সহিতে সকজনা গোসাঞীৰ চৰানাৱে সহিত ও অনন্য নাউ সহিত পাৰহৈ শুক্ৰেশ্বৰ দেৱালয়ৰ ঘাট পোৱাতে বৰ ধুমুহা আহিল। মঞি কোনোমতে নাৱৰ পৰা দোলাত উঠি দেবালয়ৰ ঘৰত সোমালোঁ। হাজোৱলীয়া গায়ন-বায়ন ও ঢুলীয়াৰ নাউ, কাথ চপা মাত্ৰ বুৰিল। কাপুৰ-কানি ভিজি হাৱা-ৰাৱা হৈছিল। পৰে দেৱালয়ত উঠি কাপুৰ-কানি চেপি ও জুইধৰি শুকাই ও বতৰ ভাল হোৱাতে, পুনৰ দোলাত উঠি গায়ন-বায়ন সমেত যাই সুন্দৰ মতে বিবাহ হ'ল। পীৰাদিৰ জন্যে কোন কাজিয়া নহল। তদপৰ প্ৰাতসে ৰুদ্ৰেশ্বৰ সাকিনৈ কন্যা সহিতে অহা হল। ও নিয়মমতে কন্যা পিতামাতাৰ ঘৰে পঠাই দিয়া হ ল ॥ ৪৫ ॥

ধুমুহাই পোৱা

এই সনেও জিনকিঞ্চন্ কমিচনৰ ও বগল কালেক্টৰ সাহেব, আমাৰ জেষ্ট শিৱকান্ত হাজো পৰগণা পেয়াল কৰি কাগজ দাখিল কৰাতে, আমাৰ অথচ মোৰ নামে পৰগণা বন্দবস্ত হ'ল। কিন্তু জেষ্টই সকল কৰ্ম্ম অথচ পাটৱাৰী ও ঠাকুৰীয়া ও কাকতী, সাড়া, টেকেলা নতুন কৰি মকৰৰ কৰি খাজানা ৱাচিল, তহচীল কৰি, সৰকাৰে দাখিল কৰিছিল। মঞি সৰকাৰত নকল-নবীচী কৰ্ম্ম কৰি আছিলোঁ। এবং হাজো পৰগণাৰ উবাৰ, তলীয়া, তেতেলীয়া মৌজাৰ মাটি মান মাটি বাবে ৰাখিলে। ও শতকৰা ১৪৷৹ আনা কমিচন ও মান মাটি জমা-বন্দী বাদ দি সাৰা জমা স্থিৰ পূৰ্ব্বক তিনি কিস্তি কৰি দিলে। এবং একসনা ম্যাদে বন্দবস্ত কৰিলে। বৰি কস্তিত খাজানা নাই ॥ ৪৬ ॥

মোৰ নামে পৰগণা বন্দবস্ত

উজান খণ্ডত পুৰন্দৰ ৰাজাৰ পুত্ৰ কামেশ্বৰ চাৰিঙ্গ ৰাজা

লাল-বন্দিৰ খাজানা তহচীলৰ ভাৰ পাই বিষয়া সকলক খাজানাৰ জন্যে শাস্তি কৰি ধৰি অনেক দুৰ্গতি কৰিব ধৰিলে। এবং পুৰন্দৰ ৰাজা ও তেহোৰ ৰাণীসকল, আৰো তৎপুত্ৰ চাৰিঙ্গ ৰাজা ও তেওঁৰ ভাৰ্য্যাসকল ও চেৰাস্তাদাৰসকল ভেঁটী খাই বিষয়াদি ভঙ্গা-পতাৰ অত্যন্ত প্ৰবল হ'ল ॥ ৪৭ ॥ * * * *

লাল-বন্দীৰ বিষয়াৰ শাস্তি

## ইংৰাজৰ পট্টাজাৰি নিয়ম

তদপৰ ১৭৫৮ শক ও ১২৪৩ সন ও ১৮৩৬।৩৭ সন ইংৰেজী প্ৰবেশ হল।

এই সনেও জিনকিঞ্চন কমিচনৰ ও বগল সাহেব কালেক্টৰ আছিল।

খেৰাজী মাটী ১ পুৰাত ॥০ আঠ আনা, লাখৰাজৰ পুৰাত ।০ অনা নিৰিখ কৰি ফৰক্কাবাদী টাকাৰ ১৪।০ আনা কমিচন মান মাটি বাদ দি, তিনি কিস্তি কৰি বন্দবস্ত, মোৰ নামে, একসনা ম্যাদে বন্দবস্ত কৰিলে। বৰি বস্তিত খাজানা নাই কিন্তু খৰিকা-টানা বুলি উত্তম চকত ৩ টাকা, মধ্যম লোকৰ চকত ২ টকা, সামান্যত ১ টাকা, গোলাম বন্ধাত ॥০ অনা লগালে ॥ ৪৮ ॥

জমাজমিৰ বন্দবস্ত

হাজো পৰগণা আমাৰ নামে বন্দবস্ত কিন্তু আমাৰ জেষ্ট জনাই সকল কৰ্ম্ম কৰিছিল। আমি কালেক্টৰিত নকল-নবীচী কৰ্ম্ম কৰি আছিলো। পৰগণা দেখিবৰ মোৰ জেষ্টৰ আগত কোৱাতে, অথচ পৰগণা দেখিবৰ মোৰ বৰ উৎসাহ হোৱাতে, জেষ্টক আগত কোৱাতে, আহ্লাদিত হৈ যাবৰ অনুমতি দিয়াতে, ফেবৰাৰী মাহে এক মাসেৰ ছুটী লৈ যাই, আমাৰ পুৰুহিত নকুচি গ্ৰামৰ কানুৰাম শৰ্ম্মা বৰদেওৰীৰ ঘৰতে আছিলোঁ। এনেতে- ফাগুন মাহে ৰাত্ৰি ৰুদ্ৰেশ্বৰ সাকিনে ঘৰ পোৰা খবৰ পাই, লোকজনতকৈ কিছো তাম-পিতল সংগ্ৰহ পূৰ্ব্বক লৈ শীঘ্ৰে ঘৰে অহা হ'ল। অন্যখানে যোৱা নহল।

মফ্রিঃ পৰগণা চাবলৈ যোৱা

ৰুদ্ৰেশ্বৰে ঘৰপোঁৰা শুনি অহা

তাতে জেষ্টই অসন্তোষ কৰি কৈছিল যে, মই ভাই হওঁক দুখীয়া কৰিলোঁ। ঘৰ পুৰি সকল নষ্ট কৰিলে কিন্তু ৰবজনা জেষ্ট গোপীকান্তৰ ফালৰ ঘৰ নষ্ট নহল। তেওঁলোকৰ ঘৰ আমাৰ পশ্চিম ফালে কিঞ্চিৎ নিলগ আছিল ॥ ৪৯ ॥

ঘৰপোৰাত সাহায্য পোৱা

পৰে সেই ঠাই অথচ পোৰা ভেঁটিতে ঘৰ তোলা গ'ল। মোহন ৰায় পানী ফোকনে বৰ সাহায্য কৰিছিল। ও আউনী-আটীয় কুশদেউ অধিকাৰ গোস্বামী তাম-পিতল এসোজলি দি পঠাইছিল ॥ ৫০ ॥

মঞ্জি আচালতন সকল নবীচ হোৱা

তাৰপৰ আমি কৰ্ম্মত হাজিৰ হৈ কৰ্ম্ম কৰি আছিলো। কৰ্ম্মত একটীং নাই, এনে ছুটী লৈ গৈছিলোঁ। কিন্তু এই সনৰ ১৮৩৭ ইং ২৮ সেপ্তাম্বৰ মঞ্জি আচালতন নকলনবীচ্ ২০ টকাত মকৰৰ হলোঁ এবং মকৰৰ হৈ, পৰেহে ফাগুন মাহে পৰগণায় গৈছিলোঁ ॥ ৫১ ॥

পুৰন্দৰ ৰাজাৰ দৌৰাত্যত জেষ্ট গোপীকান্ত গৌহাটী অহা

উজান খণ্ডত পুৰন্দৰ ৰাজা লাল-বন্দী পাই অনেক দৌৰাত্যি কৰা শুনা গৈছিল। এবং তেওঁলোকৰ দৌৰাত্যত তিষ্ঠিব নোৱাৰি জেষ্ট গোপীকান্ত বৰুৱা কামৰূপ গুৱাহাটী আহিল, অথচ বৰখাস্ত কৰিলে। লঠৌধৰ ফোকন তৎকৰ্ম্মে মকৰৰ হল, শুনা গ'ল॥ ৫২ ॥

বগল সাহেব কমীসনৰ হৈ বদলি

এই সনৰ আখেৰি চৈত্ৰ মাহে বগল সাহেব কালেক্টৰ, খোচ্‌নামীতে বাঙ্গুলে কমিচনৰ হৈ যাব হেন শুনা গ'ল। এওঁ সাহেব অতি কৰ্ম্মদক্ষ ও কামৰূপত নতুন সৃষ্টি কৰি চলালে। তাবে পৰাহে জনাজাত পট্টাজাৰি হ'ল। ওৱাচিল তহচীলেৰ বহী তালিকা, ঠাকুৰীয়া কাকতী, ও চৌধাৰী তদ্ৰূপ পাটৱাৰী লিখিব ও ৰোজনাম্‌চা জমা-খৰচ লিখিবৰ নিয়ম হল ॥ ৫৩ ॥

## আমি আউনীআটীত শৰণ লোৱা—
## সত্যবাদী পানী ফোকন—শোক-তাপ আদি

অতঃপৰ ১৭৫৯ শক—ও" ১২৪৪ বাঙ্গালা সন ১৮৩৭।৩৮ ইংৰেজী সন প্ৰবেশ হল।

এই সনেও জিনকিঞ্চন কমিচনৰ ও বগল সাহেব কালেক্টৰ আছিল কিন্তু সেই মাহে তেও বাঙ্গুলেৰ কমিচনৰ মকৰৰ হৈ যোৱাতে মিথি সাহেব কালেক্টৰ হল, ও বগল কালেক্টৰ সাহেব ভটীয়াই যাই গোৱালপাৰাৰ পৰা খোচ্‌নামী এক চিঠি মোৰ নামে ডাকত পঠাই দিলে। আমাৰ জেষ্ট ঐ চিঠি পাই, হাহি হাহি মোৰ হাতত দি কলে, "সৰকাৰী কৰ্ম্মত তোমাৰ খোচ্‌নামী আছিল, ও হাজো পৰগণাও তোমাৰ নামে, মোৰ একো নাই", এই বুলি আহ্লাদিত হৈ কৈছিল। ও মোক আপোন প্ৰাণ হেন দেখিছিল ॥ ৫৪ ॥ বগল সাহেবৰ ঠাইত মিথি সাহেব কালেক্টৰ

সে যাহক, মিথি সাহেব কালেক্টৰৰ জেম্বায় লাখৰাজ চেৰস্তা থাকিল। ইস্পেচীয়েল ডুটী খেতাপে মকৰ্দ্দমা সকল ফয়চল কৰিছিল ॥ ৫৫ ॥

মিথি সাহেব কালেক্টৰ হৈ গত সনৰ নিৰিখ ও বেৱস্থামতে অনন্য পৰগণা ও হাজো পৰগণা মোৰ নামে একসনা ম্যাদে বন্দবস্ত কৰিলে ॥ ৫৬ ॥ হাজো পৰগণা মোৰ নামে বন্দবস্ত

আমাৰ জেষ্ট শিবকান্ত আউনীআটী অধিকাৰ গোসাঞীত শৰণ লোৱা হেতু যোগেশ্বৰ সৰুজনা ন-গোসাঞী অনেক গালি ও শাও শপনি ও ধমক দিছিল। কিন্তু এইসকল বিবৰণ আউনীআটীয়া অধিকাৰী গোসাঞী জ্ঞাত হৈ ভকত পঠাই ডাঠ মতে কোৱাইছিল। তথাপি শাও শপনি দিবৰ ক্ষান্ত নাথাকিল। তাতে আমাৰ জেষ্ট গোপীকান্ত, ৰতিকান্ত, মন্ত্ৰলৈ ন-গোসাঞীৰ পক্ষ অবলম্বন কৰিছিল, কিন্তু কিছো কৰিব নোৱাৰিলে ॥ ৫৭ ॥ সৰুজনা ন-গোসাঞী অসন্তুষ্ট

আমাৰ জেষ্ট শিবকান্ত অতি মৃদু ও লোকজনৰ সহিত বৰ মিলন আছিল। ও মোহনৰায় পানী ফোকন সহিত বৰ প্ৰীতি, ও ৰঙ্গমহল খাতলৈ দোলাইদি যাওঁতে আমাৰ ঘৰত সোমাই বহি ধপাত খাইহে যায়। নিষ্ঠা,—আউনীআটীৰ অধিকাৰ মোহনৰায় পানী-ফোকন

গোসাঞী ও ভকতত অনুৰক্ত আছিল। অন্যকি ফোকনৰ কলীয়া ভোমৰা বৰফোকনৰ জীয়েক ও ডেকা ফোকনৰ জীয়েক দুইজনা স্ত্ৰী আছিল, আমি দেখাত সেইজনাৰ কটা তাম্বুল একখন গ্ৰহণ নকৰে। ঘৰত কি প্ৰবাহত নিজে ভাত ৰান্ধি খায়। ও বৰফোকনৰ জীয়েকৰ কন্যা এটী, ও ডেকা ফোকনৰ জীয়েকৰ সন্তান নাই। আগৰজনী ঘৈণীৰ মোদৰাম নামক পুত্ৰ এটি আছিল। কন্যাটী বুড়াগোহাঞীৰ বংশৰ পিজৌ গোহাঞীক বিবাহ দি মাণিকপুৰ পৰগণা বন্দবস্ত কৰাই দিলে ॥ ৫৮ ॥

পানী-ফোকনে শপত নোখোৱা

আৰো পানীফোকন এনে সত্যবাদী আছিল যে বৰ পঞ্চায়ত বাপুৰাম ফোকন প্ৰভিতি ভেঁটী খোৱা প্ৰকাশ হোৱাতে, তাম তোলসী গঙ্গাজল হাতত লৈ শপত খাবৰ, ডেবিদ ইস্কাট কমিচনৰ চাহেব নিয়ম কৰাতে, বাপুৰাম বৰফোকন প্ৰভিতি শপত খালেও পানীফোকনে কলে, "আমি বিষয়া, আমাৰ দেশত দস্তুৰ আছে, গুৰুঘৰে আৰু বিষয়াৰ ঘৰে গেলে সুদা হাতে যাব নাপায়, গাখীৰ গুৰ আদি ভেটী লৈ আহে, তাকে গ্ৰহণ কৰিছোঁ ও আগলৈকো কৰিম। কি প্ৰকাৰ পিতৃ-পিতামহক শপত খাই নৰকত পেলাম?" এইবুলি শপত নকৰিলে। কমিসনৰ সাহেব বৰখাস্ত কৰিম বুলি কোৱাতো শপত নকৰিলে, বৰপঞ্চায়তৰ পৰা বৰখাস্ত কৰিলে। পৰে কিছো দিনৰ মূৰত জানিলে যে বাপুৰাম ফোকন প্ৰভিতি মিছায় শপত খালে। পানী ফোকনহে সত্যবাদী জানি মাতি নি উমানন্দ দেবালয় ও মাণিকপুৰ ও গেৰগেৰীয়া, চেউনী, চিলা পৰগণা দিলে ॥ ৫৯ ॥

ঐ ফোকনে আমালোকক বৰ স্নেহ কৰিছিল ও আমাৰ জেষ্টজনা প্ৰায় সৰ্ব্বদা ফোকনৰ ঘৰে যায়। ময়ো জেষ্ট জনাৰ সহিত বা অকলেই যাওঁ, বৰ সমাদৰ কৰে ॥ ৬০ ॥

তদপৰ জৈষ্ট মাহেৰ শেষে আমাৰ জেষ্ট শিৱকান্তৰ জ্বৰ হল। ৰুদ্ৰেশ্বৰ সাকিনে অনেক চিকিৎসা, এলেঙ্গীদলেৰ

শিৱনাথ চৌধাৰীৰ ভ্ৰাতা শম্ভুৰাম শৰ্ম্মা দ্বাৰা কৰাতে, জ্বৰ কিছু শাম্য হৈ গ্ৰহণী হ'ল। দেৱবৰ বৰদলৈয়ে হলিদলৈ ও কৃষ্ণহৰি শৰ্ম্মা খাটনিয়াৰ ও ৰামবেজ বৰুৱাক আনি চিকিৎসা কৰিছিল, কিন্তু ক্ৰমাৎ নৰীয়া বেচি হল। ও ৰমাকান্ত ও ৰতিকান্ত ও গোপীকা ও অগ্ৰজ, উজনীৰ পৰা আহিও তেনেকৈ বুজ নলয়। আমাৰ শশুৰ দেৱদত্ত বৰদলৈ ও দেৱবৰ বৰদলৈ আমাৰ মাইত কলে, "এই বৰ্ষাকাল আযাৰ মাহ। আমালোক সৰ্ব্বদা পাৰ হৈ আহি তদাৰক কৰিব নোৱাৰো। ও তোমালোকৰ ভাগি বংশেও তেনেকৈ বুজ-বাজ নলয়। ও ঔষধপাতি অনুপান ইয়াত পাবৰ নাই। সিপাৰৰ পৰা আনিলেহে হয়। এতেকে সিপাৰে বপা থাকা, অথচ মঙ্গিঞ—থকা ঘৰ আছে, তাতে থাকিলে,—গধূলা পোৱা দেখি চাই, বেজ গিয়ানী লগাই, তদবিৰ কৰিব পাৰোঁ।" এই কথা কোৱাতে আমাৰ মাতৃ মৰঙ্গীয়াল ভকত সহিত পৰামৰ্শ কৰি যোৱাটো ভাল বুলি, ঘৰত কানুৰাম শৰ্ম্মা বৰদেউৰী পুৰুহিত ও আন বন্দী-বেটী ৰাখি, আমি ও ৺গৌৰীকান্ত ও ৺মাতৃ ও মৰঙ্গীয়াল ভকত সহিত শ্ৰাবণ মাসে গোহাটী গৈ থাকিলো ॥ ৬১ ॥ জেষ্ট শিৱকান্ত বেমাৰে গৌহাটী যোৱা

গোহাটী হলিদলৈ ও কৃষ্ণহৰি খাটনিয়াৰ ও ৰাম বেজবৰুৱা প্ৰভিতি চিকিৎসা কৰাত, ও দুৰ্গাৰাম ওৰফে কলীয়া কানাই যাই, চিকিৎসা কৰাত বেচিহৈ, আশ্বিন মাহৰ কৃষ্ণা ত্ৰয়োদশীত ৰাত্ৰি চুকাল। ৺মাতৃ ও আমি শোকতে আতুৰ হলোঁ এবং মুৰত আকাশখন ভাঙ্গি যেন হেচা মাৰি ধৰিলে, এনেহেন পোৱা গ'ল। সেই সময় ৰমাকান্ত উপস্থিত আছিল। হলকান্তে, নিকট টাটীখনৰ বাহিৰে থকাতো, ৰমাকান্তে মতাতে নাহিল এবং নাযাও বুলি জবাব দিলে। তাতে ৰমাকান্তে কৈছিল, "তোমি মৰিলে কোনে টানিব?" উত্তৰ কৰিলে যে "তহতে টানিব নালাগে।" তদপৰ দেওবৰ বৰদলৈ ও হৰদৰাম বৰদলৈ শিবকান্তৰ পৰলোক

ও আমাৰ শশুৰ দেৱদত্ত বৰদলৈ ও অনন্য গ্যাতি সকল সহিত লতাশিলৰ বালিত অগ্নিকৰ্ম্ম, মঞি কৰি, কৰ্ম্ম লোৱা হল ও ৰাত্রি প্রভাত হল ॥ ৬২ ॥

গোহাটীত কৰ্ম্ম কৰা

তদপৰ আমাৰ শশুৰ ও দেওবৰ বৰদলৈ যুক্তি কৰি গোহাটীতে কৰ্ম্ম কৰিবৰ অভিপ্রায় কৰাতে আমাৰ মাতৃ ও মৰঙ্গীয়াল ভকত সহিত পৰামৰ্শ পূৰ্ব্বক, গোহাটীতে পৰলোক হৈ আছে, একাৰণে এস্থানতে কৰ্ম্ম কৰা ভাল বুলি, ৰোজ ৰোজ, পিণ্ডাদি কৰ্ম্মৰ আয়োজন কৰা হ'ল। এবং উত্তৰপাৰ, দক্ষিণ-পাৰৰ সকল গ্যাতিকে নিমন্ত্রণ কৰা হ'ল। কিন্তু উত্তৰপাৰৰ সমুদায় গ্যাতি ও ৰতিকান্ত প্রভিতি নগল। কেৱল ৰমাকান্ত এক দফে গৈ আহিল। কুৰুৱা গঞা ও গোহাটীৰ গ্যাতি সকলৰ দ্বাৰা কৰ্ম্ম সমাধা কৰা হ'ল। দ্বাদশ দিবসে সপিণ্ডন, ত্রয়োদশ দিবসে ভোজ দি কৰ্ম্ম সমাধা কৰা হ'ল ॥ ৬৩ ॥

ভাৰ্য্যা সাবিত্রী যুবৎ হোৱা

সেই সময় মোৰ ভাৰ্য্যা সাবিত্রী দেব্যা শ্রাবণ মাহে যুবৎ হোৱা খবৰ পোৱা হৈছিল। কিন্তু মোৰ জেষ্টৰ বেমাৰতে অত্যন্ত ব্যস্থ থাকাত বিবাহ তোলা কি, শান্তি লোৱা নহল। মাক বাপেকৰ ঘৰেই আছিল ॥ ৬৪ ॥

হাজো পৰগণা গৌৰীকান্ত সহিত বন্দবস্ত

আমাৰ জেষ্টজনা মৃত হোৱাতে, আমাৰ জেম্বায় হাজো পৰগণা ও কালেক্টৰিত ২০ টকাত মকৰৰ আছিলোঁ। সেই অশৌচৰ সময় অথচ জেষ্ট মৃত্যু হবৰ দুইদিন পৰে, ৰতিকান্ত আমাৰ জেম্বাৰ হাজো পৰগণা লবৰ জন্যে চেষ্টা কৰা শুনি ঐ অশৌচৰ ভিতৰতে দেওবৰ বৰদলৈ সহিত মিথি সাহেব কালেক্টৰৰ পাশ যাই কলো যে, "মঞি কালেক্টৰিত ২০ টকাত মহৰিৰ মকৰৰ আছোঁ, এবং হাজো পৰগণাও মোৰ নামে বন্দবস্ত আছে। কিন্তু মোৰ জেষ্ট শিৱকান্ত পৰগণাৰ কৰ্ম্ম কৰিছিল। এতিয়া জেষ্টজনা মৃত হ'ল, আমাৰ কনিষ্ট ভ্রাতা গৌৰীকান্ত আছে। তেওঁৰ নামে পৰগণাখন বন্দবস্ত কৰোক, মঞি

সৰকাৰৰ সকল কৰ্ম্ম চলাই থাকিম।" এইকথা সাহেবত কলোঁ। এবং দেওবৰ বৰদলৈও সেই মতে কলে। তাতে সাহেব সম্মত হৈ দৰখাস্ত দিব দিয়াত কাছাৰী যাই দৰখাস্ত দিলোঁ। এবং গৌৰীকান্ত নামে হাজো পৰগণা বন্দবস্ত কৰ্ম্ম, চলাবৰ কাৰণে মঞি সৰ্বৰাহকাৰ্ মকৰৰ হলোঁ। সেই সময় গৌৰীকান্ত সঙ্গ আছিল॥ ৬৫॥

আমি সৰ্বৰাহকাৰ

ঐ সনৰ অথচ ১৮৩৭ ইংৰেজীৰ ১৬ আক্টুবৰ মোক আচালতন নকল-নবীচ, ঐ মিথি সাহেব কালেক্টৰ মকৰৰ কৰে॥ ৬৬॥

মঞী আচালতন নকল নবীশ

আমাৰ জেষ্টৰ ত্ৰয়োদশ দিবসে ভোজৰ জন্যে সকল গ্যাতিক নিমন্ত্ৰণ কৰা হৈছিল। অন্য সকল গৈছিল, উত্তৰ পাৰৰ কোনো নগ'ল। কিন্তু জেষ্ট গোপীকান্ত যাই উপস্থিত হৈ বহিছিল। সকল ভোজৰ আয়োজন কৰা হৈছে ও সকল গ্যাতিসকল বহিছে। এনেতে দেববৰ বৰদলৈ মোত সুধিলে, বপা তোমালোকৰ ভোজ কোনে ৰান্ধিব। তোমি কাৰবাৰ কৰি আছা ও আইটী পুত্ৰশোকে কাতৰ আছে। মঞি কলোঁ, "কোনে ৰান্ধে কব নোৱাৰোঁ।" এনেতে দেববৰ বৰদলৈ কলে, "গোপীকান্ত বৰুৱাই ৰান্ধিব পাৰে।" এনে বোলাতে জেষ্ট জনা তৎক্ষণাৎ উঠি আহিল। বাটতে, অথচ দুৰ্গাকান্ত শৰ্ম্মা বৰফোকনৰ পুৰুহিত বাটতে লগ পাই, "বৰ ডেকা কলৈ যোৱা? আজি ভোজ পাতিছে" বুলি হাতবেৰাদি ধৰিলে, খঙ্গেৰে আছাৰ মাৰি গুচি গল। এইমত আহি পুৰুহিতে কলে। তাতে দেওবৰ বৰদলৈয়ে কলে, "একো কথা নাই, ভোজ ৰান্ধোতা নাই, বৰ ডেকাই ৰান্ধিব পাৰে," এনে কোৱাতে উঠি গৈছে। তাতে সকলো গ্যাতিয়ে শুনি ভোজ খালে। আমাৰো ভোজ ঘৰত খাই কৰ্ম্ম সমাপন কৰা হ'ল॥ ৬৭॥

খেল বিভক্ত কৃষ্ণৰাম মেধি

আমি গোহাটীত কৰ্ম্ম কৰাৰ আয়োজন কৰাতে আমাৰ জেষ্ট

গোপীকান্ত প্ৰভিতি নাৰাজ আছিল। আমালোকৰ কথা নুশুনে, শশুৰ হতৰ কথাহে চলে। তাতে ৰতিকান্তে ও ৰমাকান্ত সহিত মন্ত্ৰণা কৰি ভোজৰ দিনা জেষ্ট গোপীকান্ত গৈও ভোজ নাখাই ফিৰি আহিল। এবং ৰতিকান্তৰ যুক্তিতে কৃষ্ণৰাম ভণ্ডাৰ বৰুৱাক মুৰব্বী অথচ মেধি লৈ কেবল মঞি ও লক্ষ্মীকান্তক বাদ দি অন্যসকলো অথচ কল্পনাথ ও আমাৰ মাতুল অনাদৰ বৰদলৈ ও কলীয়া কানাই প্ৰভিতি সহিত একগাঁথা হৈ শপত কৰি একখন একৰাৰ্ লিখি দস্তখত কৰাই ললে। এবং সকলো গৈ আউনীআটীয়া অধিকাৰী কুশদেও গোসাঞীত এইমত জনালে যে আমি উজনীয়া লোক সকলো একগাঁথাতে আছোঁ। এতেকে উজনীয়া মেধি একজন লাগে, বুলি কোৱাতে কৃষ্ণ-ৰামকে অনুমতি দিলে। সেই অবধি পৃথক খেল হ'ল॥ ৬৮॥

কৃষ্ণৰাম মেধিৰ পৃথক খেল

মঞো ঐ সকল কথাৰ পৰ কৰ্ণপাত নকৰি, জেষ্টজনাৰ সকল কৰ্ম সমাপন পূৰ্ব্বক আশ্বিন ও কাৰ্ত্তিকৰ সংক্ৰান্তিৰ দিনা সৰুজনা যোগেশ্বৰ গোস্বামী পাশ সেৱা কৰিবৰ, উত্তৰ পাৰে আহি, পুনৰ গোহাটী ফিৰি গলোঁ। ৰাতি জল দোষ হৈ, জ্বৰ যেন হ'ল। প্ৰভাতে আমাৰ শশুৰজনা আহি চাই এঞো হৈছে বুলি ভাঙ্গিবৰ উত্তম কৰিলে। আমাৰ ৺মাতৃয়ে নিষেধ কৰি কলে বোলে পূৰ্ব্বে আমাৰ বংশৰ কোন ডেকা একজনৰ এঞো ভঙ্গাতে মৃত হ'ল কাৰণ, শাশুৰীয়ে নিষেধ কৰি গৈছে, এঞো নাভাঙ্গিবৰ। তাতে শশুৰে "একো সংশয় নাই, ভাল হব," এই বুলি ববচা বন দুই ডাল আনি দুই নাকে সোমাই টানিলে, অলপমান তেজ ওলাল। তাৰ কিঞ্চিৎ পৰেই অত্যন্ত জ্বৰহে অবাক হলোঁ॥ ৬৯॥

এঞো-ভঙ্গা মোৰ জ্বৰ

চিকিৎসা ও আৰাম হোৱা

তাহাতে আমাৰ শশুৰ অত্যন্ত বেস্ত হৈ কৃষ্ণহৰি খাটনিয়াৰ দ্বাৰা ও নিজেও চিকিৎসা কৰাত কাৰ্ত্তিক মাহৰ ১৮ দিনমান যোৱাত, জ্বৰ এৰি চেতন পোৱাত, ভাত খাব নোৱাৰোঁ। শশুৰৰ

জিজ্ঞাসা মতে গাখীৰ হলে ভাত খাব পাৰোঁ বুলি কোৱাত, ছাগৰ গাখীৰ খালে একো দোষ নাই বুলি, নিজে ছাগৰ গাখীৰ বিচাৰি আনি তপতাই দিয়াত, কিছো ভাত খালোঁ। কিন্তু মুখ ধোৱাতেই, অত্যন্ত কম্প জ্বৰ হৈ, সেইপিনে শয়ন কৰিলোঁ। তাৰপৰ অজ্ঞান হলোঁ এবং গ্ৰহণী মত হ'ল। আমাৰ শশুৰ অত্যন্ত ৰেস্ত হৈ নিজে ঔষধ বিচাৰি বিচাৰি, আনি, সৰ্ব্বদা চিকিৎসা গোহাটীত কৰাত, পৌষ মাহৰ ১৭ কি ১৮ দিন যোৱাত, জ্ঞান পালোঁ ॥ ৭০॥

তদপৰ মঞি ক্ৰমে আৰাম পালো। মাঘ মাস প্ৰবেশ হোৱাত শশুৰ সকলৰ অনুমতি মতে উত্তৰ পাৰ ৰূদ্ৰেশ্বৰ সাকিনে আহি স্বকীয়া ঘৰত থাকি, আমাৰ ৰিবাহিতা পত্নীক শান্তি লৈ, ঘৰে অনা হ'ল। কিন্তু পৃথক ঘৰ নোহোৱাত মাৰল, ঘৰে থকা গ'ল ॥ ৭১ ॥ পত্নীক শান্তি লোৱা

সেই সময় গৌৰীকান্তৰ কৌমাৰ কাল। ধনেশ্বৰ দলৈ ও কানুৰাম শৰ্ম্মা পুৰুহিত দ্বাৰা ঘৰতে শব্দ ও সন্ধি পঢ়াইছিলো। ও হাজো পৰগণাৰ সকল কৰ্ম পাটৱাৰী, ঠাকুৰীয়া দ্বাৰা কৰাইছিলোঁ। এবং সৰকাৰী খাজনা সৰকাৰে দাখিল কৰিছিলোঁ ॥ ৭২ ॥ গৌৰীকান্তক পঢ়োৱা

ঐ গৌৰীকান্তৰ উপনয়ন দিবৰ আৱশ্যক কাল হোৱাত, মঞি নিজে মাঘ মাহে ৰূদ্ৰেশ্বৰেই উপনয়ন দিলোঁ ও কানুৰাম শৰ্ম্মা পুৰুহিত, ধনেশ্বৰ দলৈ ॥ ৭৩ ॥ গৌৰীকান্তৰ উপনযন

সে যাহক আমি শান্তি লবৰ সময়ত, সোণৰ খাৰু নাই দেখি মাতৃৰ অনুৰোধে, দেওবৰ বৰদলৈৰ জীয়েকক জোৰণত দিয়া খাৰু জোৰ, দুৰ্গা পুৰুহিতৰ দ্বাৰা খোজাত নিদিলে কাৰণ, ঐ পুৰুহিতৰ দ্বাৰা চিৰীং ফোকননীৰ ঘৰৰ সোণৰ খাৰু একজোৰ আনি শান্তি লোৱা হ'ল।' তাতে আমালোকৰ সকলোৰে দেওবৰ বৰদলৈ প্ৰতি, বৰ বেজাৰ হ'ল ॥ ৭৪ ॥ শান্তি লোৱাত খাৰু

**শ্ৰীশ্ৰীকুশদেউ আউনীআটীয় অধিকাৰৰ বৈকুণ্ঠ প্ৰয়াণ—ন-অধিকাৰ পতা—প্ৰথম জাহাজ—লাল-বন্দীৰ কু-শাসন।**

অতঃপৰ ১৭৬০ শক ও ১২৪৫ সন ও ১৮৩৮।৩৯ ইংৰেজী সন প্ৰবেশ হল। ঐ ইংৰেজী সন পৌষ মাহে বদল হয়।

এই সনেও জিনকিঞ্চন কমিচনৰ সাহেব ও মিথি সাহেব কালেক্টৰ। লাখৰাজ চেৰস্তা তেওঁৰ জেম্বায় থাকিল। ইস্পী-চীয়েল ডুটী খেতাপ লৈ মকৰ্দ্দমা সকল ফয়চল কৰিছিল॥ ৭৫॥

শ্ৰীশ্ৰীআউনীআটীয়া অধিকাৰী কুশদেও গোসাঞী ভৰলু নদীৰ পশ্চিম ব্ৰহ্মপুত্ৰৰ পাৰত সত্ৰ কৰি আছিল। এই সনৰ বৈশাগ মাহে আমালোক কাছাৰীতে কৰ্ম্ম কৰি আছিলোঁ। দিবা ১১টা সময় এনে শ্ৰুত হল, আউনীআটীয় অধিকাৰী গোসাঞী চলিব লগা হৈছে। গোটেই কাছাৰী ঘৰ ওহোল-মোল হৈ, যেই, যেই পিনে আছিল, সেই পিনে ভৰলু সত্ৰৰ পিনে লৰি লৰি, গ'ল। মঞো সেই পিনে কাছাৰীৰ কাপুৰৰে লৰি গৈ দেখিলোঁ, নামঘৰলৈ যোৱা বুলনীৰ পশ্চিমে চোতালত ছৈ ঘৰ কৰি আৰ কাপুৰৰে বেটি থৈছে। গোসাঞী-ঈশ্বৰে গজেন্দ্ৰ স্তৱ বুলি আছে। আৰ-কাপুৰৰ বাহিৰে পৰ্ব্বতীয়া ফোকন প্ৰিয়নাথ ও লখী বৰকটকী ও সোমদত্ত কটকী ও মাধৰাম ৰাজখোৱা ও দেৱবৰ বৰদলৈ সৰ্দ্দাৰ পঞ্চায়ত প্ৰভৃতি, অনেক লোক আঁঠু কাঢ়ি কাঢ়ি আছিল। কিয়ৎখন পৰে ডেকা দুই-জনাক আৰ-কাপুৰৰ ভিতৰ, কায্যকাৰক ভকত সকলে, সোমাই দিলে। এনেতে গজেন্দ্ৰ স্তৱ সমাপ্ত হোৱা মাত্ৰেই, প্ৰথম শ্ৰীদত্ত দেৱ ডেকা-জনাক, দ্বিতীয়ত *শ্ৰীধৰ্ম্মেশ্বৰ ডেকা,* গোসাঞীক মালা দিলে। তৎক্ষণাৎ ওপৰৰ ছৈ গুচাই দিয়াতে মূলমন্ত্ৰ উচ্চাৰণ কৰি পূৰ্ণিমা তিথিত শৰীৰ এৰিলে, এবং দুইজনা আৰ-কাপুৰৰ বাহিৰ হৈ আহিল। ও লোকসকলে অত্যন্ত ক্ৰন্দন কৰিব

কুশদেও গোসাঞীৰ বৈকুণ্ঠ প্ৰযাণ

---

টোকা—** দ্বিতীয় জন "গোবিন্দ-পুৰীয়া" বোধ হয়।

ধৰিলে, ও কোলাহল হল। এনেতে প্ৰধান প্ৰধান ভকত সকলে সকল লোকক শান্তনা কৰি কলে, ঈশ্বৰৰ আজ্ঞাত লোকসকল তাৰিবৰ নিমিত্তে আহিছিল। এতিয়া ইচ্ছা ও সময় হল, গ'ল। তোমালোকে কিয় খেদ কৰা, পৰস্পৰ এইমত হৈ গৈছে। ইয়াত খেদ কৰাৰ কি কাম। এইমত কৈ শান্তনা কৰি, সেই পূৰ্ণিমা দিনা তেতিয়াই নাৱত তোলি বাদ্যভাণ্ড সহিত আমি প্ৰভিতি লোক সকল ও ডেকা দুইজনাও একত্ৰে আহি, অশ্বক্ৰান্ত তীৰ্থত আৰ-কাপুৰ তৰি অগ্নি কৰ্ম্ম কৰিলে। সন্ধ্যাৰ পৰ, সকল স্ব স্ব স্থানে গল ॥ ৭৬ ॥

অশ্বক্ৰান্তত অগ্নিকৰ্ম্ম

পৰে ৩ দিনত শ্ৰীশ্ৰীদত্তদেব অধিকাৰ গোসাঞীয়ে কৰ্ম্মকৰি ৩।৪।৫.৬ টকা ৰাজামহৰী টাকা দক্ষিণা দিলে। আমালোকে ভকত সকলক জিজ্ঞাসা কৰাতে, আপন গোত্ৰ লৈ নহা হেতু তিন দিনত কৰ্ম্ম কৰা প্ৰকাশ কৰিলে ॥ ৭৭ ॥

কৰ্ম্ম ও দক্ষিণা

তদপৰ দক্ষিণা লবলৈ, অথচ গুৰু ঘৰৰ দক্ষিণা, কাকতী, কটকী, দলৈ সকলে ওজৰ কৰাত, গোসাঞী ও ভকত সকলে কৈছিল যে, আউনীআটীয়া গোসাঞীৰ জগত জুৰি শিষ্য আছে। সেই সকলে দক্ষিণা নললে, কোনে লব?" এনে কোৱাতে, দক্ষিণা ললে ॥ ৭৮ ॥

দক্ষিণা কিয় লোৱা হল

সেইদিনা মঞি ও গৌৰীকান্ত ও অনন্য মানুহ সহিত, সন্ধ্যা সময় পাৰহৈ, অশ্বক্ৰান্তৰ ব্ৰহ্মকুণ্ডত, নাও চাপিল। তাৰে পৰা উজাই ব্ৰহ্মকুণ্ড পোৱাতে এনে সুঘ্ৰাণ ও আমোদিত হল যে, কি আতৰ, কি চন্দন, কি আগৰ, কোনেও নিৰ্ণয় কৰিব নোৱাৰিলে। গোটেইখন পৰ্ব্বত সুঘ্ৰাণ হৈ আছে। ক্ৰমে অগ্নিকৰ্ম্ম কৰা স্থানত দেখা গল ধম্‌ধম্ কৰি অগ্নি জ্বলি আছে। তেতিয়াই মঞি ও অনন্য সকলে নাৱৰ পৰাই, সেই অগ্নি চাই সেৱা কৰা হ'ল। তদপৰ • আহি ৰামকুণ্ড পোৱাত, সেই আমোদিত সুঘ্ৰাণ গুচিল ॥ ৭৯ ॥

আশ্চৰ্য্য বিষয়

আউনী আটী ডেকাজনক অধিকাৰ পতাৰ আজ্ঞা দিয়া

অতঃপৰ দত্তদেৱ ডেকা-জনাক অধিকাৰ গোসাঞীয়ে মালা দিলে, কিন্তু ৰাজঘৰৰ কথা শুনাই দিয়া নিয়ম থাকাতে, সেই মত যুক্তি কৰি, আজেণ্ট নৱাব গবৰণৰ জানৰেল ফ্ৰানচীচ জিনকীঞ্চন সাহেবক জনালত, দেবৰৰ বৰদলৈ মিথি সাহেবত খাটনি কৰি, তেৱেঁ কথা শুনাবৰ, আজেণ্ট সাহেব আজ্ঞা কৰিলে। এই কথা আমাৰ ৰমাকান্ত, সেই সময় দৌৰাৰ ( ফৌজাদাৰী ) চেৰস্তাত থকাত শুনি, গোহাটীয়া দলৈয়ে আজ্ঞা শুনাবৰ অধিকাৰ নাই, আমাৰ ঘৰৰহে ৰাজ আজ্ঞা শুনাই দিবৰ নিয়ম, বুলি আপত্য কৰাত, দেবৰৰ বৰদলৈ সহিত কথা শুনাই আজ্ঞা কৰিলে। এহাৰ তাৎপৰ্য্য এই—দেবৰৰ বৰদলৈ ও তস্য ভাতিজা আশ্ৰবী দলৈৰ পুত্ৰ হেটমুৰা ওৰফে জগন্নাথ মহৰিৰ, মিথি সাহেব কালেক্টৰৰ খাটনিয়াৰ, ৰৰ আছিল। সেহেতু খাটি মিথি সাহেবেৰ দ্বাৰা জিনকীঞ্চন সাহেবত ধৰাই হুকুম কৰাইছিল। পৰে ৰমাকান্ত আপত্য কৰাত, দুই জনকে আজ্ঞা কৰিলে ॥ ৮০ ॥

আউনী আটীৰ অধিকাৰ পতা

পৰে, দিন ধাৰ্য্য পূৰ্ব্বক নামঘৰতে সকলো ভকত ও বাপুৰাম বৰফোকন ও মাধৰাম ৰাজখোৱা আমি প্ৰভিতি অনেক লোক নিয়ম মত আসনে বহাতে ও অধিকাৰী আসনে অধিকাৰ, ডেকা-জনাৰ আসনে ডেকা জনা বহাতে, দেবৰৰ বৰদলৈ ও ৰমাকান্ত দুয়োজনাই মধ্যে উপস্থিত, এইমত কথা শুনালে, "—আউনীআটী সত্ৰৰ কুশদেউ গোসাঞী অধিকাৰ আছিল। তেওঁ অন্তিমকালে দত্তদেৱ ডেকা-জনাকে অধিকাৰ পাতি মালা দি গৈছে, ও চাৰিহটীয়া ভকতসকলেও অধিকাৰ মান্য কৰি লৈছে ও আমিও দত্তদেৱ ডেকাজনা অধিকাৰী পদবীৰ যোগ্য হেন জানি তেওঁক অধিকাৰ পতা গল। পূৰ্ব্ব নিয়মত কৰ্ম্ম কৰি থাকিব।" এইকথা প্ৰচাৰ হোৱাতে সকল লোকে হৰিধ্বনি কৰিলে এবং সভা বিসৰ্জ্জন হ'ল ॥ ৮১ ॥

এই শকৰ আবাৰ মাহে প্ৰথম জাহাজ আহে। এই ধুঁৱাৰ জাহাজ অহাতে, দেখিবৰ কাৰণে, অনেক লোক জমা হৈছিল, এবং আমি প্ৰভিতি লোকক, মেথি সাহেবে তোলি কুৰুৱা পৰ্য্যন্ত চলাই, অশ্বক্ৰান্তৰ পৰা শুক্ৰেশ্বৰৰ ঘাটত তোলি দিলে। এই অবধি জাহাজ চলাচল হ'ল ॥ ৮২ ॥

এবং আমাৰ ভ্ৰাতা গৌৰীকান্তকে বিবাহ কৰাৰ আবশ্যক হোৱাতে জেষ্ট ৰমাকান্তৰ যুক্তি মতে, উজানৰ কলঙ্গপুৰৰ চতুৰ্দলৈৰ জীয়েক কেতেকীক জীউৰামৰ পৰা অনাই, বৈশাগ মাহে ৰুদ্ৰেশ্বৰে বিবাহ কৰালে। ঐ বিবাহে পৃথক খেল কৃষ্ণৰাম বৰুৱা প্ৰভিতি, ৰমাকান্ত ও ৰতিকান্ত ও গোপীকান্ত জেষ্ট আদিকে, কৌশলে খোৱান গ'ল ॥ ৮৩ ॥

অতঃপৰ, জেষ্ট মাহে বিষ্ণুকান্তৰ জ্বৰ হৈ ঐ ৰুদ্ৰেশ্বৰ সাকিনে মৃত হয়। তৎ অন্তষ্টি ক্ৰিয়া তস্য স্ত্ৰীৰ দ্বাৰা হৈছিল ॥ ৮৪ ॥

এই সনৰ জুন মাসে মিথি সাহেব কালেক্টৰ, ডেপুটি কমিচনাৰ হৈ বৰ কাছাৰীত গ'ল। তেউৰ জেম্বা লাখৰাজ চেৰস্তা থাকিল। ইস্পেচীয়েল ডুটী কমিচনৰ খেতাবে মকৰ্দ্দমা নিষ্পত্তি কৰিছিল। তৎকৰ্ম্মে উইমেষ সাহেব কালেক্টৰ হ'ল ॥ ৮৫ ॥

এওঁ সাহেবে খেৰাজী ৰূপীতত ১৲ টাকা, বৰিত ॥০ আনা, বস্তিত ॥০, ফৰিঙ্গতিত ॥০ আনা, বাউতলীত ॥০ আনা, লাখৰাজ তদৰ্দ্ধ মতে, ও গত সনৰ মত শতকৰা ১৪।০ অনা কমিচন দি একসনা ম্যাদে বন্দবস্ত কৰিলে। এবং শতকৰা ১ পুৰা মান মাটি বাদ দি বন্দবস্ত কৰিলে ॥ ৮৬ ॥

আৰু এই সনে মহাৰাণী বিক্টোৰিয়া কোইনৰ মুখাকৃতি মুণ্ডৱালা কম্পানী টাকা বাহেৰ হ'ল ॥ ৮৭ ॥

ও মঞ্জি ১৮৩৯ ইংৰেজীৰ ২৩ জুলাই একটীং মেহানৰীচ্ ২৫ টকাত মকৰৰ হওঁ। এবং৬কৰ্ম্মত আমাৰ সাহেব বৰ ভাল পাইছিল। এবং ৰতিকান্ত দেৱানীৰ মহৰিৰ ও জজ্জদত্ত বৰকটকী

ধোঁৱাৰ জাহাজ প্ৰথম অহা

গৌৰীকান্তৰ বিবাহ

বিষ্ণুকান্ত মৃত

মিথি সাহেব ডেপুটী কমিশনৰ

উইমেধ কালেক্টৰ

মহাৰাণী মোহৰ

মঞ্জি একটিং মেহানবীচ্

বৰ খাটনিয়াৰ আছিল। ও বঙ্গালী গঙ্গাগোবিন্দ নামক ওকীল একজন বৰ বল্লভ আছিল ॥ ৮৮ ॥

লালবন্দীৰ প্ৰজা স্থানান্তৰ

এই সনে উজানৰ পুৰন্দৰ ৰাজা লাল-বন্দী প্ৰাপ্ত দেশত, তৎপুত্ৰ কামেশ্বৰ চাৰিঙ্গ ৰাজা খাজানা সাধাতে অনেক দৌৰাত্ম্য হোৱাত, বিষয়াকতেক, ৰায়ত, তেজপুৰ ও নগাঞ জেলায় আহি জিনকিঞ্চন কমিচনৰ সাহেবক জনোৱাত, আৰো লাল-বন্দীৰ খাজানা কতেক মাফ পাবৰ বিষয় প্ৰাৰ্থনা কৰাতে, কমিচনৰ সাহেব আজেন্টীৰ চেৰেস্তাদাৰ সহিত উজানে যাই তদন্ত কৰাতে, ৰাজাদিৰ দৌৰাত্ম্যে প্ৰজা স্থানান্তৰে যোৱা হেতু, লাল-বন্দাৰ টাকা মাফ চোৱা বিবৰণে সদৰে ৰেপট কৰিলে ॥ ৮৯ ॥

সদৰে ৰেপত

**লাল-বন্দী বাতিল**

১৭৬১ শক ও ১২৪৬ সন বাঙ্গালা ও ১৮৩৯।৪০ ইংৰেজী।

এই সনে জিনকিঞ্চন কমিচনৰ ও উইমেষ সাহেব, কালেক্টৰ হল। এওঁ অত্যন্ত ৰাগী আছিল ও কমিচনৰ ও ডেপুটী কমিচনৰ মিথি সাহেব সহিত অবৰ্গ আছিল। জিলাত হুকুম দিয়া মাত্ৰে আপীল হয়। আপীলে কাগজ কৈফিয়ৎ তলব হলেই *ৰোবকাৰী শুনা মাত্ৰে অত্যন্ত ক্ৰোধযুক্ত হৈ বৰ ধুম্‌ধাম্ কৰে এবং আপীলতো প্ৰায় হুকুম ৰদ হয়। সে হেতু অধিক অধিক মতে আপীল হব ধৰিলে ॥ ৯০ ॥

ৰাগী উইমেষ সাহেব

আৰু গৰু কাটি মাংসৰ দোকান দিয়াতে ডাঙ্গা হৈ মকৰ্দ্দমাত, ব্ৰজকান্ত ৰায় দাৰোগা, মৃত্যুঞ্জয় চেৰেস্তাদাৰ, কালীৰায় পেচকাৰ বৰখাস্ত হয় ॥ ৯১ ॥

গৰু কাটা মোকৰ্দ্দমা

সে যাহওক, এওঁ কালেক্টৰ সাহেব, পৰগণা সকল গত সনৰ নিৰিখমতে, এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। সেইমত হাজো পৰগণা গৌৰীকান্ত সহিত বন্দবস্ত কৰাতে, মঞি পৰগণাৰ সকল কৰ্ম্ম অথচ ঠাকুৰীয়া, কাকতী দ্বাৰা বন্দবস্ত কবুলিয়ৎ লৈ

টোকা—* বিজ্ঞাপন, হুকুমপত্ৰ।

সেই অনুসাৰে খাজনা লৈ সৰকাৰে শোধাইছিলোঁ। ও গৌৰীকান্তকে ঘৰতে পঠাইছিলোঁ ॥ ৯২ ॥

গৌৰীকান্তক পঠোৱা

আমাৰ শান্তি বিবাহত সোণৰ খাৰু নিদিয়া হেতু আমাৰ বৰ বেজাৰ হ'ল। ৰমাকান্ত ও ৰতিকান্ত প্ৰভিতিৰ যুক্তিমতে, আমি ও গৌৰীকান্ত ১৩০০৲ টাকাৰ গহনাৰ মূল্য বাবতে দেবৰৰ বৰদলৈ, তৎচুহিতৃ পদ্মাৰ নামে, দেৱানীত নালিচ্ কৰিলোঁ। স্ত্ৰী-ধন বুলি জবাব দিলে। সেই সময় ৰতিকান্ত দেৱানীৰ মহৰিৰ আছিল ও বাঙ্গালী বাণীনাথ পেচকাৰ আছিল ॥ ৯৩ ॥

গহনাৰ বাবদ মকৰ্দ্দমা

উজানখণ্ড, পুৰন্দৰ ৰাজা লাল-বন্দীৰ টাকা মাফ পাবৰ নিমিত্তে প্ৰাৰ্থনা কৰায়, প্ৰজাদিক দৌৰাত্য কৰা হেতু, সদৰৰ পৰা পুৰন্দৰ ৰাজাক বৰখাস্ত কৰিবৰ হুকুম আহাতে, ভাদ্ৰমাহে লাল-বন্দী ৰহিত কৰি ৰাজাক বৰখাস্ত কৰিলে ও পুনৰ ইংৰেজীৰ দখল হ'ল ॥ ৯৪ ॥

লাল-বন্দী ৰহিত

তদপৰ, এই সনে উজান চাহৰ খেতি ওলিযাই চাংকাকতীৰ ঘৰৰ মণিৰামক দেৱান পাতিলে। তাৰে পৰাহে চাহৰ খেতি চলিল ॥ ৯৫ ॥

চাহ খেতি আৰম্ভ

সক্ জনা যোগেশ্বৰ গোসাঞী, মোক মন্ত্ৰ দিবৰ কাৰণে আগ্ৰহি ধৰিছিল। মঞি মন্ত্ৰ নলওঁ বুলি জবাব দিয়াতে, মোৰ নামে হাজো পৰগণা থকা ও জামিন হোৱা বুলি ৩০০৲ টাকা ৰোসমৰ* বাবত মোৰ নামে দেৱানীত নালিচ্ কৰাতে, কোন ৰোশম দিবৰ বন্দবস্ত কৰা নাই বুলি জৱাব দিয়াতে, ডিচ্‌মিচ্ হল ॥ ৯৬ ॥

যোগেশ্বৰ গোসাঞীৰ মকৰ্দ্দমা আৰম্ভ

তদপৰ আমাৰ জেষ্ট থকাতে একখন পচি দোলা, লোহাৰ দাপোণ, ঢেকৰ আনিছিল। সেই দোলা ৰুদ্ৰেশ্বৰে ঘৰ পোৰাতে পুৰিলে। ঢেকৰ, দাপোণ আছিল। সেই দোলাৰ জন্যে মোক অনেক ধমক ও ঘৰলৈ মানুহ পঠাই গালাগালি কৰিছিল। মঞি

যোগেশ্বৰ গোসাঞীক দাপোণ ও ঢেকৰ দিয়া

টোকা—* অৰ্থাৎ ৰসুম—কৰ, ইয়াত টকাৰ সুত বুজাইছে

অসহ্য হৈ সেই ঢেকৰ, দাপোণ মোহনৰায় পানী ফোকনৰ দ্বাৰা তৈয়াৰ কৰাই দিলোঁ। তথাপি, মন্ত্র নলওঁ বুলি কৈছিলোঁ॥ ৯৭॥

পৰগণে বৰিগোগ বালিকুচি গ্রামে, বেজীয়া নামে একটি দৈবজ্ঞ আছিল। ও তাৰে ভাতিজা ধৰ্ম্মেশ্বৰ নামে লৰা এটি পাগলা মত আছিল। অথচ সেই লৰাটিৰ ১৪।১৫ বৎসৰ মান হৈছিল। বালিকুচীয়া গোসাঞী সহিত মাটিৰ মকৰ্দ্দমা লাগি, গোহাটীত আছিল। ঐ বেজীয়া ও ধৰ্ম্মেশ্বৰ এটা পুৰণা মৈলা এঙ্গা চোলা পিন্ধি বাঙ্গালাৰ কাখত থাকে। পাচে সাহেব বাহিৰ ওলালে, চালাম দি সাহেবৰ পাচে পাচে ফুৰে। এইদৰে কতোদিন আছিল। একদিন সাহেবে মোত সোধাতে মঞি সকল কথা কলোঁ। তদবধি দিনে দিনে, সেই ৰূপে বাঙ্গালায় যাই থাকে। এবং সাহেব সহিত মঞি ও অনন্য আমলা সহিত যাই গঙ্গাবিলত থকা গ'ল। ও যজ্ঞদত্ত কটকীও আমাৰ সহিত লগ লাগি সাহেব সহিতে থকা হৈছিল। তাতো সেই দৰে দুই জনে সাহেবক দেখা দি চালাম দিয়াত পুনৰ সোধাতে, কেৱল দুখীয়া, মাটিৰ মকৰ্দ্দমা নিমিত্তে অহা, কলোঁ। এবং যজ্ঞদত্ত কটকীয়ো কলে। পাচে, দৰখাস্ত দিব কোৱাত, সেইমত দৰখাস্ত লিখাই দিয়াতে বালিকুচীয়া গোসাঞীক ধৰি আনি জবাব লৈ বেদখলী মাটি জেম্মা কৰি দিলে। কিন্তু ধৰ্ম্মেশ্বৰ তদ্রূপ পুৰণা কটা এঙ্গাচোলা পিন্ধি, যতে ততে সাহেবক দেখা দি চালাম দিয়ে। তাতো নজৰ পৰি সুধিলে,—"তই বিবাই কৰাইছ?" সি সকলে, "নাই, মঞি দুখীয়া, কোনে ছোৱালী দিব?" সাহেবে কলে,—"মঞি বিবাহ কৰাই দিম। ক'ত ছোৱালী আছে, চাই, মোত কবি।" এবং মোত আৰু যজ্ঞদত্ত কটকীক কলে,—তোমালোকে এটি চান্দা কৰি সকল চৌধাৰী পটোৱাৰীৰ নাম লিখাই, টাকা লিখাবা। মঞো দিম।" আমালোকে তদ্রূপ মতে ফৰ্দ্দ কৰি সকল লোকৰ দ্বাৰা লিখালোঁ, ও

সাহেবে বেজীয়া দৈবজ্ঞৰ বিয়া পতা

সাহেব ২৫ টাকা, আমালোকেও ৩।৪ টাকা-কৈ দিয়া হ'ল। সর্ব্ব মোট ৩০০ মান টকা হল। সেই টকা কটকীৰ হাতত আছিল। পাচে, পাতিদৰঙ্গৰ কোন এক দৈবজ্ঞৰ ছোৱালী আছে বুলি কোৱাতে, তাক ধৰাই আনি কয়েক টাকা ৰূপ দি ধমক দিয়াতে, ভয়তে দিবৰ স্বীকাৰ কৰিলে এবং বিবাহ পাতিলে। সেই বিবাহে মেম-সাহেব ৰাতি গৈছিল ও যজ্ঞদত্ত কটকী প্ৰভিতি আমলা গৈছিল। মঞ্জি যোৱা নহল। বিবাহে উৎসর্গ দিব লাগে বুলি কোৱাতে, সাহেব ও অনন্য লোকেও কিছো কিছো দিলে। বিবাহ অন্তেও সিহঁতৰ হাতত দুইশমান টকা ৰৈছিল॥ ৯৮॥

# দ্বিতীয় অধ্যায়

## ১। ৰাজ্য বিস্তাৰ

১৭৬২ শক ও ১২৪৭ সন বাঙ্গালা ও
১৮৪০।৪১ সন ইংৰেজী।

এই সনেও জিনকিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ। তেওঁৰ জেম্বায় দেৱানী ও ফৌজদাৰী আপীল ও লাখৰাজ চেৰস্তা থাকিল। ইস্পেচীয়েল ডুটী কমিচনৰ খেতাপে মকৰ্দ্দমা নিস্পত্তি কৰিছিল ॥ ৯৯ ॥

পৰগণা বন্দবস্ত

**উইমেষ সাহেবঃ**—কামৰূপে উইমেষ সাহেব কালেক্টৰ। এওঁ গত সনৰ নিৰিখমতে পৰগণা সকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। ও হাজো গৰগণা গৌৰীকান্ত নামে বন্দবস্ত। আমি ঠাকুৰীয়া কাকতী দ্বাৰা বন্দবস্ত পূৰ্ব্বক খাজানা তহচীল কৰাই সৰকাৰে দাখিল কৰিছিলোঁ। ও গৌৰীকান্তক ঘৰতে ব্যাকৰণ পঢ়াইছিলো ॥ ১০০ ॥

আমাৰ দেৱানী মকৰ্দ্দমা ডিচ্‌মিচ্‌

দেৱানীৰ মকৰ্দ্দমা অনেক তদবিৰ কৰাতো দেবৰৰ বৰদলৈৰ খাটনিৰ জোৰে উইমেষ সাহেব মকৰ্দ্দমা ডিচ্‌মিচ্‌ কৰি এই হুকুম দিলে,—বৰদলৈৰ জীয়েক পদ্মা বৰ্ত্তমান থাকা প্ৰযন্তে গহনাদি ভোগ কৰি থাকিব। খৰচ কৰিব নোৱাৰিব। ফৌত হলে, আমি দুই দাবীৰ মাল পাম। এই হুকুম দিলে। সেহেতু উভয় ওকিলৰ ফিচ্‌ ১৫০ টাকা আমাৰ ভৰণি হ'ল ॥ ১০১ ॥

জয় পটোৱাৰী ফৌত

তদপৰ হাজো পৰগণায় প্ৰথম মনু পাটৱাৰী মকৰৰ হৈছিল। সেই ফৌত হোৱাতে জয় নামকু পটৱা দপ্তৰীক মঞ্চি মকৰৰ কৰিলোঁ। কিন্তু সেই পৰগণাত চাপাচী ৰাখা বুলি মকৰ্দ্দমা-জাত কৰি মোক অনেক হাইৰান্ কৰি মনত বেজাৰ দিছিল।

অবশেষে মকৰ্দ্দমা কৰি গোহাটীত থকাতে হাইজা বেমাৰ হৈ মৰিলত, কয়েদীয়ে শগুনগুঁটি বালিত পেলাওতে তাতে শগুনে খালে ॥ ১০২ ॥

তদপৰ ১৮৪১ ইংৰেজীৰ ১৮ ডিচাম্বৰ, ২২৲ টাকাত মোক একটীং ৰোবকাৰী নবীচ উইমেষ সাহেব মকৰৰ কৰিলে। এবং শীতকালে তেহোঁৰ সঙ্গে মপস্বল গলোঁ। ও তেওঁৰ সঙ্গে মেমো গৈছিল ॥ ১০৩ ॥ মঞ্জি একটীং নবীচ.

এবং মপস্বল ভ্রমণ কৰি উইমেষ সাহেব থানা বৈদ্যগড় পোৱা গ'ল। ইতিমধ্যে মিথি সাহেব ডেপুটী কমিচনৰ কতেক চিপাহী সহিত বৈদ্যগড পালে, এবং শ্রুত হ'ল বাক্সা দুৱাৰ ভোটৰ পৰ্ব্বতৰ কিনাৰ প্রযন্ত ইংৰেজীয়ে দখল কৰিব। পৰদিন সাহেব আমলাগণ সহিত, মঞ্জি যাই তামোলপুৰত থকা গ'ল। চিপাহীয়ে ৰাত্রি বেঢি আছিল ॥ ১০৪ ॥ ভোটৰ বাক্সা দুৱাৰ দখল হেতু যোৱা

তদপৰ অথচ ফেব্রুৱাৰী-ফাগুন মাহে ইস্তাহাৰ জাৰি কৰিলে যে, বাক্সা দুৱাৰসকল ভোটৰ পৰ্ব্বত পৰ্য্যন্ত ই'ৰেজীৰ দখল। আগত সন হৈতে পেয়াল মুৰত খাজানা দিব লাগিব। আৰু ভোটৰ বিষয়া ভোলানাথ তালুকদাৰক আনি সৰকাৰেৰ দখলে দুৱাৰসকল আহিল বুলি, চমজাই দিলে। আৰু তালুকদাৰৰ মুখে সকল কথা সুধি ললে। এবং যি যি ভোট নামদানিত আছিল, ইংৰেজীৰ দখল হোৱা শুনি সেইসকল পৰ্ব্বত উঠি গল ॥ ১০৫ ॥ বাক্সা দুৱাৰসকল দখল

তামোলপুৰতে ৩ দিন মান থাকি তাৰপৰ হাউলী থকা গ'ল। তাতে ২ দিন থাকি কুঞ্জৰী খাতা নামে, প্রায় পৰ্ব্বতৰ ওচৰত উখ ঠাইত থকা গ'ল। তাতে কিল্লা কৰিবৰ উপক্রম হ'ল। এবং ডিপুটী কমিচনৰ সাহেবৰ লগত ৰমাকান্ত দোৱাৰ চেৰস্তাৰ হৈ গৈছিল। তদপৰ ভোটৰ সহিত কোন গোলমাল নহল। কুঞ্জৰী খাতাৰ কিল্লায় চিপাহী ৰাখি সকলো গোহাটী অহা হ'ল ॥ ১০৬ ॥ কুঞ্জৰী খাতাত ইংৰাজৰ কিল্লা

## ২। উইমেৰ কালেক্টৰ সাহেব বৰখাস্ত

১৭৬৩ শক, ১২৪৮ সন বাঙ্গালা, ১৮৪১।৪২ ইংৰাজী।

এই সনেও জিনকিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ ও উইমেৰ সাহেব কালেক্টৰ আছিল। এওঁ সাহেবে

পৰগণা বন্দবস্ত

পৰগণা সকল গত সনৰ নিৰিখ মতে এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। কিন্তু এওঁ সাহেব অত্যন্ত ৰাগী ও খাটনিয়াৰ সকলৰ কথা বৰকৈ শুনা হ'ল। এহাতে কমিচনৰ ও ডিপুটী কমিচনৰ সাহেব অত্যন্ত নাৰাজ হল॥ ১০৭॥

গণো পটোৱাৰী

হাজো পৰগণাত গৌৰীকান্ত সহিত একসনা ম্যাদে বন্দবস্ত কৰিলে। এবং জয় পটৱাৰী মৃত হোৱাতে, গণোকে পটৱাৰী মকৰৰ হ'ল। মঞি ঐ পটৱাৰী ও ঠাকুৰীয়া দ্বাৰা খাজানা তহচীল কৰাই আনি সৰকাৰে দাখিল কৰি সকল সৰকাৰী কৰ্ম্মৰ আঞ্জাম্ দিছিলোঁ॥ ১০৮॥

মঞি একটীং পেচ্কাৰ

সে যাহক ঐ উইমেৰ সাহেব কালেক্টৰ মোক ১৮৪২ ইংৰেজী ১৪ জুলাই একটাং পেচ্কাৰ ৩০৲ টকা দৰমহাত মকৰৰ কৰিলে। তেওঁ মোক বৰ ভাল পাইছিল এবং খুছি হৈ ছাওগণ কাস্টেৰ এটী বাইটীং সক্ষ পেৰা, একখন হাতকৰত দিছিল। তদপৰ আচালতন ব্যক্তি হাজিৰ হোৱাতে পুনৰ মোক ঐ সনৰ ৯ নওম্বৰ, ২১ টাকাত একটীং ৰোবকাৰী নবীচ মকৰৰ কৰে॥ ১০৯॥

শিহুডেকা কণ্টক

তদপৰ কমাৰকুচিৰ শিহুডেকা নামে একজন পৰগণাত কণ্টক ওলাই চাপাচী ৰাখাদি বাবত দৰখাস্ত দি মোক অনেক হাইৰান্ কৰিছিল। অৱশেষে একো কৰিব নোৱাৰি তেওঁ পৰলোক হল। তাৰে পৰাহে কন্টক গুচিল॥ ১১০॥

শীতকাল হোৱাতে মঞি ওঁ অনন্য আমলা ও জজ্ঞদত্ত কটকী সহিত উইমেৰ কালেক্টৰ সাহেব মপশ্বল ভ্ৰমণ কৰি ফেব্ৰুৱাৰী অথচ ফাগুন মাহে থানা নলবাৰী পালোঁ। এনেতে উইমেৰ

সাহেব কালেক্টৰ কামৰ পৰা বৰখাস্ত হৈ শীঘ্ৰে আপন পল্টনে হাজিৰ হবৰ কাৰণে কামাণ্ডীনৰ পৰা হুকুম অহাতে নলবাৰীৰ পৰা হাজোৰেদি মেমসহিত গোহাটী আহি কলিকাতা গ'ল। আমালোকে গুৱাহাটী আহিলোঁ। তৎকৰ্ম্মে জানবটলৰ জুনিয়ৰ ইন্‌চাৰ্জ হ'ল। এওঁ ইনচাৰ্জ হৈ বাক্‌সা দুৱাৰ আদি পেয়াল কৰিবৰ হুকুম জাৰি কৰিলে। এবং কাগজ দাখিল কৰাতে টাঙ্গনি, টাঙ্গনি, (১) বন্দবস্ত কৰিলে ॥ ১১১ ॥ উইমেৰ সাহেব বৰখাস্ত জানৃবটলৰ ইন্‌চাৰ্জ

এই সনৰ আষাৰ মাহে বৰপানী হই ৰুদ্ৰেশ্বৰ গডৰ পশ্চিমে থাকাতে চোতাল আদি তল যোৱাতে, সকলো বৰ বিৰক্ত হেন হোৱা গ'ল ॥ ১১২ ॥ বৰপানী

৩। স্কুল স্থাপন। কেতুগ্ৰহ। ভোটৰ লগত বন্দবস্ত।

১৭৬৪ শক, ১২৪৯ সন, ১৮৪২।৪৩ ইংৰেজী। জিনকিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ ও জানবটলৰ সাহেব ইনচাৰ্জ কালেক্টৰ। এওঁ বাক্‌সা দুৱাৰসকল ও পৰগণাসকল গত সনৰ নিৰিখমতে এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। হাজো পৰগণাও গৌৰীকান্ত সহিত এক এক সনা ম্যাদে বন্দবস্ত কৰাই ঠাকুৰীয়া কাকতীৰ দ্বাৰা খাজানা আদায় কৰি, সৰকাৰে দাখিল কৰাই সকল কৰ্ম্মৰ আঞ্জাম দি আছিলো ॥ ১১৩ ॥ পৰগণা ও দুৱাৰ বন্দবস্ত

এবং হাজোত এটা ইস্কুল ঘৰ কৰিবৰ সৰকাৰৰ পৰা আদেশ হৱাতে বলোদেও শৰ্ম্মা ৰাজখোৱাকে কৰিবৰ আজ্ঞা দেওৱা গৈছিল। কিন্তু হীনত্তৰ কৰ্ম্ম কৰিব দিয়া বুলি তাচ্ছল্য জ্ঞান কৰাতে কানুৰাম শৰ্ম্মা পুৰুহিতকে কৰিবৰ আজ্ঞা দিৱাতে তেওঁ ঠাকুৰীয়াদি দ্বাৰা মানুহ নি তৈয়াৰ কৰালে। এহাতে তেওঁৰ প্ৰতি বৰ সন্তোষ হলোঁ ॥ ১১৪ ॥ হাজোৰ ইস্কুলঘৰ

এই সনৰ আষাৰ মাহে অত্যন্ত ব্ৰহ্মপুত্ৰৰ পানী বাঢ়ি,

টোকা—(১) টাঙ্গনি = মাটিৰ লেখ বুজাবলৈ কৰা ভাগ বা চহৰ

খাদ্রেশ্বৰৰ গড়ৰ পশ্চিমে থাকাতে চোতাল বৰঘৰৰ ভেঁটি তল যোৱাতে, আমি ও জেষ্ট গোপীকান্ত ও কলীয়া কানাই ও চানা ওৰফে কল্পনাথ বৰদলৈ প্রভিতি সকলো বৰ বিৰক্ত হৈ, তাৰপৰা উঠি নদী অথচ ব্ৰহ্মপুত্ৰ কিনাৰত, ঘৰ সাজিবৰ যুক্তি হোৱাতে, প্ৰথম মাজুজনা গোসাঞীৰ পাচ ফালৰ পৰ্ব্বতৰ পশ্চিম ভূঁই মাটিৰ পৰা আহি, ওখ ঠাই ডোখৰত হাবি কটা গ'ল। তাতে পৰ্ব্বতৰ নখ বুলি কতো কতো লোকে আশঙ্কা দেখোৱাত, বৰ পুখুৰীৰ পূবফালে হাবি কটা গৈছিল। তাতো পৰীক্ষিত পুখুৰীৰ কাথত ঘৰ কৰা ভাল নহয় বুলি লোকজনে মানা কৰাত, তাকো এৰি, অশ্বক্রান্তৰ নিকট মোৰ পাট্টাকৈ লোৱা মাটিৰ হাবি কাটি ঠাই সাফ্ কৰি, একজোৰা কমাৰো আনি দা-কুঠাৰ বৰান গৈছিল। কিন্তু তাতো ব্ৰহ্মপুত্ৰৰ হেচা পৰে বুলি মৰঙ্গীয়াল ভকত ৺মাতৃ মানা কৰাতে, অৱশেষে মাজজনা গোসাঞীৰ পশ্চিম মটীয়াৰ দক্ষিণ নদীৰ কিনাৰে হাবি মাটি পছন্দ হ'ল। কিন্তু কৃষ্ণৰাম ভণ্ডাৰ বৰুৱা বাটকে সীমা কৰি জঙ্গল পাট্টা কৰি লোৱা হেতু তেওঁকে, স্বত্ব ত্যাগ কৰি, মৌৰশী পাট্টা কৰি দিবৰ ধৰাত, তেওঁ সন্মত হৈ একখন সাধা কাগজত লিখি দিলে। পাচে হাবি কাটি ঠাই সমান হেন নেদেখি, আৰু টিলাৰ নখ হেন দেখি, কিছো ঠেলি, পশ্চিমৰ ফালে ঘৰ কৰিলো। জেষ্ট গোপীকান্ত পূবত, মোৰ কাখতে কলীয়া কানাই ও অনাদৰ মাতুলক ও দয়া বেথাইক ঘৰ কৰিব দিলো। ও হলকান্ত কৃষ্ণৰাম বৰুৱাৰ পূবে ও কল্পনাথ পশ্চিমে হাবি কাটি ঘৰ কৰিলে। ও টোকৰ শৰ্ম্মা ৰতিকান্তৰ ঘৰত আছিল। তাৰপৰা খেদাতে নদীৰ কিনাৰ হলকান্তৰ ওচৰ আহত গছৰ কাখতে ঘৰ কৰি, আহিল। আমিও আঘোণ মাহে উঠি আহি অথচ খাদ্রেশ্বৰৰ পৰা আহি, ঐ নদীৰ কিনাৰে ঘৰ ললোঁ॥ ১১৫॥

খাদ্রেশ্বৰৰ পৰা উঠিবৰ উদ্যম

নদীকাথৰৰ মাটিলোৱা

নদীৰ কিনাৰে ঘৰ কৰা

তদপৰ নগাঞৰ পৰা বিগি সাহেব আহি কালেক্টৰ চাৰ্জ

গ্ৰহণ কৰিলে। তেওঁ সাহেবে মোক ১৮৪৩ ইংৰেজী ২০ ফেব্ৰুৱাৰী আচালতন পৰৱানা নবীচ ২০৲ টাকাত মকৰৰ কৰিলে। তেওঁ মোক বৰ ভাল পাইছিল॥ ১১৬॥ মঞ্জি পৰৱানা নবীচ মকৰৰ

এই সনৰ মাঘ মাহৰ পৰা মহামাৰী হৈ অনেক লোক মৰিছিল। তাতে ভয় হৈ আমালোকে ৰূদ্ৰেশ্বৰত কতেক দিন আছিলোঁ। তাতে মাঘৰ ১৩ দিন যোৱাত গৌৰীকান্তৰ পুত্ৰ এটি জন্ম হয়। নামাকৰণ কৰণে শ্ৰীচন্দ্ৰকান্ত নাম হয়। তদপৰ মাৰী নিবৃত্তি হোৱাতে পুনৰায় সপৰিবাৰে নদীৰ কাখৰৰ স্বকীয় ঘৰ লোৱা হল॥ ১১৭॥ শ্ৰীচন্দ্ৰকান্তৰ জন্ম।

তদপৰ বিগি সাহেব কালেক্টৰ ভাঠী যোৱাতে ডালটীন সাহেব আহি কামৰূপে কালেক্টৰ হ'ল। এবং এই সনৰ ফাগুনৰ শেষ, চৈত্ৰৰ আদিত আকাশে পশ্চিম দিকে শুক্লবৰ্ণ দীৰ্ঘাকৃতি কেতুগ্ৰহ উদয় হৈ চাৰি মাসতক (১) মহামাৰীতে অনেক লোক মাৰে॥ ১১৮॥ ডালটীন সাহেব কালেক্টৰ

আৰু এই সনে ভোটৰ এলাকা বাস্‌কা দুৱাৰ প্ৰভিতি নামদানি সৰকাৰে দখল কৰাতে ১০,০০০ দশ হাজাৰ টাকা ভোটৰ ৰাজাক দিবৰ নিয়ম হ'ল। এই সনাবধি দি আছিল॥ ১১৯॥ ভোটৰ ৰাজাক দশহাজাৰ টাকা দিয়া নিয়ম।

## ৪। গোলাম-বন্দী খালাচ।

১৭৬৫ শক ও ১২৫০ সন ১৮৪৩।৪৪ ইংৰেজী।

এই সনেও জিনকিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ ও ডালটীন সাহেব কালেক্টৰ। এওঁ কালেক্টৰ গত সনৰ নিৰিখ নিয়মত পৰগণা সকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। ও হাজো পৰগণা গৌৰীকান্ত সহিত বন্দবস্ত। আমি ঠাকুৰীয়া কাকতী দ্বাৰা খাজানা সধাই আনি সৰকাৰে দাখিল কৰোঁ। ও মধ্যে দেখিবৰ, শিক্ষা কৰিবৰ কাৰণে, হাতী বা পৰগণা বন্দবস্ত

টোকা—(১) মাসতক=মাহলৈ (তক=লৈ)

দোলাৰে পঠাওঁ। কিন্তু তেওঁ লৰামানুহ হেতু, আমাৰ পুৰুহিত কানুৰাম শৰ্ম্মাকে দেৱলীয়া চৌধাৰী হুজুৰে (১) এত্যালা (২) দি মকৰৰ কৰি দিলোঁ ॥ ১২০ ॥

প্ৰথম দুহিতৃ জন্ম

এই সনৰ বৈশাগ মাহে আমাৰ প্ৰথম দুহিতৃ এটী নদীৰ কাখৰ মাটিত জন্ম হয়। নামাকৰণ কৰণে বসন্তকালত জন্মহেতু বসন্তী নাম হয়। অৰ্থাৎ আহ্লাদিত হৈ বসন্তী নাম দিয়া গল ॥ ১২১ ॥

মঞি আচালতন ৰোবকাৰ

তদপৰ ১৮৪৪ ইংৰেজীৰ ১ জুলাই আমাকে ডালটীন সাহেব আচালতন ৰোবকাৰী নবীচ্ ২২৲ টাকাত মৰৰৰ কৰে ॥ ১২২ ॥

আচালতন পেচ্কাৰ

ঐ ১৮৪৪ ইংৰেজীৰ ৫ আক্টুবৰ আচালতন পেচ্কাৰ ৪০৲ টাকাত মকৰৰ কৰে ॥ ১২৩ ॥

কৃষ্ণৰাম চেৰস্তাদাৰ

আৰু কৃষ্ণৰাম বৰুৱা কমিচনাৰিত ১৫৲ টাকাত পঞ্চায়ত আছিল। তাৰেপৰা আহি ডালটন সাহেবৰ আমলে ফৌজ-দাৰীৰ চেৰস্তাদাৰ ৬০৲ টাকাত মকৰৰ হয় ॥ ১২৪ ॥

এবং এইসনৰ আশ্বিন মাহে দেবদত্ত বৰদলৈৰ জীয়েক শ্ৰীতিলমতীক গোপীকান্ত বৰুৱাই বিবাহ কৰাৰ জন্য ধৰে ॥ ১২৫ ॥

গোলাম-বান্দী খালাচ্

আৰু গোলাম-বান্দীসকল খালাচ দিবৰ ১৮৪২ সনে আইন হোৱা বুলি ফৌজদাৰীৰ পৰা খালাচ দিবৰ ধৰিলে। এই কৰ্ম্মত জানবটলৰ জুনিয়ৰ সাহেব বৰ উৎযোগী, ও ৰাধানাথ কটকী ফৌজাদাৰীৰ মহৰিৰ, এতৎ কৰ্ম্মে বৰ ৰাগী আছিল। দৰখাস্ত লিখাই কয়েদ ৰাখা বুলি দৰখাস্ত দিয়া মাত্ৰে খালাচেৰ হুকুম জাৰি কৰে। আৰো এক একখানি খালাচৰ ফয়চলা দিবৰো নিয়ম হৈ, দিছিল। এহাতে গোটেই কামৰূপ ও আসাম দেশত হাহাকাৰ হ'ল ॥ ১২৬ ॥

তদপৰ কামৰূপৰ সকল মহন্ত ও ব্ৰাহ্মণ একত্ৰ হৈ অযুত

---

টোকা—(১) হুজুৰে=মান্যজনৰ ঠাইত।
(২) এত্যালা=এত্লা=ডাঙৰ লোকলৈ সম্বাদ। আচালতন=নিগাজী

শিবপূজা কৰি অশ্বক্রান্তত জমা হৈ পূৰ্ব্ব মত দাসদাসী ব্রহ্মোত্তৰ বহাল ৰাখাৰ প্রার্থনায় ১০০০ একহাজাৰ কেতা দৰখাস্ত জিনকিঞ্চন কমিচনৰ সাহেবৰ হুজুৰে দাখিল কৰাতে কিছো হুকুম নিদিলে ॥ ১২৭ ॥ গোলাম বান্দী ৰাখিবৰ বাবদ দৰখাস্ত

আৰো এই সনৰ মাঘ মাহতে সৌমাৰ পীঠত তামূলী ফৰিঙ্গ উজায়। ও কামৰূপত ব্রাহ্মণক কুলী ধৰি আনিৰ কৰ্ম্ম কৰায় ॥ ১২৮ ॥ তামূলী ফৰিঙ্গ

আৰু এই সনৰ মাঘ মাহতে জেলা তেজপুৰৰ গৰ্ডন সাহেব কালেক্টৰ, অকা ডফলাক, ফি নামে বৎসৰ বেতন ২০ টাকা দেওৱাৰ বন্দবস্ত কৰি চাৰি দুৱাৰৰ পঁচা গুচালে ॥ ১২৯ ॥

## ৫। দহ-সনা বন্দবস্ত।

১৭৬৬ শক, ও ১২৫১ সন, ১৮৪৪।৪৫ ইংৰেজী।

এই সনেও জিনকিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ ও ডালটীন সাহেব কালেক্টৰ। এওঁ ডালটীন সাহেব, মঞি, শম্ভু বাগচী, শৰ্ম্মণ চেৰস্তাদাৰ, সাহেবৰ লগত দক্ষিণ কুলে যাই, দক্ষিণ সৰু বংশৰ পৰগণাৰ হীৰাপাৰাত থাকি, ৰায়তৰ সহিত ১০ সনা ম্যাদে বন্দবস্ত কৰা যায়। অথচ পাট্টাৰ পিঠিত লিখি দিয়া যায় যে তোমি ১০ বৎসৰলৈ মাটি ইস্তফা দিব নোৱাৰিবা। আৰো যত মাটি বেচিকৈ ভাঙ্গিবা, তাৰ খাজানা দশ বৎসৰ সৰকাৰে অথবা চৌধাৰী লব নোৱাৰিব। এহাতে মঞি কৈছিলোঁ, যোত্রহীন হলে, ৰায়তে ইস্তাফা দিব নোৱাৰিলে, ৰায়তৰ পক্ষে বিষম হব। সাহেব গ্রাহ্য নকৰি, ৰায়তক তলব দি আনি সকল মহৰিৰ দ্বাৰা ঐ মত লিখাই দিছিল ॥ ১৩০ ॥ দশসনা বন্দবস্ত

আৰু গত সনৰ নিৰিখ মতে পৰগণাসকল ৩।৪ সনা ম্যাদে বন্দবস্ত কৰিলে ও হাজো পৰগণা গৌৰীকান্ত সহিত ৩ সনা

ম্যাদে বন্দবস্ত কৰিলে। মঞি ঠাকুৰীয়াগণে সহিত ৰায়তৰ খাজানা তহচীল কৰাই, সৰকাৰে দাখিল কৰাই, সৰকাৰী সকল কৰ্ম্মৰ আঞ্জাম দিছিলোঁ॥ ১৩১॥

মঞি খোচ্‌নামী পোৱা

ও প্ৰেম্‌বৰ্টন্ সাহেব ভোটান্তে যোৱাত, ৰচদ কুলীৰ আঞ্জাম দিয়াত খোচ্‌নামী পৰৱানা প্ৰাপ্ত হৈছিলোঁ॥ ১৩২॥

কিন্তু গৌৰীকান্তক হাজো পৰগণায় পঠাও হয়, লৰামানুহ। এহেতু তেওঁৰ লগত সহায় হবৰ কাৰণে কানুৰাম শৰ্ম্মা বৰদেউৰী পুৰুহিতকে দেৱলীয়া চৌধাৰী মকৰৰ কৰি পৰৱানা দিলোঁ। তেওঁ ঠাকুৰীয়াইতৰ দ্বাৰা খাজানা লৈ গৌৰীকান্তক দিয়ে। তেওঁ মোৰ পাশ পঠাই দিয়ে। পৰে সৰকাৰে দাখিল কৰো। এইমতে চলিছিল॥ ১৩৩॥

মঞ্জিৰাৰ জন্ম

আৰো এই সনৰ অগ্ৰায়ণ মাহৰ ১০ দিন যোৱাত গৌৰীকান্তৰ দুহিতৃ এটা জন্ম হয়। নামাকৰণ কৰণে মঞ্জীৰা নাম দিয়া হল॥১৩৪॥

তদপৰ শীতকাল প্ৰবেশ হোৱাতে ডালটীন সাহেব কালেক্টৰেৰ সহিত মপস্বল ভ্ৰমণ কৰি ঘুৰিছিলোঁ। এওঁ সাহেব অতি পৰিশ্ৰমী আছিল॥ ১৩৫॥

## ৬। দুৰ্য্যোগ।

১৭৬৭ শক, ১২৫২ সন, ১৮৪৫।৪৬ ইংৰেজী।

এই সনেও জিন্‌কিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ। ও ডালটীন সাহেব কালেক্টৰ। এওঁ সাহেব গত সনৰ নিৰিখমতে পৰগণাসকল ৩।৫ সনা ম্যাদে বন্দবস্ত কৰিলে। ও হাজো পৰগণাও গৌৰীকান্ত সহিত ৩ সনা ম্যাদে বন্দবস্ত। ও কানুৰাম শৰ্ম্মা দেৱলীয়া চৌধাৰী খাজানা তহচীল কৰি মোৰ পাশ পঠায়। মঞি সৰকাৰে দাখিল কৰি, সকল বিষয়ৰ লেঠা মাৰি আছিলো॥ ১৩৬॥

পৰগণা বন্দবস্ত

অতঃপৰ এই সনৰ আষাৰ মাহৰ ১৭ দিন যোৱাত ৰবিবাৰ

নদী কাখৰৰ মাটিত ৰৰৈণীৰ পুত্ৰ এটি জন্ম হয়। আমি পেচকাৰী বৰ্ম্মত গোহাটীত থকাতে ঘিণ লগা বন্দী ঘৰগিৰী যাই মোত খবৰ কোৱাতে খুচি হৈ তেতিয়াই গাৰ কাপুৰ জোৰ সলাই তাক বকচিচ্ দিলোঁ। এবং তদপৰ আমাৰ শহুৰ দেবদত্ত দ্বাৰা গণনা কৰোৱাত শ্ৰীকমলাকান্ত নাম হয়॥ ১৩৭॥ পুত্ৰ কমলাকান্তৰ জন্ম

আমালোক নদীৰ কাখৰৰ মাটিত ঘৰ কৰি আছিলোঁ। তাতে লৰাটি বেমাৰ হৈ মৃতকল্প, মাকৰ কোলাত হ'ল, সেই দেখি অত্যন্ত দুঃখিত হৈ লৰা ৰক্ষা ও মঙ্গলৰ জন্যে হঠাৎ ১০০,০০০ একলক্ষ তোলসী ৺মাধৱত দিবৰ আগ কৰা পৰে, চিকিৎসাদি কৰাতে ক্ৰমে আৰাম হ'ল॥ ১৩৮॥ একলক্ষ তুলসী দিবৰ আগকৰা

তদপৰ নদীৰ কাখৰৰ মাটিতে জেষ্ট গোপীকান্ত বৰুৱাদি সহিত আমি আছিলোঁ। কিন্তু কৃষ্ণৰাম বৰুৱা, জেষ্ট গোপীকান্তৰ ঘৰৰ গোহালিৰ হালুৱা গৰু মেলি নি হাল বায়। তাক কলে, "মোৰ মাটিতে আছে, নিলে যদি নিলে।" এইকথা কয়। এহাতে জেষ্ট বিৰক্ত হৈ ধীৰ ৰৰদলৈৰ মঙ্গলা হালগিৰী থকা মাটি খণ্ড উদং হোৱাত তালৈকে উঠি গ'ল, অথচ ৰুদ্ৰেশ্বৰে গ'ল॥ ১৩৯॥ জেষ্ঠ গোপীকান্ত ৰুদ্ৰেশ্বৰে যোৱা

জেষ্টজনা ৰুদ্ৰেশ্বৰে যোৱাতে মোৰ মন বৰ বিৰক্ত হ'ল এবং যি মৌৰশী পাট্টা কৃষ্ণৰাম ভণ্ডাৰী বৰুৱাই লিখি দিছিল, সেই পাট্টাৰ বাহিৰে মোৰ কিছো ঘৰ পৰাতে, আৰু সেই পট্টাখন, পুনঃ পুনঃ, কৃষ্ণৰাম ওৱাপছ চোৱাতে বিৰক্ত হৈ ওৱাপছ দিলোঁ। এবং জাগা-বজাগা মাটি চাই সোণাৰি ভেঁটিত জঙ্গলা হৈ থকা মাটি পূবে পিতনি, পশ্চিমে আহতৰ আলি, উত্তৰে গড়, দক্ষিণে চেপাপতা জান, এহি চৌহৰ্দ্দে মাটি পট্টা কৰি, সৰকাৰৰ পৰা লৈ, হাবি কাটি, ঘৰ কৰিবৰ উদ্যম কৰিলো॥ ১৪০॥ সোণাৰি ভেঁটি মক্ৰি পাট্টা কৰি লোৱা

ৰমাকান্ত ও ৰতিকান্ত ও লক্ষ্মীকান্ত নদীৰ কাখৰৰ মাটিত আছিল, কিন্তু লগুণ দিবৰ সময় হোৱাতে দেৱৰৰ বৰদলৈৰ খেলৰ বুলি লগুণ নিদিয়াত, মঞে লগুণ দিলো॥ ১৪১॥ লক্ষ্মীকান্তৰ উপনয়ন

তদপৰ বিবাহৰ সময় হোৱাতে জীউ মিত্ৰৰ জীয়েক পতিমাক বিবাহ কৰালে। কিন্তু সেই ছোৱালীৰ অল্প কালতে মৃত্যু হ'ল ॥ ১৪২ ॥

ও দেৱবৰ বৰদলৈ, আলহীৰ পুতেক মিহিৰাম ও শ্ৰীজয়ৰামক যোৰহাটৰ পৰা অনাই, লক্ষ্মীকান্তৰ বহিনী মালতীক মিহি-ৰামত বিবাহ দিলে ॥ ১৪৩ ॥

এসকল কৰ্ম্ম তেওঁলোকক ভৰসা কৰি নকৰাত ৰমাকান্ত ও ৰতিকান্ত অনেক মতে হিংসা কৰিব ধৰিলে। সেই দেখি দেৱবৰ বৰদলৈৰ বহিনী ডালিমীয়ে, তৎপুত্ৰ-লক্ষ্মীকান্তক মোৰ হাতে ধৰাই গতাই দিলে। আৰো কলে,—"বপা, লৰাটোক লগুণো দিছ, কদাচ নেৰিবি, মোৰ শপত।" মঞো স্বীকাৰ কৰি কলোঁ, "মোক নেৰেমানে মঞি কদাচ নেৰোঁ" ॥ ১৪৪ ॥

তদপৰ সোণাৰি ভেঁটিত ঘৰ কৰিবৰ উদ্যাম কৰাতে, তেওঁ-লোকে তালৈকে যাবৰ কোৱাতে, মোৰ পশ্চিমে মিহিৰামক, তদ পশ্চিমে লক্ষ্মীকান্তক মাটি দিলো ও ঘৰ কৰিবৰ জন্মে সাহায্য কৰিছিলো ॥ ১৪৫ ॥

বৰঘৈণীৰ প্ৰথম বেমাৰ

অতঃপৰ ঐ সোণাৰি ভেটিতে ঘৰ তৈয়াৰ হোৱাতে অগ্ৰায়ণ মাসে ৺মাতৃ সহিত যাই ঘৰ ললোঁ। এবং ৰাতি বৰঘৈণীয়ে ভাত ৰান্ধি সকলোকে খুৱালে ও তেওঁ খাই শয়ন কৰিব গৈছিল। মঞো শয়ন কৰিছো, কিন্তু নিদ্ৰা হোৱা নাই। এনেতে মঞি শয়ন কৰা চালপীৰাৰ কাখত থিয়হৈ, ভৰিৰ পৰা জিন্‌জিনাই আহিছে বুলি, পানী দে, বুলি বিলাহী বেটীক আৰ্ত্তৰাৱে মাতিব ধৰাত, কাঁহৰ কলহৰে পানী দিয়াতে গোটেই কলহ পানী খালে। আৰু পানী আন বুলি কোৱাতে তৎক্ষণাৎ আনি দিয়াতে, আৰু আন বুলি কোৱতে খালে। ও পুৰিছে পুৰিছে বুলি সেই শোৱনিঘৰতে পানী পাৰেমানে মুৰত ঢালি মাটিত

অচেতন হৈ পৰিল। বিল্লাহীয়ে আটাহ পাৰিব ধৰিলে। মঞি উঠা নাই, মানুহবো হঠাৎ এনে নৰিয়া হয়নে।

তদপৰ মাতৃয়ে আটাহ পাৰিব ধৰাত উঠি হাত চাওঁ যে কেৱল অচেতন ও নাডিয়ো কিছো ব্যতিক্রম হেন পালোঁ। এনেতে গৌৰীকান্ত উপস্থিত হৈ ধৰাধৰি কৰি মাৰল ঘৰে আনিলে। তেতিয়া প্ৰায় নিশা দুপ্ৰহৰ মান হৈছিল। তেতিয়াই ৰুদ্রেশ্বৰৰ পৰা জেষ্ট গোপীকান্ত ও ক'লীয়া কানাইক নিবৰ মানুহ পঠালোঁ॥ ১৪৫॥

তদপৰ তেওঁলোক সেই ৰাতিতে উপস্থিত হৈ ভৌতিকৰ ক্রিয়া কৰি চাওঁ বুলি চতুৰ্ম্মুখ ও ৰসসেন্দুৰ মিছিৰী পানী সহিত মাৰি কটাৰীৰে মুখ মেলি খোৱাব ধৰাত, কেতিয়াবা এইমাত্র কয়,—"মোক পোৰে" পুনৰ অচেতন হয। এইদৰে থাকোতে ৰাতি পোৱাল। পৰে নানা স্থানৰ পৰা বৈদ্য ও নিদানী ঔষধ আনি খুৱাব ধৰাত ক্ৰমে মাঘ মাহ পালে। তথাপি শয্যাগত মুগুচিল॥ ১৪৬॥

পূৰ্ব্বপাৰ পৰগণাৰ আঠগঞা বৈদৰ নাম শুনি তেওঁকে আনি চিকিৎসা কৰাতে চৈত্ৰ মাহে সন্ধ্যাৰ পৰা মানুহৰ হাতত ধৰি উঠিব পৰা হল। শৰীৰ অত্যন্ত কৃশতা হৈছিল॥ ১৪৭॥ বৰবৈণী কিছু আৰাম

আৰো এই সনৰ আশ্বিন মাহৰ ১০ দিন যোৱাৰ পৰা ১৩ দিন পৰ্য্যন্ত শ্ৰীশ্ৰীকামাখ্যা ঠাকুৰাণীৰ পীঠত স্ত্রীৰ ক্রন্দন হৈছিল॥ ১৪৮॥ কামাখ্যাত স্ত্রীৰ ক্রন্দন

ও এই সনৰ পৌষ মাহত ১৮৪৫ ইংৰেজীৰ ডিচাম্বৰ মাহত ৺উমানন্দৰ দক্ষিণে গোহাটীত পাকা গীৰ্জ্জাঘৰ এটা তৈয়াৰ কৰি উলিয়ায়॥ ১৪৯॥ গোহাটীত পাকা গীৰ্জ্জাঘৰ

আৰো ঐ সনৰ শ্ৰাবণৰ ২৩.দিন যোৱাত ৰাত্রি ভূঁইকম্প হৈ, উমানন্দ ও কামাখ্যা ও ৰুদ্রেশ্বৰ ও শুক্রেশ্বৰ দেৱালয়ৰ মঠ ভগ্ন হয়। তাৰপৰা তিনদিনতক ২৫টা ভূবঃকম্প হয়॥ ১৫০॥ ভূবঃকম্প মঠ ভগ্ন

জেষ্ট গোৰীকান্ত ৰুদ্রেশ্বৰে মঙ্গলা, হালগিৰীৰ মাটিত যাই দেবদত্ত বৰদলৈৰ জীয়েক শ্রীতিলমতীক বিবাহ কৰায় ॥ ১৫১ ॥

৭। চোৰ বৈদ। বৰ পানী। অনাবৃষ্টি। পুৰন্দৰ ৰাজাৰ পৰলোক।

১৭৬৮ শক, ১২৫৩ সাল, ১৮৪৬।৪৭ ইংৰাজী।

এই সনেও জিন্‌কিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ ও ডালটীন সাহেব কালেক্টৰ। এওঁ সাহেব গত সনৰ নিৰিখ ও নিয়মমতে পৰগণাসকল ৩।৫ সনা ম্যাদে বন্দবস্ত কৰিলে ও হাজো পৰগণা গোৰীকান্ত সহিত বন্দবস্ত ও কানুৰাম শৰ্ম্মা দেৱলীয়া চৌধাৰী। তেওঁলোক সহিত গোৰীকান্ত খাজানা তহচীল কৰি পঠায়। মঞি সৰকাৰে দাখিল কৰোঁ। আখেৰিতে মোখনিয়াৰ খাত আদি বাবত ৩০০।৪০০৲ টাকা ও খাজানাৰ বাকী, সৰকাৰে দাখিল কৰো। প্যাদাজাৰি হব নিদোওঁ, নিজৰ পৰা দিওঁ ॥ ১৫২ ॥

পৰগণা বন্দবস্ত

দেৱলীয়া চৌধাৰী

কৃষ্ণৰাম বৰুৱা চেৰস্তাদাৰ মকৰৰ হৈ লোকসকলক বশীভূত কৰিছিল, ও ডালটীন সাহেব সহিত বৰ ভাল ও খাটনি কৰিছিল ॥ ১৫৩ ॥

এই সনৰ জৈষ্ঠ মাহৰ আখেৰিতে শ্রীমতী বৰঘৈণীৰ বেমাৰ ভাল হল, কিন্তু কাৰ ঔষধত ভাল হল, নিৰ্ণয় কৰিব পৰা ন'গল। নানা ঠাইৰ নানা বৈদ্য ও ঔষধ আনি, নানামত চিকিৎসা কৰা হৈছিল, তথাপি আঠগঞা বৈদ ঘৰত থাকি ৪।৫ মাহ যাবৎ অনবৰত চিকিৎসা কৰাত ভাল হোৱাত, তেওঁৰ নাম হ'ল। এবং তেওঁক কাপুৰ একজোৰা, আৰো সোণা কাণত, হাতত ৰূপৰ খাৰু ও কয়েক টাকা ৰূপ দি ঘৰলৈ যাবৰ বিদায় দিলোঁ। ও হাতী সহিত তেওঁক ঘৰত থৈ আহিবৰ কাৰণে খঞ্জুৰ মাহুতক অনুমতি দি, গোহাটী কছাৰীক গলোঁ। সেইমত বৈদ্যক থৈ আহিল ॥ ১৫৪ ॥

বৰঘৈণী আৰাম

বৈদক পুৰস্কাৰ

সেই সময় বৰপেৰা এটা মাৰল ঘৰতে আছিল। তাৰ ভিতৰত কঠালৰ পেৰা এটাত নগদ ৮০০৲ টাকা থৈছিলোঁ। এবং উজনীয়া ব্রাহ্মণ একজন আমাৰ গোসাঞী খোৱাই আছিল। তেওঁ দুই তিন (দিন) অন্তৰে, আটাগুৰি ঘৃতাদি আনি আপুনি খায়, ও অন্যান্য ব্রাহ্মণকো খোৱায়। তাকে দেখি গোবিন্দ শৰ্ম্মা ব্রাহ্মণে, আত তাত কৈ ফুৰে, "ই বামোণে ক'ত ধন পাইছে, দুই তিন (দিন) অন্তৰে ৰুটি পুৰি খায় ও খোৱায়। কিজানি আমাৰ ডাঙ্গৰীয়া ঘৰৰে কেনেবাকৈ টাকা পালে।" এই কথা মৰঙ্গীয়াল ভকতে শুনি, বৰপেৰা মেলি চাবৰ, মাতৃক, কেইবা দিনো কোৱাত, একদিন চাই যে বৰপেৰা মোকলি ও তাৰ ভিতৰৰ কঠালৰ পেৰাটো, কাখত কটা, এবং টাকা-কড়ি একো নাই, সকলখিনি নিছে। তদপৰ মোৰ বিবেচনা হল, আঠগঞা বৈদক কালি থৈ আহিছে। তেৱে টাকা নিছে, অন্য নহে। এইবুলি তেতিয়াই, হাতীসহিত গৌৰীকান্ত আৰো জীউৰামকো পঠালো যে, "আঠগঞা বৈদক ধৰি শীঘ্রে লৈ আহ।" এই কহি প্রাতসে পঠাই দিলোঁ॥ ১৫৫॥ টকাচোৰ

সেইদিনা মঞি গোহাটী যোৱা নাই। ভাত খাই উঠি চ'ৰাঘৰতে থিয়া থি কৰি মনত উদ্‌বিগ্ন চিত্তে আছো। তিন প্রহৰমান হৈছে, এনেতে শুনিলো যে গৌৰীকান্তে আঠগঞা বৈদক ধৰি লৈ আহিছে। ইতমধ্যে চৰাঘৰে উপস্থিত কৰি কলে যে প্রথমেই আঠগঞা বৈদৰ ঘৰত উপস্থিত হৈ আঠগঞা বৈদক বিচাৰ কৰাত, তাৰ ককায়েক হাজিৰ হৈ, তেওঁ নাই, গাঞ ফুৰিব গৈছে, এতিয়া আহিব। পাচে, "আমাৰ ঘৰৰ টাকা চোৰ কৰি ভায়েৰে আনিছে" বুলি ধমক দিয়াতে তেওঁ কলে, "মোৰ ভাই দেওলগা ধন মাটিৰ তলৰ পৰা তোলি আনি মোক দিছে।" এইবুলি খৰাহি এটা সহিতে কয়েক টাকা দিছে। চোৰ ধৰা

"সেই টাকা সমন্বিতে বৈদক লৈ আহিছোঁ।" এই বুলি টাকা উপস্থিত কৰিলে ॥ ১৫৬ ॥

মঞি চ'ৰাঘৰতে টাকা গণ্টি কৰি চালোঁ, ৪০০ মান টকা হ'ল। বাকী টকাৰ কথা বৈদক সোধাত, নাই-নুই, বুলি কলে। পাছে জীউৰামে, কি সুধিব লাগে, বুলি আঙ্গুলি চেপা দিবৰ উপক্ৰম কৰাতে, মঞি ভিতৰলৈ গলোঁ। পাচে, আঙ্গুলি চেপা দিয়াত এই কথা কলে, "মঞি জানো অকলে নিছোঁ, পূজাৰী সহিতে দুই জনে নিছোঁ। মোৰখিনি মঞি দিছোঁ, তাৰখিনি সি দিয়ক।" এইকথা শুনি মঞি বাহিৰে চ'ৰাঘৰে আহি ৰাধানাথক সোধাত প্ৰথম কবুল নকৰিলে, পৰে জীউৰামে টান দিয়াত কবুল কৰি যুগনি বাৰীৰ পৰা ৪৷৫ দফে মাটি খুঁচৰি ২০৷৩০ বিশ ত্ৰিশ টকাকৈ আনি দিলে। সমুলে ৭৪০ টকামান পোৱা গল। আৰো টকাজন্যে টান দিয়াত পোৱা ন'গল। বোধ হল, ঐ ৬০ টকা খোৱাৰ খৰচা দিতে গ'ল। ক'ৰ পৰা দিব, নাহক শাস্তি-বন্দী, কৰিবৰ কাম নাই। এহা যে পোৱা গল, ইও ভাগ্যৰ বিষয়। এইবুলি তেওঁলোক দুই জনকে গোহাটী নি প্ৰথম মহেশচন্দ্ৰ বৰুৱা ডিপুটী কালেক্টৰত কলো যে "মোৰ ৮০০৲ টকা চুৰি কৰি দুই জনে নিছিল। ৬০৲ টকামান পোৱা নগ'ল। সেই টকা মঞি ত্যাগ কৰিলো। তথাপি সিহঁতক এৰি দিব খোজোঁ।" "কেনেকৈ এৰি দিবা? সাহেবত কৈ গতাই দিয়াগৈ।" সেই অনুসাৰে ডালটিন সাহেবত সমুলি টাকা পোৱা বুলি বামুন দুইক এৰি দিবৰ কথা কোৱাতে, "কি কাৰণে এৰি দিম" বুলি সিহঁতক থানালৈ পঠাই দি কয়েদ কৰিলে। বিচাৰ কৰি দোৰায় সপৰ্দ্দ (১) কৰি সাত সাত বৎসৰ ফাটেক দিলে ॥ ১৫৭ ॥

সৈ কৰোৱা শাস্তি

দণ্ডবিধান

এই সনৰ জৈষ্ঠ মাহৰ ৫ দিন যোৱাত গধূলি সময় ভূবঃকম্প হৈ গোহাটীৰ গীৰ্জ্জাঘৰৰ অগ্ৰভাগ চিঙ্গি পৰে। পৰে সেহেতু

গীৰ্জ্জাঘৰ ভাঙ্গি পৰা

টোকা—(১) দোৰায় সপৰ্দ্দ = ফৌজদাৰী বিচাৰত সমৰ্পণ

ৰাৰিক মেষ্টৰ (১) সাহেবকে লাট সাহেৱ চাৰিহাজাৰ টাকা জৰিমানা কৰে ॥ ১৫৮ ॥

আৰো এই সনৰ আষাৰ মাহৰ ৩২ তাৰিখে ব্ৰহ্মপুত্ৰৰ পানী বাঢ়ি উজনীৰ মাজোলীখণ্ড দেশ ডুবাই সত্ৰ সভা তল কৰি অনেক গৰু মানুহ মাৰে। ও দক্ষিণপাট সত্ৰৰ নামঘৰ তল যায় ও কমলাবাৰী ভঁৰাল তল যায়। আউনীআটী সত্ৰ তল যায়, অন্যকি মহাপ্ৰভুক কলৰ ভেল কৰি মাটি দি তাতেই থোৱাইছিল। গোসাঞী ঈশ্বৰে সেইমত (২) ভোৰ কৰি মাটি দি ভোজন কৰিছিল। শিবসাগৰৰ পুখুৰী তল গৈছিল। আৰো ডিবৰুগড়ৰ কাছাৰী ও বৰপেটা সত্ৰ তল গৈছিল। পছু অনেক ব্ৰহ্মপুত্ৰত উটিছিল। গোটে ।০ আনা ৶০ আনা দাম হৈছিল। আৰো অনেক মৰিছিল। থুকুবলীয়া ও ৰৰখেলীয়াত কেৱল দুৰ্গন্ধময় হৈছিল ॥ ১৫৯ ॥ বৰ পানীত আউনী-আটী সত্ৰ ও শিবসাগৰ পুখুৰী

আৰু এই বৎসৰৰ শ্ৰাবণ মাহৰ পৰা অনাবৃষ্টি হেতু খেতিৰ অনেক হানি হল ॥ ১৬০ ॥ অনাবৃষ্টি

এই সনৰ ১৬ আশ্বিন, ৪৬ ইংৰেজীৰ ১ আক্টুবৰ শুক্লা ত্ৰয়োদশী তিথিত পুৰন্দৰ সিংহ ৰাজা উজানে মূত্ৰকৃচ্ছ্ৰ বেমাৰে মৃত হয়। তৎপুত্ৰ কামেশ্বৰ সিংহ যুবৰাজ হয়। পৰে ৰাজা নাম লয় ॥ ১৬১ ॥ পুৰন্দৰ ৰাজা মৃত

আৰো এই সনৰ আঘোণৰ পৰা ১৭৬৯ (৩) শকতক বৃহৎ মাৰী হয় ॥ ১৬২ ॥ বৃহৎ মাৰী

আৰো এই সনে পুৰন্দৰ ৰাজাৰ খুৰা ইন্দু গোহাঞী সদৰ আমীন মকৰৰ হয় ॥ ১৬৩ ॥ ইন্দু-গোসাঞী সদৰামীন

আৰো এই সনে মাধব দেবালয়ৰ গঙ্গাধৰ দলৈ ফৌত হৱাতে দলৈপদ খালী হ'ল। সেহেতু আমাৰ পুৰুহিত কানুৰাম

টোকা—(১) ৰাজহুৱা পঁচা তৌলা বিষয়া।
(২) ভুৰ বুজাইছে। (৩) শকলৈ।

কানুৰাম শৰ্ম্মা দলৈ মকৰৰ

শৰ্ম্মাকে দলৈ মকৰৰ কৰাৰ অভিপ্ৰায়ে তেওঁক, ঘৰৰ পৰা মানুহ পঠাই, মতাই অনালোঁ। এবং দলৈ হবৰ কোৱাত, "কেনেকৈ হম" বুলি কোৱাতে মঞি কলো "তোমি টকাকড়ি একো খৰচ কৰিব নালাগে। যত লাগে মঞি কৰিম। কিন্তু তোমাৰ ভাই-ভাগী ও অন্য কিছো ব্ৰাহ্মণ, পাৰা যদি টিকিট্ দিবৰ আনাগৈ।" এই কৈ ঘৰে পঠাই দিলো। পৰে কেইজনমান লোক অহাতে টিকট্ দিয়ালোঁ এবং গেৰুৱাৰ ৰামেশ্বৰ শৰ্ম্মা নামেও কেইজনমানে টিকট্ দিলে। পাচে, মঞি সাহেবত বুজাই কোৱাতে, কানুৰাম শৰ্ম্মাকে দলৈ মকৰৰ কৰিলে ॥ ১৬৪ ॥

## ৮। উজানে সত্ৰাদি দৰ্শন।

১৭৬৯ শক, ১২৫৪ সন, ১৮৪৭।৪৮ ইংৰেজী।

এই সনেও জিনকিঞ্চন কমিচনৰ সাহেব ও মিথি সাহেব ডিপুটী কমিচনৰ। ও ডাল্টীন সাহেব কলেক্টৰ। এও সাহেব অত্যন্ত পৰিশ্ৰমী আছিল। পৰগণাসকল গত সনৰ নিৰিখ ও নিয়ম মতে ৩।৫ সনা ম্যাদে বন্দবস্ত কৰিলে। হাজো পৰগণা গৌৰীকান্ত সহিত ৩ সনা ম্যাদে বন্দবস্ত কৰিলে। কানুৰাম শৰ্ম্মা দেৱলীয়া চৌধাৰী মাধব দেবালয়ৰ দলৈ মকৰৰ হৱাতে, গৌৰীকান্ত নিজে খাজানা তহচীল কৰিবৰ ঠাকুৰীয়াহঁতৰ কবুলিয়ৎ লৈ বন্দবস্ত কৰি দিলোঁ। সেই অনুসাৰে খাজানা পঠায়। মঞি সৰকাৰে দাখিল কৰোঁ ও আখেৰি কিস্তিতে ৩০০।২০০ টাকা বাকী পৰিলে মঞি নিজৰ পৰা দি জেঙ্গা ভাঙ্গো ॥ ১৬৫ ॥

পৰগণা বন্দবস্ত

তদপৰ মঞি উজানে যাই শ্ৰীশ্ৰীআউনী-আটায়া অধিকাৰী গোসাঞী সেৱা, ও সত্ৰ, ও ৰঙ্গপুৰ, গৰগাঞ প্ৰভিতি দেখিবৰ মনস্থে ১৮৪৮ ইংৰেজী ১৮ জানৱাৰী ৬ মাঘ ডালটীন সাহেবেৰ

হুজুৰে এত্যালা (১) দিয়াতে ৩০ জানৱাৰী ১৮ মাঘ ইস্তক (২) দুই মাহৰ ছুটী বিনা একটীনে ২০ জানৱাৰী ১১ মাঘ দিলে ॥ ১৬৬ ॥

তদপৰ আমি ১৯ মাঘ জীউৰাম ও টোকৰ মিত্র ও হৰিহৰ শৰ্ম্মা সাডা, ও ধনো সাডা, আৰু একজন লগুৱা লৈ, বাঙ্গালী ছোট পানছৈ নাউ একখন তিনজন মানুহ সহিত, শম্ভু বাগ্চি চেৰস্তাদাৰ, বন্দবস্ত কৰি দিয়াতে, উজানে ৰওনা হৈ গলো। ও বৰাবৰ গৈ তেজপুৰ পালো ॥ ১৬৭ ॥ উজানে ৰওনা

এবং তেজপুৰ পাই, সেই সময় ৰমাকান্ত মনচুফ হৈ তাতে থাকাতে প্রাতঃকালে উঠি, তেওঁ সহিত দেখাহৈ, জিজ্ঞাসামতে, গোসাঞী ঈশ্বৰক সেৱা কৰিব আহিছোঁ বুলি কোৱাত, তেওঁ কলে "গোহাঞী ঈশ্বৰ অৰ্দ্ধোধয়ে গঙ্গাস্নান কৰিবৰ কাৰণে, সত্রৰ পৰা ৰওনাহৈ আহিছে। বাটত আহোঁতে লগ ধৰিব পাৰা, নেপাব পাৰা।" এই কথা শুনি, মঞি ত্রস্তমতে, তেতিয়াই বিদায়হৈ আহি উজানে নাউ মেলি দিলো, কিন্তু কোন সুতি গোসাঞী ভটীয়াই যায়। এই ভাবনাত থাকিলো। ক্রমে গৈ বিশ্বনাথ পালো। তাতে বিশ্বনাথ দৰ্শন কৰি ৰওনা হলোঁ ॥ মোৰ এই ভাৱনা হল : গোসাঞী ভটীয়াই আহিলে, অনেক নাউ আহিব, জানিব পৰা যাব। কিন্তু সুতিয়ে কোন বা ভটীয়ায, দেখা নাপাওঁ,—এই ভাবি নাৱৰ চৰটত (৩) বহি চাই গৈছিলোঁ ॥ ১৬৮ ॥ আউনী-আটী সত্রাধিকাৰ, অৰ্দ্ধোদয় স্নান

তদপৰ কাষে, উত্তৰ পাৰে আমি উজাই গৈছো। বেলা অলপ ভাঠী দিছে। এনেতে দেখিলোঁ, অনেক নাউ ভটীয়াই আহিছে। এবং মাজেদি ভটীয়াই অহাতে আমাৰ সমান

টোকা—(১)=এত্যালা=জাননী ( ইয়াত দৰখাস্ত )।

(২) ইস্তক=পৰা ( যেনে, মাঘৰ পৰা )।

(৩) চৰট=চৰঠ=ছৈৰ বাহিৰে, নাৱৰ দুই মূৰে, বঠা মাৰিবলৈ ৰখা মুকলি ঠাই।

হ'ল। নিশ্চয় গোসাঞীৰ নাউ জানি ৰিঙ্গিয়াই জীউৰামৰ দ্বাৰা কোৱালোঁ। এনেতে গোসাঞী৺ (ৰ) নাউ, ডেকাজনা ও ঘিণাই চৰন্ধুৱা প্ৰভিতিৰ নাউ চপালে। এবং মঞি উঠি প্ৰথম চৰন্ধুৱা আতা সহিত দেখাহৈ সকল কথা কলোঁ। কেৱল গোসাঞী৺ সেৱা ও গৰগাঞ ৰঙ্গপুৰ দেখিব আহিছো। তদপৰ চৰন্ধুৱা আতাই নি গোসাঞী ঈশ্বৰক সেৱা কৰালে। যি নিয়া গৈছিল, সকলো দি সেৱা কৰিলো। গোসাঞীয়ে কলে, "তোমি ৰওনা হৈ আহিছা, আমি খবৰ নাপাওঁ।" তাতে মঞো কলো "বন্দীয়েও খবৰ নাপাওঁ, কেৱল তেজপুৰত ৰমাকান্ত মনচুফৰ মুখেহে বাৰ্ত্তা পালোঁ প্ৰভু৺ ৰওনা হৈ ভটীয়াই আহিছে।" গোসাঞী কলে, "ভাল হৈছে। আমাক দেখাহৈ সেৱা কৰিলা এবং মাজোলীত যি দেখিব খোজা, আমাৰ হাতী লৈ সকলো দেখিবা।" এই বুলি একখন চিঠি চাউল ভৰালীলৈ মোৰ হাততে দিলে। তদপৰ ডেকাজনাকো সেৱা কৰি বিদায় হৈ ও চৰন্ধুৱা আতাকো যি নিছিলো দি, বিদায় হৈ আহি, নাৱলৈ আহিলোঁ। এবং গোসাঞী প্ৰভিতিৰ নাউ ভটীয়াই দিলে। আমিও উজানে ৰওনা হলোঁ॥ ১৬৯ ॥

গোসাঞী সহিত সাক্ষাৎ

তদপৰ আমি উজাই গৈ আউনীআটী সত্ৰ পালো। এবং সত্ৰ উঠি মহাপ্ৰভুক সেৱা কৰি, ও বৰদেউৰী বুড়া বাপুক সেৱা কৰি কথোপকথন হৈ, চাউল ভৰালীক দেখাহৈ চিঠি দিলোঁ। এবং তিন দিন নাৱতে আছিলো। ৰোজ, সিধা-চাউল ভঁৰালীয়ে দিছিল। হাতী দিয়াতে তাৰে পৰা গৈ কমলাবাৰী সত্ৰ দেখি পুনৰ আহি নাৱতে থকা গ ল ॥ ১৭০ ॥

সত্ৰ দেখা

তদপৰ বৰদেউৰী বাপু সহিত অনেক আলাপ-প্ৰলাপ কথাবাৰ্ত্তা স্থধি বিদায় হৈ ৰওনা পূৰ্ব্বক, দক্ষিণপাট সত্ৰ পালোঁ। তাতে নাউ চপাই ৺যাদব.ৰায় ঠাকুৰ ও অধিকাৰ বুড়া গোসাঞীক সেৱা কৰি উজাই গৈ, দিখৌ নদীৰ মুখ পালোঁ।

দক্ষিণপাট সত্ৰ দেখা

তাৰ পৰা উজাই গৈ, তিনদিনে ৰঙ্গপুৰ শিৱসাগৰ জেলা পাই কৃষ্ণকান্ত বৰুৱা খুৰা মহৰিৰ ঘৰতে থাকি, অনেক কথাবাৰ্ত্তা সুধিলোঁ। ও হৰনাথ পৰ্ব্বতীয়া পেচ্‌কাৰ ও দৃতীৰাম ফৌজদাৰীৰ চেৰস্তাদাৰ ও কিনাৰাম চাংকাকতী মহেফেজ ও দত্তৰাম পুলিচ মহৰিৰ সহিত দেখা হলোঁ। এবং ৰংপুৰ নগৰ ও চহৰ দেখিলোঁ। ও তলাতল, ৰংঘৰ দেখিলো। এবং ৰংপুৰে দদাইদেৱৰ ঘৰে ১৭ দিন থাকি অনেক কথাবাৰ্ত্তা অথচ এদেশেৰ লোক বিষয়া সকল পূৰ্ব্বে কি লোক, কি ৰকমে আছিল, পৰে কেনেকৈ বিষয়-বাসনা পালে। ও আমাৰ ঘৰৰ পুৰুষী নামা ও কোন ৰাজাই কি মৰ্য্যাদা দিলে, ইত্যাদি অনেক কথা সুধি, লিখি লিখি, লৈছিলো ॥ ১৭১ ॥ ৰংপুৰত বুৰঞ্জীৰ সমল গোটোৱা

তদপৰ গৰগাঞ নগৰাদি চাই ঘূৰি, একদিনে আহিবৰ মনস্থ হোৱাতে হৰনাথ পৰ্ব্বতীয়া বৰুবাই হাতী এটা দেবালে, তাতে উঠি মেটেকাদি গড এটা পাৰ হৈ নাজিৰা পালোঁ। এবং আমাৰ পুৰুষ সকলৰ ঘৰ থকা ঠাই চাই, বুড়া মজুন্দাৰ অথচ ময়ুৰ মজুন্দাৰে ৰোৱা বকুল গছ দেখিও সেৱা কৰিলোঁ। তাতে সৰু ঘৰগিৰী ও আনলোকে কৈছিল, আমাৰ বংশৰ পুৰুষ একজন বিহীন হলে একটি ডাল খহি পৰে, কিন্তু সেযে বৰ ও সৰু ক্ৰমে পৰে, অৰ্থাৎ বৰলোক হলে বৰ ডাল , সৰুলোক হলে সৰু ডাল খহে ॥ ১৭২ ॥ নাজিৰাত ময়ুৰ মজুন্দাৰে ৰোৱা বকুল গছ

অতঃপৰ খোদৰ আলিদি উত্তৰ মুখে গৈ দিখৌ নদী পাৰ হৈ গড়গাঞৰ তলাতল ঘৰ কিছো দূৰৰ দেখি, এইটো কাৰ ফাকুৱা দ'ল বুলি সোধাত সৰু ঘৰগিৰী প্ৰভিতিয়ে কলে, এইটিকে কাৰঙ্গ তলাতল ঘৰ, বোলে। পাচে ক্ৰমে গৈ ওচৰতে নামি উঠি তলাতল ঘৰ চালোঁ। ওপৰে সাত কোঠা ও তলেও সাত কোঠা। কিন্তু আমি তলৰ কোঠাত প্ৰবেশ হোৱা ন'হল , অন্ধকাৰময়, সৰ্পাদি থাকিব পাৰে। এই আশঙ্কা লোকজনে কলে। ও গড়গাঞৰ তলাতল ঘৰ

ওপৰৰ সাত খলপা দেখিলোঁ। ঘূৰি ঘূৰি যাই জখলাদি উঠি গলে এক কোঠা পায়, তদপৰ পুনৰ ঘূৰি এক কোঠা পায়। এবং প্ৰকাৰ ক্ৰমে কোঠা ওপৰলৈ সৰু হৈ গৈছে ও ওপৰৰ কোঠা সৰু, ১০।১২ জনা লোক বহিব পাৰি। তাত উঠিলে, বহু দূৰলৈ গাঞ আদি দেখা যায় ও সুন্দৰ বতাহ পোৱা যায়, আৰু তাত চাৰিওফালে ৰেল দিয়া। সেই তলাতল ঘৰ দেখি বোধ কৰিলোঁ শঙ্খাকৃতি, মধ্যে কোঠা ডাঙ্গৰ, অধঃ উৰ্দ্ধে সৰু॥ ১৭৩॥

বামুণৰ বাৰী

যে যাহক তাতে মিঠা পুখুৰী ও তাল গছ দুই জোপা ও বামোণৰ বাৰী দেখিলো। পূৰ্ব্বে হেনু বামোণৰ মাটি আছিল। গৰগঞা ৰজা নগৰ কৰাতে বামোণে ওজৰ কৰাত সেই ঠাইতে বামোণক নিৰ্ভয় ৰাখিলে, তাতেহে বামোণৰ বাৰী মাটি বোলে, কিন্তু মঞি দেখাত কিছো নাবিহৈ থকা দেখিলো। আৰু নগৰখনো নাবি। লোকজনে সেই তলাতল ঘৰৰ ইটা খানি মাটি ওলিয়াই মিঠা পুখুৰীত ধুই, কিঞ্চিৎ কিঞ্চিৎ সোণা ও ডালিমা পানা বাখৰ প্ৰাপ্ত হৈছিল। তাকে দেখি মঞি লোক-

প্ৰাচীন কীৰ্ত্তি নষ্ট হব নিদিয়া

জনত কৈছিলো, "অল্প দ্ৰব্য জন্যে প্ৰাচীন ৰাজাব কীৰ্ত্তি কিয় নষ্ট কৰ ? নকৰিবিহঁক।" এইমত বাধাদি সকল দেখি উত্তৰ ভাগে ফিৰি আহি গধূলা সময় ৰংপুৰ পাই দদাইদেৱৰ ঘৰে থাকি অনেক কথাবাৰ্ত্তা সুধিলো। তাতে দদাইদেৱে কৈছিল, মোৰ লৰাহঁতে এইসকল কথা নোসোধে, কেবল ধন অলঙ্কাৰেহে সোধে॥ ১৭৪॥

দ্বিতীয় বিবাহৰ কাৰণে কাকডঙ্গাত ছোৱালী চোৱা

এইসকল অথচ অনেক কথাবাৰ্ত্তা সুধি, ১৭ দিন ৰংপুৰত থাকি পাচে ভটীযাই আহিবৰ কাৰণ দদাইদেৱত বিদায় হলোঁ। এনেতে দদাইদেৱে কলে, "কাকডঙ্গাত মঞি বিবাহ কৰোৱা মেকুৰী দলৈৰ ঘৰৰ মালতীৰ ককায়েক ঘিণৰ, ভাল ছোৱালী এটী আছে। তাকে বিবাহ কৰি যোৱাগৈ।" এইবুলি একখন চিঠি মোৰ হাতত দিলে। মঞো বিবেচনা কৰিলোঁ, শ্ৰীমতী

বৰঘৈণী প্ৰায় সৰ্ব্বদা বেমাৰ হৈ থাকে, একাৰণে বিবাহ কৰাব পাৰিলে ভাল। কিন্তু চৈত মাহ পৰিল। দুই মাহৰ ছুটীৰ অলপ মাত্ৰ বাকী আছে। আৰু একমাহৰ ছুটীৰ এত্যালা দি ভটীয়াই আহি মহগডৰ খুঁটিত নাও ৰাখিলোঁ॥ ১৭৫॥

এবং তাৰপৰা উঠি যোৰহাট দেখিবৰ মনস্থ হোৱাত যাদুৰাম বৰুৱা পাশ হাতী খুজি পঠালোঁ। তেওঁ হাতী পঠাই দিয়াতে তাতে উঠি কালৌনী পথাৰেদি যাই, যোৰহাটৰ হলকান্ত ডেকা বৰুৱা মৌজাদাৰৰ ঘৰত থাকি যোৰহাট দেখিলোঁ। এবং যাদুৰাম ডেকা বৰুৱাৰ ঘৰে গৈ দেখা হৈ যোৰহাট ও তৰাজান দেখি দুইদিন আছিলো। তাৰে পৰা মহগডৰ খুঁটিৰ নাৱত উঠি ভটীয়াই আহি দেৱৰগাঞত নাও ৰাখিলোঁ॥ ১৭৬॥ যোৰহাট

সেই দেৱৰগাঞেদি কাকডঙ্গালৈ ওচৰ বুলি কোৱাত, হংসধৰ গোসাঞী পাশ হাতী খুজি পঠালো। নিদিয়াত থাকি, তাৰে পৰা ভটীয়াই ধনশিৰী নদীৰ মুখ পাই সেই নদীয়েদি উজাই চাৰিদিনে মৰঙ্গী পাই হলিৰাম ডেকা বৰুৱা সহিত দেখা হৈ সকল বৃতান্ত কলোঁ, এবং "বিবাহ কাৰণ কাকডঙ্গালৈ আপুনি যাব লাগে ও মঞো কিমতে যাওঁ, উপায় কৰিব লাগে", এই কথা কলোঁ। এনেতে সন ফিৰিল॥ ১৭৭॥ মৰঙ্গী

## ৯। দ্বিতীয় ভাৰ্য্যা গ্ৰহণ। অন্যান্য খবৰ।

১৭৭০ শক, ১২৫৫ সাল, ১৮৪৮।৪৯ ইংৰেজী।

এই সনৰ বৈশাখ মাস প্ৰবেশ হ'ল। হলিৰাম ডেকা বৰুৱা, চৰণ ভঁৰালী বৰুৱাৰ পুত্ৰ হয়। তৎপুত্ৰ হলিৰাম ও জীউৰাম হয়। জীউৰাম লখীমপুৰত পেচকাৰী কৰ্ম্মত আছিল। ও চৰণ ভৰালী বৰুৱা সহিত আমাৰ পিতাৰ বন্ধুতা আছিল। তাক হলিৰাম ডেকা বৰুৱাই জানে। সেহেতু, তেওঁ আমাক বৰ প্ৰীতি আলাপ-প্ৰলাপ কৰিছিল। তেওঁৰ যুক্তিমতে, তেওঁ জীউৰাম পেচ্‌কাৰ

সহিত মৰংখোৱা গোহাঞীৰ ঘৰে খচকিতে গৈ, দেখা হলোঁ এবং বহিৰ দলিচা দি জিজ্ঞাসা কৰাতে সকল বৃতান্ত কলোঁ, এবং কাকডঙ্গা যাই বিবাহ কৰাবৰ কাৰণে হাতীৰ কথা কলোঁ। পৰশুৰাম মৰংখোৱা গোহাঞী হাতী দিবৰ স্বীকাৰ কৰিলে, বিদায় হলোঁ। তদপৰ তৎপুত্ৰক দেখা হলোঁ এবং পুৰন্দৰ ৰাজাৰ দুহিতৃ ৰূপহী আইদেও সেই সময় মৰংখোৱা গোহাঞীৰ পুত্ৰৰ ভাৰ্য্যা হৈ আছিল। তেওঁ আহি আপন পতি সহিত বহাতে দেখা হৈ স্বকীয় স্থান, অথচ হলিৰাম ডেকা বৰুৱা সহিত আহি গধূল সময় আপন নাৱতে আহি থাকিলোঁ। ও কাকডঙ্গা যাবৰ উৎযোগ কৰিলো ॥ ১৭৮ ॥

মৰংখোৱা গোহাঞী

ৰূপহী আইদেও

পৰদিন হাতী আহি উপস্থিত হৱাতে নাৱত কেবল বাঙ্গালী দুই জন মাল্লা নাউ সহিত, তাতে অথচ মৰঙ্গীত, ৰাখি হলিৰাম সহিত মঞি হাতীত উঠি কাছাৰী চালোঁ। সেই সময় যোগাই শৰ্ম্মা নামে একজন পেচকাৰ আছিল। তেওঁ সহিত দেখা হৈ কাকডঙ্গা ৰওনা হৈ, গধূল সময় পাই, নাহৰৰ ঘৰত থাকিলো ॥ ১৭৯ ॥

কাকডঙ্গা

তদপৰ দিন ধাৰ্য্য কৰি, অথচ দদাইদেৱৰ চিঠি ছোৱালীৰ বাপেকক দি, বিবাহৰ দিন কৰি, হলিৰাম ডেকা বৰুৱাৰ যুক্তি-মতে যোৰহাটৰ পৰা ঢুলীয়া আৰু দোলা মানুহ আনি, ও ঘিণৰ ঘৰতে শ্ৰাদ্ধাদি কৰি বিবাহৰ মানুহক খোৱাই, বিবাহ সাজি, ঘিণৰ জীয়েক গেন্ধৌক বিবাহ কৰান গেল। এবং পুনৰ নাহৰৰ ঘিণৰ ঘৰতে থকা গ'ল। ও সৰু সৰু চাপৰ ঘৰ, তাত থকাত বৰ ক্লেশ পোৱা হৈছিল। যাহক, তাতে তিনদিন থাকিলোঁ। নাহৰৰ ঘিণৰ দুই স্ত্ৰী। সৰু স্ত্ৰীৰ নাম সেন্দুৰী। নাহৰ মৌজাদাৰৰ কাকতী আছিল ॥ ১৮০ ॥

গেন্ধৌ, দ্বিতীয় বিবাহ

সে যাহক তিনদিনৰ পৰে, আমি মৰঙ্গীলৈ, সেই হাতীৰে ৰওনা হলোঁ এবং আমাৰ বিবাহিতা জনাকো কৌশলে আনি,

নাৱত তোলি, পৰদিনা হলিৰামত বিদায় হৈ ৰওনা হৈ, ছয় দিনে আহি, গোহাটী আপন ঘৰ পাই, সৰকাৰী কৰ্ম্মত হাজিৰ হলোঁ ও কৰ্ম্মত প্ৰবৰ্ত্তন হলোঁ ॥ ১৮১ ॥ গোহাটীলৈ ভাৰ্য্যাক অনা

আমাৰ জেষ্ট গোপীকান্ত বৰুৱা সেই সময় কমিচনৰীৰ "ৰিবন্যু" (১) চেৰস্তাত মহাফেজ মকৰৰ আছিল। তেওঁ কমিচনৰ সাহেবৰ হুজুৰে এত্যালা দিলে যে কামৰূপৰ কালেক্টৰিৰ শ্ৰীহৰকান্ত শৰ্ম্মা বৰুৱা ছুটী লৈ উজানে গৈছিল। এ আপীচে ৰেপট কৰা নাই। তাতে সাহেবৰ কৈফিয়ত তলব হোৱাতে পূৰ্ব্বাপৰ কমিচনাৰীত ৰেপট কৰাৰ নিয়ম নাই। আপন চেৰস্তাৰ আমলা মঞি ছুটী দিছোঁ। এমত লিখাতে, আগলৈ ছুটীৰ প্ৰাৰ্থনা কৰিলে ৰেপট কৰাৰ আদেশ হ'ল। তাৰে পৰাহে এই নিয়ম হ'ল ॥ ১৮২ ॥ ছুটীত ৰেপট কৰা নিয়ম

এই সনেও জিনকিঞ্চন কমিচনৰ ও মিথি সাহেব ডেপুটী কমিচনৰ ও ডালটীন সাহেব কালেক্টৰ। এওঁ সাহেবে গত সনৰ নিৰিখ ও নিয়মমতে পৰগণা সকল ৩৷৫ সনা ম্যাদে বন্দবস্ত কৰিলে। ও হাজো পৰগণা গৌৰীকান্ত সহিত ৩ সনা ম্যাদে বন্দবস্ত কৰিলে। আমাৰ যুক্তিমতে, ঠাকুৰীয়া কাকতী দ্বাৰা খাজানা তহচীল কৰি মোৰ পাশ পঠায়। সেই অনুসাৰে সৰকাৰে দাখিল কৰোঁ॥ ১৮৩ ॥

আমি পেচকাৰী কৰ্ম্মত আছিলোঁ। ১৮৪৯ ইংৰেজী ১৮ সেপ্তাম্বৰ ডালটীন সাহেব আমাকে একটীং চেৰস্তাদাৰ ৬০ টকাত মকৰৰ কৰে ॥ ১৮৪ ॥ মঞি একটীং চেৰস্তাদাৰ মকৰৰ

এই সনৰ পৌষ মাহে মাধব দেবালয়ৰ কানুৰাম শৰ্ম্মা দলৈ ফৌত হোৱাতে, ঐ দেবালয় হাজো পৰগণাৰ মধ্যস্থ ও আমি মাতব্বৰ জানি ডালটীন সাহেব গৌৰীকান্তকে ১৮৪৯ ইংৰেজীৰ ২৫ জুলাই সাজৱাল মকৰৰ কৰিলে। সেহেতু মঞি মাধব গৌৰীকান্ত সাজ্‌ৱাল মকৰৰ

টোকা—(১) ৰিবন্যু="ৰেভিনিউ"=ৰাজহ্।

দেবালয়লৈ যাবৰ উদ্যম কৰিছিলোঁ, এনেতে মোক দেখা হবৰ কাৰণে উজনিৰ পৰা জীৱৰাম পেচ্‌কাৰ আহি পালে। তেওঁ সহিত দেখা ও আলাপ-প্ৰলাপ কৰি দুইদিন ৰাখি বিদায় দি মঞি মাধব দেবালয়ে গলোঁ। তাতে মাধৱৰ পূজা সেৱাৰ বন্দবস্ত কৰি আহিলো। ও সকল ৰায়তে সম্মত হৈ গৌৰীকান্তকে সেৱা চলোৱা মকৰৰ কৰোঁ বুলি বন্দবস্ত কৰিলে। ও আমিও কলোঁ, "তোমালোক সকলোৱে যদি ইচ্ছা হয়, দৰখাস্ত, হাজিৰ হৈ দিব পাৰা", এইবুলি কৈ আহিলোঁ॥ ১৮৫॥

কৃষ্ণৰাম বৰুৱা

এবং ডালটীন সাহেবেৰ আমলে কৃষ্ণৰাম বৰুৱা মৌজাদাৰীৰ চেৰস্তাদাৰ হৈ প্ৰায় সকল লোককে বশীভূত কৰিলে। এবং কমিচনৰ সাহেব কদাচিত কোন সময় তেওঁৰ ঘৰে আহি বাগিচা চাই যায়, ও ডালটীন সাহেব কালেক্টৰো কোন কোন-সময় ঘৰে আহি বাগিচা চাই যায়। ও মপস্বলৰ পৰা আহিলেও বেলা থাকিলে ঘৰ সোমাই বাগিচা চাই যায় ও ডালটীন সাহেবেৰ বল্লভ আছিল। এহাতে সকল লোক ভয় কৰিছিল। অন্যকি ৰমাকান্ত ও ৰতিকান্ত, আমাৰ জেষ্ট গোপীকান্ত বৰুৱাও বশীভূত হেন আছিল। কেৱল মোক বশীভূত কৰিব নোৱাৰিলে। মঞি তেওঁৰ ঘৰেও নাযাওঁ॥ ১৮৬॥

* * * *

অশ্বক্ৰান্ত ও পাণ্ডুৰ ঘাট

এই সনে বাপুৰাম বৰফোকন অশ্বক্ৰান্ত ও পাণ্ডুৰ ঘাটে ঘাটিয়াল মকৰৰ হৈ মানুহ পাৰ কৰায়॥ ১৮৭॥

বৃষ্টিৰ জল-জোখা কল স্থাপিত

আৰো এই সনৰ বহাগ মাহৰ পৰা বৃষ্টিৰ জল জোখাৰ কল স্থাপিত হয়॥ ১৮৮॥

কালীকান্তৰ বিবাহ

আৰো ৰুদ্ৰেশ্বৰ, জেষ্ট গোপীকান্ত বৰুৱা থাকাতে তদপুত্ৰ কালীকান্ত, দেওবৰ বৰদলৈৰ জীযেক বিলাইক বিবাহ কৰায়॥ ১৮৯॥

খাতা পৰগণাৰ তন্ত্ৰশঙ্কৰা নামে মহাপুৰুষীয়া একখনি

সত্ৰ আছিল। কৃষ্ণৰাম বৰুৱা ফৌজদাৰী চেৰেস্তাদাৰ, সেই সত্ৰখনি লাক্‌পাক্ কৰি নামজাৰি কৰি ললে। এবং ঘৈণী দুইজনাক লৈ খাত ও ঘোড়ামাৰা ভ্ৰমণ কৰিবগৈ। শেষে তন্ত্ৰশঙ্কৰাত থাকি আগৰ মূৰ্ত্তি, ভাগৱত গুচাই নতুন কৰি দিলে, এহাতে লোকজন বৰ বেয়া পালে। ও তেওঁ মেধি হৈ খুটাত তোলী তলচা বৰ গাৰু লৈ বহিছিল। তাৰপৰা চৈত্ৰমাহৰ আখেৰি দুইজনা ঘৈণী সহিত আপন ঘৰে আহি জ্বৰ বেমাৰ পৰিল ॥ ১৯০ ॥ তন্ত্ৰশঙ্কৰা সত্ৰ

## ১০। হাজোৰ সেৱাচলোৱা আৰু দলৈৰ মধ্যে বিৰোধ।

১১৭১ শক, ১২৫৬ সন, ১৮৪৯।৫০ ইংৰেজী।

এই সনেও জিনকিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ সাহেব ও ডালটীন সাহেব কালেক্টৰ ॥ ১৯১ ॥

এওঁ কালেক্টৰ সাহেব গত সনৰ নিৰিখমতে পৰগণা সকল ৩।৫ সনা ম্যাদে বন্দবস্ত কৰিলে। ও হাজো পৰগণাও পেয়াল কৰি কাগজ দাখিল কৰাতে ৩ সনা ম্যাদে বন্দবস্ত কৰিলে। ও মোৰ দিহা-যুক্তি মতে ওৱাচিল(১) তহচীল(২) ও সৰকাৰৰ লেঠা মাৰি আছিলো ॥ ১৯২ ॥ পৰগণা বন্দবস্ত

এই সনৰ বৈশাগ মাহে কৃষ্ণৰাম ফৌজদাৰীৰ চেৰেস্তাদাৰ বেমাৰ পৰি থাকাতে ভেদবমি হল। এবং টান হোৱাত ডালটীন সাহেব কালেক্টৰ আহি ঔষধ খোৱাইছিল, ভাল নহল, ফৌত হ'ল। আমি, অথচ মক্ৰি নগলোঁ ॥ ১৯৩ ॥ কৃষ্ণৰাম বৰুৱা ফৌত

মাধব দেবালয়ৰ কানুৰাম দলৈ ফৌত্ হোৱাতে গৌৰীকান্তকে সাজ্ৱাল(৩) মকৰৰ কৰিছিল। সেহেতু, সকল ৰায়ত ও বিষয়া

টোকা—(১) ওৱাচিল=আদায়, প্ৰাপ্ত।
(২) তহচীল=আদায় কৰা, সাধি অনা (খাজানা)।
(৩) সাজ্ৱাল=দেৱালয়ৰ ভোগ আদিৰ বাবে বিষয়া।

হাজো-দেৱালয়ত গৌৰীকান্ত সেৱা-চলোৱা

গোটখাই পূৰ্ব্বকথামতে গৌৰীকান্তকে সেৱাচলোৱা মকৰৰ কৰিবৰ নিমিত্তে, ডালটীন কালেক্টৰ সাহেবৰ হুজুৰে দৰখাস্ত দিয়াতে, কোনো লোকৰ ওজৰ আছেনে নাই, জানিবৰ কাৰণে, ইস্তাহাৰ জাৰি কৰাত, সকল ৰায়তে সন্মত হৈ ইস্তাহাৰতো লিখি দিলে, সেহেতু, ৰাইজৰ টিকিট মতে—১৮৫০ ইং ১১ জানুৱাৰী, ১২৫৬ সনৰ ২৬ পৌষ গৌৰীকান্তকে সেৱাচলোৱা শ্ৰেণীত নামজাৰি কৰি, আমাৰ কহত মতে, কমিচনৰ সাহেবৰ হুজুৰে এত্যালা ৰেপট পঠালে ॥ ১৯৪ ॥

হাজো মাধব দেবালয়ে উমাদত্ত দলৈ মকৰৰ

তদপৰ দলৈপদ খালি হোৱাতে আমাৰ সম্মতি মতে উমাদত্ত শৰ্ম্মা কতেক বৰদেউৰী আনি দলৈপদৰ টিকিট্ দিয়ালে। এবং ৰামেশ্বৰ শৰ্ম্মাও কতেক লোকেৰ ও বৰদেউৰী দ্বাৰা টিকিট্ দিয়ালে। পাচে মোৰ পুৰুষাৰ্থ ও ফিকিৰতে ফাগুন মাহ, উমাদত্ত দলৈ মকৰৰ হল। ৰামেশ্বৰ হব নোৱাৰি ফিৰি ঘৰে গল ॥ ১৯৫ ॥

উমাদত্ত দলৈৰ পৰ খাজানাদি কৰ্ম্মৰ ভাৰ

উমাদত্ত শৰ্ম্মা দলৈ মকৰৰ হৈ কমিচনৰ সাহেবৰ হুজুৰে দৰখাস্ত দিলে যে, মাধব দেৱালয়ৰ মঞ্চি দলৈ মকৰৰ হৈছো, এতিয়া সেৱাচলোৱাৰ কোন আবশ্যক নাই। পূৰ্ব্বে কানুৰাম দলৈৰ জেম্বায় খাজানাদি সকল কৰ্ম্মৰ ভাৰ আছিল। তেওঁ ফৌত্ হোৱাতহে সাজ্বাল হৈছিল। এক্ষণ মোৰ জেম্বা কৰক। তাহাতে জিনকিঞ্চন কমিচনৰ সাহেব ঐ সনৰ ৬ মাৰ্চ্চ ২৪ ফাগুণ, খাজানাদি সমস্ত ভাৰ দলৈৰ জেম্বা কৰাতে সেৱা-চলোৱা অৱসৰ হল। কমিচনৰ সাহেব নিশ্চয় জানিছিল যে দেৱালয় সকলৰ দলৈহে সৰ্ব্বাধিকাৰ, এইহেতু সকল দেৱালয় দলৈৰ জেম্বা হল। কিন্তু উমাদত্ত, দলৈ হৈ যে দৰখাস্ত দিছিল, এইটি কৰ্ম্ম গোহাটীৰ ভাল ভাল কয়েক লোকৰ পৰামৰ্শ ও যুক্তি-মতে দিছিল ॥ ১৯৬ ॥

তদপৰ আমি একটীং চেৰস্তাদাৰ হৈতে আপন আচালতন

পেচ্‌কাৰী কৰ্ম্মতে পুনঃ ১৮৫০ ইংৰেজী ২১ ফেব্রুৱাৰী যাওঁ ॥ ১৯৭ ॥ আমি পুনঃ পেচ্‌কাৰী পদে

অতঃপৰ ডালটীন সাহেব কালেক্টৰ ছোটনাগপুৰেৰ কমিচনৰ হৈ যোৱাতে, তৎকৰ্ম্মে ডেৰিড ইষ্‌কাট্‌ কমিচনৰ সাহেবেৰ পুত্র —চার্লচ ইষ্‌কাট সাহেব কালেক্টৰ হ'ল ॥ ১৯৮ ॥ ডালটীন সাহেব যোৱাত ইষ্‌কাট্‌ সাহেব মকৰৰ

## ১১। চার্লচ ইস্কাট সাহেব।

### আসামৰ দ্রব্যজাত বিলাতলৈ পঠোৱা—ভোটক কৰ দিয়া।

১৭৭২ শক, ১২৫৭ সন, ১৮৫০।৫১ ইংৰেজী।

এই সনেও জিনকিঞ্চন্‌ কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ ও চার্লেচ ইষ্‌কাট্‌ সাহেব কালেক্টৰ ॥ ১৯৯ ॥

এওঁ ইষ্‌কাট্‌ কালেক্টৰ সাহেব গত সনৰ নিৰিখমতে ও নিয়মানুসাৰে পৰগণাসকল ৩৬ সনা ম্যাদে বন্দবস্ত কৰিলে ও হাজো পৰগণা গৌৰীকান্ত সহিত ৩ সনা ম্যাদে বন্দবস্ত কৰিলে ॥ ২০০ ॥ পৰগণা বন্দবস্ত

আমি ঠাকুৰীয়া মকৰৰ, কবুলিয়ৎ লৈ বন্দবস্ত কৰি দিয়াতে, সেইমতে খাজানা গৌৰীকান্ত তহচীল কৰি মোৰ পাশ পঠায়। মঞি, সৰকাৰে দাখিল কৰোঁ ও আখেৰিতে—৩০০।৪০০৲ টাকা বাকী পৰিলে মঞি দৰমহাৰ (পৰা) দিওঁ। প্যাদা জাৰি হব নিদোঁ ॥ ২০১ ॥

এওঁ ইষ্‌কাট্‌ সাহেব কালেক্টৰ হৈ ১১ বাজাত কাছাৰী (ত) হাজিৰ হয়। ৪ বাজাত কাছাৰী বৰখাস্ত কৰি বাঙ্গালায় যায়। লগত ২০০।৩০০ মানুহ পাচে যায়। বাঙ্গালা সোমালে বাহিৰত বহি থাকে। পুনৰ গধূল সময় হাৱা খাবৰ গলে কতোদূৰ লোকজন, পাচে পাচে যায়। সাহেব গাডী বা ঘোডাত উঠি গলেহে, আপোন আপোন স্থানে যায় ॥ ২০২ ॥ ইষ্‌কাট্‌ সাহেবৰ সঙ্গে ২০০।৩০০ মানুহ

আৰো ইষ্‌কাট্‌ সাহেব অসমীয়া লোকক বৰ ভাল পাইছিল।

অসমীয়াক ভালপোৱা। ন-গোসাঞী আদিক পৰগণা দিয়া

তেওঁ কৈছিল যে, মোৰ পিতা এই আসাম দেশ দখল কৰিলে, এই দেশীয় লোকক মঞি প্ৰতিপালন কৰি ভালকৈ ৰাখিব লাগে, ও যোগেশ্বৰ সৰুজনা গোসাইক দক্ষিণ সৰু বংশৰ পৰগণা ও শ্ৰীধৰ মাজুজনা গোসাইক পশ্চিম কাছাৰী মহল পৰগণা মোৰ হতুৱাই হুকুম লিখাই দিছিল। তেওঁ মোক লৈ মপস্বলৈ ভ্ৰমণ কৰি ঘুৰিছিল। লগত আমলা ও উমেদাৰী সহিত ৩০০।৪০০ লোক ফুৰিছিল ॥ ২০৩ ॥

ইষ্‌কাট্ সাহেব চিকাৰপ্ৰিয়

এওঁ সাহেবৰ লগত ৭৮টা হাতী লৈ ঘুৰিছিল। চিকাৰ কৰাত বৰ আসক্তি আছিল, ৰাধাকান্ত বৰুৱা সাহেবৰ লগত সৰ্ব্বদা চিকাৰ কৰি ফুৰিছিল। ঐ চিকাৰেই ৰাধাকান্ত বৰুৱাৰ খাটনি। এওঁ সাহেব কাৰ্ত্তিক মাহৰ পৰা মপস্বলে ৰওনা হয়, এবং ৰাত্তিও দুপ্ৰহৰ সময় বাহিৰ হৈ গতি কৰে। তেওঁৰ সঙ্গে আমলাদি ও ভাৰীসকল, সাডা টেকেলাদি মাজে মাজে জোৰ্ ‍লৈ গতি কৰে। এইমতে ময়ো সাহেব সহিত ভ্ৰমণ কৰি গঙ্গাবিল, পাতিদৰঙ্গ পালো। এনেতে বিহু ওচৰ হোৱাতে সাহেবত কৈ মঞি হাতীৰে ২৯ পৌষ ঘৰলৈ আহিলোঁ।

শ্ৰীৰত্নকান্তৰ জন্ম। কেতেকাৰ ঈৰ্ষা

ৰবিবাৰ ৰাত্ৰি ২২।৭০ পল গতে শ্ৰীৰত্নকান্ত জন্ম হ'ল। শ্ৰীৰত্ন-কান্ত জন্ম হোৱা(ত) বোৱাৰী কেতেকীৰ কিছো অন্তৰে ঈৰ্ষা হ'ল, ভালকৈ প্ৰকাশ কৰা নাছিল। পৰদিন প্ৰাতসে সাহেবৰ পাশ যাই গঙ্গাবিলে হাজিৰ হলোঁ ॥ ২০৪ ॥

তদপৰ সাহেব সহিত নানাস্থান ভ্ৰমণ কৰি বৰপেটা ও দক্ষিণকুল হৈ চৈত্ৰ মাহে আপন ঘৰ পোৱা গ'ল ॥ ২০৫ ॥

ৰাধাকান্ত বৰুৱা মনচুফ মকৰৰ

এবং এওঁ সাহেবৰ দিনতে ৰাধাকান্ত বৰুৱা মনচুফ ও হেট্‌মুৰা ওৰফে জগন্নাথ মনচুফ হৈ বৰপেটা যায়। ও মপস্বলে ৰচদৰ বৰ ধুমধাম হৈছিল ॥ ২০৬ ॥

আৰু এই সনৰ ভাদ্ৰৰ ১৩ দিন্ যোৱাত ১৮৫০ ইং আগষ্ট মাহত প্ৰধান লাটপাদুৰী সাহেব গোহাটী আহি সাহেব

লোকৰ মহলালৈ চাৰি দিন থাকি লখীমপুৰ ডিব্ৰুকলৈ যাই, পুনৰ গোহাটী আহি ভটীয়াই যায় ॥ ২০৭ ॥ লাটপাদুৰী গোহাটী অহা

এই সনৰ আখেৰি সময় ইষ্‌কাট্‌ সাহেব বেমাৰ পৰি ঢাকায় চিকিৎসা কাৰণ গ'ল। তথায় ফৌত্‌ হ'ল। তৎকৰ্ম্মে ই, এ, ৰৌলট্‌ সাহেব কাপ্তেইৰ হ'ল ॥ ২০৮ ॥

আৰো, এই সনতে ডিব্‌ৰুৰ বিএছ সাহেব শদিয়া ফালৰ পৰা ৰূপৰ মাটি ও সোণৰ মাটি, ৰঙা পাথৰ, ক'লা পাথৰ, ও পীত পাথৰ, ও বগা পাথৰ উলিয়াই আসাম দেশৰ উৎপন্ন অন্যান্য বস্তু সহিতে বিলাতে পঠায় ॥ ২০৯ ॥ অসম দেশৰ মাটি পাথৰ ও উৎপন্ন বস্তু বিলাত পঠোৱা

এই সনৰ বৈশাগ মাহতে ভোটৰ ধৰ্ম্মৰাজা ও দেবৰাজাৰ কটকী অহাত শ্ৰীশ্ৰীজিনকিঞ্চন আজেণ্ট নৱাৱ গবৰ্ণৰ ও জানাৰেল্‌ সাহেব ইস্কুল ঘৰতে বৈঠক কৰি, ভোটৰ পৰ্ব্বতৰ নামদানি, ইংৰেজ দখল কৰাতে, তদ পৰিবৰ্ত্তে প্ৰতি বৎসৰ ১০,০০০ দশ হাজাৰ টাকা দিবৰ নিয়ম কৰি কটকীক বিদায় দিলে। এবং গীৰ্জ্জা ঘৰৰ কাখত চিপাহীৰ যুদ্ধ কৰা কাৱাজ কৰি দেখোৱালে ॥ ২১০ ॥ ভোটৰ ৰাজাক বাৎসৰিক ১০,০০০ টাকা দিয়া নিয়ম

## ১২। মঞ্জি চেৰস্তাদাৰ।

১৭৭৩ শক, ১২৫৮ সন, ১৮৫১।৫২ ইংৰেজী।

এই সনেও জিন্‌কিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ ও কাপ্তান ই, এ, ৰৌলট্‌ সাহেব কালেক্টৰ ॥ ২১১ ॥

এওঁ সাহেব কালেক্টৰ গত সনৰ নিৰিখ ও নিয়মমতে পৰগণা সকলৰ ম্যাদ গতে, ৩।৫।১০ সনা ম্যাদে বন্দবস্ত কৰিলে। ও হাজো পৰগণাৰো পেয়াল কৰি কাগজ দাখিল কৰাতে ১০ সনা ম্যাদে গৌৰীকান্ত সহিত বন্দবস্ত হ'ল ॥ ২১২ ॥ পৰগণা বন্দবস্ত

আমাৰ যুক্তি ও পৰামৰ্শ মতে ঠাকুৰীয়াহঁতৰ পৰা খাজানা ও তহচীল কৰি মোৰ পাশ পঠায়। মঞ্জি সৰকাৰে দাখিল

কৰি লেঠা মাৰোঁ ও সন আথেৰিতে ৩০০।৪০০ টাকা বাকী পৰিলে তাকো নিজৰ পৰা দি লেঠা মাৰোঁ, প্যাদা জাৰি হব নিদোঁ ॥ ২১৩ ॥

সৰুজনা ন-গোসাঞী সন্তুষ্ট

আমাক মন্ত্র দিবৰ কাৰণে যোগেশ্বৰ সৰুজনা গোসাঞী অনেক প্ৰকাৰ টান মকৰ্দ্দমা কৰি অনেক বৎসৰ ক্ষান্ত হৈ, কোনোমতে মন্ত্র দিব নোৱাৰি শান্ত হৈ ৺মাতৃক বৰকৈ কোৱাতে মৰঙ্গীয়াল ভকতৰ যুক্তিমতে ৺গোবিন্দৰ মন্ত্র, আষাৰ মাহে লোৱালত, তাতে গোসাঞী বৰ সন্তোষ হ'ল ॥ ২১৪ ॥

মঞি আচালতন চেৰস্তাদাৰ

মঞি প্ৰথম পেচ্‌কাৰী কৰ্ম্মতে আছিলো। বৰপেটায় জগন্নাথ মনচুফ ফৌত হোৱাতে তৎকৰ্ম্মে শম্ভু বাগ্‌ছি চেৰস্তাদাৰ অনিচ্ছাতো গ'ল। সেই সময় চেৰস্তাদাৰসকল মনচুফ হবৰ নিয়ম হৈছিল। শম্ভু বাগ্‌চী চেৰস্তাদাৰ মনচুফিত যাবৰ অস্বীকাৰ হোৱাতো পঠালে। তৎকৰ্ম্মে ১৮৫২ ইংৰেজীৰ ২৫ আগষ্ট ও ১২৫৮ সনত মোক আচালতন চেৰস্তাদাৰ ৮০৲ টকাত মকৰৰ কৰিলে ॥ ২১৫ ॥

তদপৰে শীতকাল প্ৰবেশ হোৱাতে, তেওঁ সহিত মপস্বল, জাগা জাগা, ভ্ৰমণ কৰি ঘূৰিছিলো, ও ফাগুন মাহৰ শেষে গোহাটী অহা হয় ॥ ২১৬ ॥

## ১৩। ঘনকান্ত সিংহ যুবৰাজ ও ৰাণী পদ্মৰেখা। বসন্তীৰ বিবাহ।

১৭৭৪ শক, ১২৫৯ সাল, ১৮৫২।৫৩ ইংৰেজী।

শ্ৰীশ্ৰীজিন্‌কিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ ও কাপ্তান ৰৌলট্ সাহেব কালেক্টৰ ॥ ২১৭ ॥

পৰগণা বন্দবস্ত

এওঁ কালেক্টৰ সাহেব গত সনৰ নিৰিখ ও নিয়মমতে পৰগণাসকল ৩।৫।৫০ সনা ম্যাদে বন্দবস্ত কৰিলে। ও হাজো পৰগণা গৌৰীকান্ত সহিত ম্যাদি বন্দবস্ত (কৰিলে)। আমি

যুক্তি কৰি গৌৰীকান্ত দ্বাৰা ঠাকুৰীয়াইঁতৰ পাশ খাজনা সধাই সৰকাৰে দাখিল কৰোঁ॥ ২১৮॥

ঘনকান্ত সিংহ যুবৰাজ আমাৰ সহিত বৰ প্ৰণয় ও প্ৰীত কৰিছিল। সৰ্ব্বদা মাতি নি কথাবাৰ্ত্তা জিজ্ঞাসা কৰে। এবং তেওঁৰ ৰাণী পদ্মৰেখাও মোক বৰ স্নেহ কৰিছিল। সৰ্ব্বদা বই-বাৰ্ত্তা লৈ থাকে। ও উত্তৰ পাৰ দক্ষিণ পাৰে মানুহ পঠাই থাকে। ও গোহাটীত থকাত ৪।৫ দিন অন্তৰে যোগানৰ ম'হৰ গাখীৰ ৰাণীৰ দ্বাৰা মোৰ পাশে পঠাই দিয়ে। ও ময়ো যুবৰাজ দেৱতাক লোহাৰ বৰগছা ও মাইকা-পোৱালি গৰু ও অন্যান্য দ্ৰব্যজাত দি আপ্যাযিত ৰাখিছিলোঁ॥ ২১৯॥

ঘনকান্ত সিংহ যুবৰাজ ও ৰাণী পদ্মৰেখাৰ মোৰ প্ৰতি স্নেহ

পদ্মৰেখা ৰাণীও বৰ গধুৰ গহীন-গম্ভীৰ আছিল। লিখা-পঢ়াতো পাৰ্গত আছিল। ভাঠীবেলা পুথি পুৰাণ শুনে। মঞি গলে গোটা তামোলপাণ ও ধপাত খাবলৈ দিয়ায়॥ ২২০॥

ৰাণী পদ্মৰেখা

তদপৰ আমাৰ দুহিতৃ বসন্তীক বিবাহ দিবৰ সময় হ'ল। বৰঘৈণীয়ে, ছোৱালীটি বিবাহ দিবৰ হ'ল। ক'ত দিয়ে, ঠিকনা কৰক, বুলি,—সৰ্ব্বদা কৈ থাকে। মঞি কওঁ, দিম। এই ছোৱালী উজানৰ ফালৰ ভাললোকসকলে ধৰিছিল। কিন্তু মোহত থাকি দূৰ স্থানলৈ দিবৰ মন নহল। অন্তঃকৰণে আলহী পুত্ৰ শ্ৰীজয়ৰামত বিবাহ দিবৰ মনস্থ কৰি আছিলোঁ। কিন্তু ক'তো এই কথা প্ৰকাশ কৰা নাছিলোঁ। পাচে, বৰঘৈণীৰ তাগদাতে কোষ্টী অনাই দেওবৰ বৰদলৈৰ দ্বাৰা জোৰা, কাৰ্ত্তিক মাহে চোৱালোঁ। জোৰা নাহে বুলি কলে। পাচে, মঞি বিষণ্ণ হৈ বৰদলৈ সদৰামীনত সোধাত কলে, "পৰ্ব্বতৰ কালীচৰণ ন্যায়ৰত্ন পৰ্ব্বতীয়া গোসাঞী আছে। তেওঁ সিদ্ধ পুৰুষ। তেওঁ বুলিলেই বিবাহ দিব পাৰি।" মঞি কলোঁ, "গোসাঞী সহিত মোৰ চিনাজনা নাই, আপুনিও ওলাওক, মঞি সহিতে যাওঁ।" তাতে সদৰামীন সন্মত হোৱাতে, একদিন তেওঁ সহিতে

দুহিতৃ বসন্তীৰ বিবাহৰ প্ৰস্তাব

ৰাশি জোৰা নাহা

সিদ্ধপুৰুষ পৰ্ব্বতীয়া গোসাঞীৰ উপদেশ

পৰ্ব্বততলৈ গৈ ভৈৰবীত গোসাঞীক দেখা দি সেৱা কৰিলোঁ। জিজ্ঞাসামতে, সদৰামীন, আমাৰ পিতাৰ নাম কৈ পৰিচয় দিয়াতে, বৰ আনন্দ হৈ সোধাতে কোৱা গ'ল। আৰো, দুইখন কোষ্টীকো দিলোঁ। তদপৰ কোষ্টী চাই, সভাপতি শৰ্ম্মা দ্বাৰা পুথি চাই, বচন মাতিলে, "এই জোৰাত বিবাহ হলে ধ্রুব দ্বাদশ বৰ্ষত বিধবা হব। জোৰা দিব নোৱাৰি।" তাতে, সদৰামীন ও মঞি প্ৰাৰ্থনা কৰি কলোঁ,—"প্ৰভু সিদ্ধ পুৰুষ, বিবাহ কৰাবৰ আজ্ঞা দিলেই বিবাহ দিব পাৰি।" তাতে গোসাঞীয়ে ক'লে, "বাঙ্গালা মলুকত ছোৱালীৰ কোষ্টী নাৰাখে। কশ্চিৎ, পুৰুষৰ কোষ্টী ৰাখে। জোৰা নাচায়। উভয়েৰ মনঃপূত ও শুদ্ধ হলেই উত্তম জোৰা হয়। এতেকে উভয়েৰ মন শুদ্ধ, পূত হলে, বিবাহ দিব পাৰে।" এমত কহাতে গোসাঞীক সেৱা কৰি বিদায় হৈ আহিলো॥ ২২১॥

বিবাহত সুবৰ্ণ দান

বাটত আহোঁতে সদৰামীনে কলে,—"বপা, প্ৰথমেই ১৲ এক টকা সুবৰ্ণ উৎসৰ্গ কৰি বিবাহ দিয়া। সৰ্ব্বদোষ নিবাৰণ হব। তাতে সিদ্ধ পুৰুষৰ বাক্য হৈছে, কিছু ভয় নাই।" তাতে কলোঁ, "বিবাহ দিনা আপুনি গৈ, আগত থাকি সোণ একটকা উৎসৰ্গি দিব।" সদৰামীন স্বীকাৰ হ'ল॥ ২২২॥

বসন্তাৰ বিবাহৰ সমাৰোহ

তদপৰ অগ্ৰায়ণ মাহে বিবাহৰ আয়োজন কৰি অতি সমাৰোহে শ্ৰীজয়ৰামত বিবাহ দিয়া গ ল। ঐ বিবাহে অনেক মানুহ ও অনেক লোক ও অনেক দ্ৰব্য হৈছিল। ঢুলীয়া ৪।৫ জোৰা ও হাজোৱলীয়া গায়ন বায়ন ও নাচনিয়াৰ দুই জোৰা ও মাধব বৰদলৈ ও বিষয়া ও কমাৰকুচীয়া ৰজত চন্দ্ৰ চৌধাৰী ও বিজয়ৰাম ও মধুৰাম চৌধাৰী প্ৰভিতিক ঘৰ কৰাই দিছিলো। তেওঁলোক ও ৰজাঘৰৰ গায়ন-বায়ন নাচনিয়াৰ ও লিগিৰীহঁত, ও নাগিনী আইটী প্ৰভিতি অনেক লোক ও যাত্ৰাগান ও ঢুলীয়াহঁতৰ ভাৱনা ও চণ্ডীমঙ্গল ও দুৰ্গামঙ্গল প্ৰভিতি গান ও

বাজানা, সাতদিনীয়াকৈ হৈছিল। বৰ ডাঙৰ দুই ভৰাল দ্ৰব্য বস্তুৰে ভৰিছিল। একটা ডাঙৰ ঘৰ, চৰু-মলা-কলহৰে ভৰিছিল। ডোমাই বৰা প্ৰভিতি ৩।৪ জনা ভঁৰালী, ও শিয়ালী বৰা ও বামোণ বৰা, সকল বিষয়ৰ তালাপী-তদাৰক, ও গৌৰীকান্ত ও লক্ষ্মীকান্তক ভালমানুহক জলপান আদি কৰাৰ নিযুক্ত কৰা হৈছিল। সেইমত সুচাৰুমতে কৰ্ম্ম সম্পাদন হ'ল ॥ ২২৩ ॥

আৰু সাতখন দোলাৰ দ্বাৰা পানী তোলা হৈছিল। বিবাহ মঞ্চি নিজে দিয়া হ'ল। কুশছেদন সময় মোৰ চক্ষুৰ লোতক সৰ্‌সৰ্ কৰি পৰিব ধৰিলে। পাচে বিবেচনা কৰা গল, এই ছোৱালীটিৰ মাক ক'ৰ আছিল। পৰৰ জীয়াৰী আনি গৃহাশ্ৰম হ'ল। এতিয়া এই ছোৱালী পৰৰ ঘৰলৈ আবশ্য যাব। এহাত শোক কৰাৰ আবশ্যক কি? এই বিধতাৰ সৃষ্টি ও সংসাৰ। এই ভাবি চক্ষুৰ লোতক মুচি দৃঢভাবে কৰ্ম্ম সম্পাদন হ'ল। এই বিবাহে ৰাত্ৰি এনেহে মানুহ হৈছিল যে কতেক কতেক লোক বহিবৰ জাগা নাপালে। থিয় হৈহে বিবাহ চাইছিল ॥ ২২৪ ॥ কন্যা সম্প্ৰদান

এই বিবাহে বৰক দিয়া সোণৰ আঙঠি এক, পাটৰ ধুতি ১, চাদৰ ১, তাম-পিতল এক সজুলি, ও কোষা-অৰ্ঘা ১ জোৰ, চালপীৰা ১, তোলী ১, পাটী ১, তলতপৰা ১, আঠুৱা ১, গাৰো ১, বানাত ১, খনীয়া কাপুৰ ১, দক্ষিণা ৰূপ ৫ টকা, সুবৰ্ণ ॥০ (দুই) মহা ॥ ২২৫ ॥ বিবাহত দ্ৰব্যজাত দিয়া

ঐ বিবাহে ছোৱালীক দিয়া ঃ—॥ ২২৬ ॥

ৰূপৰ সোণখতা
সঁচাৰুবা খাৰু—১ জোৰ

সোণৰ, পোৱাল
সহিত ছোটমণিৰে বিৰি—১ ধাৰ

সোণৰ থুপীয়ামণি— ১ থোপা

সোণৰ বাগৰামি
গেজেৰা সহিত মণি—১ থোপা

সোণৰ সৰু
গেজেৰা সহিত মণি—১ „

৫ দফা

যৌতুকৰ অন্যান্য দ্ৰব্যজাত

| | | | |
|---|---|---|---|
| | ৫ দফা | গাজৰ ৰিহা— | ১ খন |
| সোণৰ আঙঠি বাখৰামি— | ৭ গোট | পাৰি দিয়া জুৰীয়া কাপোৰ— | ১ „ |
| সোণৰ বাখৰামি কেৰু— | ১ জোৰ | মছদৰৰ মেখেলা— | ১ „ |
| চবুজৰ বাখৰামি কেৰু— | ১ „ | পাটৰ ৰিহা— | ১ |
| ৰূপৰ টেমা সোণখতা— | ১ টা | খনীয়া কাপোৰ— | ১ |
| ৰূপৰ টেমী— | ১ „ | | |
| কিংখাপৰ মেখেলা— | ১ খন | | ২২ দফা |

যুৱত হোৱাত দিয়া :—

| | | | |
|---|---|---|---|
| চালপীৰা সহিত তোলী— | | বৰকাপুৰ— | ১ দফা |
| গাৰোপাটী, আঠুৰা— | ১ দফা | মোগাৰ ৰিহামেখেলা | —২ জোৰ |
| তাম-পিতল সঁজোলি— | ১ „ | | |
| বানাত— | ১ „ | | |

## ১৪। জুডিচীল কমিচনৰ।

## মোৰ মিল সাহেব সহিত আলোচনা।

১৭৭৫ শক, ১২৬০ সন, ১৮৫৩।৫৪ ইংৰেজী।

জুডিচীল কমিচনৰ ও ডিপুটী কমিচনৰ

জিনকিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ ও কাপ্তান ই, এ, ৰৌলট্ সাহেব কালেক্টৰ আছিল। কিন্তু এই সনে ডেপুটী কমিচনৰ নাম গুচি জুডিচীল কমিচনৰ নাম হল, ও কালেক্টৰ নাম গুচি ডেপুটী কমিচনৰ হল ॥ ২২৭ ॥

পৰগণা বন্দবস্ত

কাপ্তান ৰৌলট্ সাহেব ডেপুটী কমিচনৰ ও আমি চেৰস্তাদাৰ কমিচনৰ সাহেবৰ আজ্ঞামতে ৰূপীত ফিৰা ১৷৹ টাকা ও বাউতলীত ১৲ টাকা, ফৰিঙ্গতিত ১৲ টাকা, বৰিত ১৲ টাকা, বস্তিত ১৲ টাকা, লাখৰাজ তদৰ্দ্ধ নিৰিখমতে ৩।৪।৫।১০ সনা ম্যাদে বন্দবস্ত কৰিলো ॥ ২২৮ ॥

দেবোত্তৰ, ব্ৰহ্মোত্তৰ ও ধৰ্ম্মোত্তৰ বন্দবস্ত

আৰু এওঁ সাহেবে দেবোত্তৰ ও ব্ৰহ্মোত্তৰ ও ধৰ্ম্মোত্তৰ পৃথক পৃথক নম্বৰ কৰি ঐ ৩।৪।৫।১০ সনা ম্যাদে বন্দবস্ত কৰিলে ॥ ২২৯ ॥

তদপৰ চেৰস্তাসকল তহ্‌কীক্ কৰিবৰ কাৰণে সদৰেৰ হুকুম, শ্ৰীশ্ৰীমিলছ জজ সাহেব আহিব বুলি, চিঠি জাৰি হ'ল। এবং কাগজপত্ৰকো মোট মোট তলব দিয়াতে, পঠাই দিয়া হৈছিল। পৰে তেওঁ ৰওনা হ'ল, শুনা গ'ল ॥ ২৩০ ॥ মিলসাহেব অহা

একদিন কাছাৰীতে ৰৌলট্‌ সাহেবক মঞি জিজ্ঞাসা কৰিলোঁ,—"মিলছ জজসাহেব যি যি কাগজ ও কৈফিয়ৎ আদি তলব দিছে, সময় সময়, পঠাই আছে। এতিয়া ৰওনা হৈ আহিছে। কিন্তু কি কাগজ তলব কৰে, পূৰ্ব্বাৰ্থে জানিলে তৈয়াৰ কৰি ৰাখিব (পাৰো)।" তাতে সাহেবে কলে, "কোন সময়ত কি কাগজ, আহি, তলব দিযে, ও সোধে, তাক এতিয়া কব নোৱাৰি, এতেকে সাৱধানে প্ৰস্তুত থাকা। যেতিয়া যি তলব কৰে ও সোধে, দিব, কব লাগিব।" এমত কলে ॥ ২৩১ ॥ প্ৰস্তুত থকা

তদপৰ মঞি জগমোহন ৰায় পেচ্‌কাৰ ও জনাৰ্দ্দন ও পীতমল মহৰিৰ দ্বাৰা চেৰস্তাৰ সকল কাগজ ও বহী আদি চাই ঠিক্‌ঠাক্ কৰি ৰাখিলো ॥ ২৩২ ॥

তদপৰ ১৮৫৪ ইংৰেজীৰ ১৫ মেই দিবা ৪টা সময় উৰ্ব্বশীৰ কাখত জাহাজ সহিত মিলছ্‌ সাহেব উপস্থিত হৈ, গত সনৰ খাজানা কিমান বাকী আছে বুলি চিঠিৰ দ্বাৰা ৰৌলট্‌ সাহেবেক জিজ্ঞাসা কৰাত, তৎক্ষণাৎ ১৯০৭২৲ টাকা বাকী থাকা বুলি লিখা গ'ল ॥ ২৩৩ ॥ মিলসাহেব গোহাটী পহুচা

তদনন্তৰ, পৰদিনা ১৬ মেই ১২৬০ সনৰ (ইং ১৮৫৪ৰ) ৫ জৈষ্ট সোমবাৰ ৯টা সময় মিলছ্‌ সাহেব এজলাচ কৰা তক্তাত খাৰা হৈ, "কালেক্টৰিৰ চেৰস্তাদাৰ কাহা", বুলি জিজ্ঞাসা কৰাতে সকল আমলা লোক চালাম দিবৰ গৈছে। মঞি তেতিয়াই চালাম দি আগত খাৰা হলোঁ। সেই সময় পাগ্‌-জামা পিন্ধিছিলোঁ। পাচে, সাহেব, থিয়ৈ থিয়ৈ, লাখৰাজ মকৰ্দ্দমা কেনেকৈ ৰুজু হ'ল, তাৰ বৃতান্ত সুধিলে। মঞি কলো, "প্ৰথমতে

লাখৰাজ মকৰ্দ্দমা কথা সোধা

লাখৰাজদাৰ সকলৰ প্ৰতি ইস্তাহাৰ (১) জাৰি কৰিলে, আপন আপন লাখৰাজ, আপন দাৱা, সাব্যস্ত কৰে। তদপৰ হাকিম সুৰ্দ্দে (২) হৈ মকৰ্দ্দমা ৰুজু কৰি ইস্তকচাৰি (৩) লোৱাতে, কোন ৰাজাই কি কাৰণে ব্ৰহ্মোত্তৰ বা ধৰ্ম্মোত্তৰ ও দেবোত্তৰ দিলে, ও দখল আছেনে নাই লিখাই দিয়াৰ পৰ, ভোগ দখলে আছে নাই, মৌজাদাৰসকলৰ পৰা পেয়াল কৰি কাগজ দাখিল কৰিবৰ হুকুম হয়। এদিগে ওৱাৰিচেৰ প্ৰমাণ লৈ মজুন্দাৰৰ পেৰাকাগজ সহিত মিলানি হয়। তদপৰ পঞ্চায়তৰ ৰায় লৈ মাটি বহাল, বাজেপ্ত, ইস্পেচীয়েল ডুটী খেতাপে কৰিছে।” এইমত কলো ॥ ২৩৪ ॥

লাখৰাজ মকৰ্দ্দমা জএন্

তদপৰ সুধিলে, “কিমান হৈছিল ?” “৭০০ মকৰ্দ্দমা ৰুজু হৈছিল”, কলো। “তন্মধ্যে সৰকাৰৰ পক্ষে কিমান আপীল্ হৈছে কি নাই ?” “১৩ মকৰ্দ্দমা অকয়া সত্ৰৰ, সৰকাৰৰ পক্ষে ডিক্ৰি হল।” এমত কহাতে চকীত বহি মোত কলে, ও সম্বোধন কৰি কলে, “আজি ফৌজদাৰী চেৰস্তা চাওঁ। কালিলৈ তোমাৰ চাম” বুলি কোৱাতে মঞি তক্তৰ পৰা নামি আহি চেৰস্তাৰ কৰ্ম্ম-কাৰ্য্যাত প্ৰবৰ্ত্ত হলো ॥ ২৩৫ ॥

ফৌজদাৰী কাগজপত্ৰ চোৱা

১৭ মেই মিলছ জজ সাহেব ফৌজদাৰীৰ কাগজপত্ৰ ৰাধামোহন গোসাঞী চেৰস্তাদাৰৰ দ্বাৰা চালে ও আবশ্যক কথা সুধিলে ॥ ২৩৬ ॥

তথা সাহেব কালেক্টৰী তদন্ত

পৰদিন ১৮ মেই ৯টা সময় কাছাৰীত উপস্থিত হৈ কালেক্টৰ চেৰস্তাৰ কাগজ-পত্ৰ আমাৰ দ্বাৰা প্ৰত্যেক বহী কাগজ চাই দুপ্ৰহৰ সময় ডিপুটী কালেক্টৰক চালাম দিয়া বুলি আহ্বান কৰি, অথচ মোত কৈ “টীপনি” খাবৰ কোঠাত সোমাল ॥ ২৩৭ ॥

---

টোকা—(১) ইস্তাহাৰ = জাননী, ঘোষণাপত্ৰ।

(২) সুৰ্দ্দে = (সৰুদ বা সৰসৰ্ ?) 'বোধহয়—শুদ্ধ বা নিৰপেক্ষ বা সদয়।

(৩) ইস্তকচাৰি = Initial statement by the complainant হাকিমৰ আগত পহিল কোৱা কথা।

তদপৰ মহেশচন্দ্ৰ বৰুৱা ডিপুটী কালেক্টৰ যাই পীৰিত বহাতে মোৰ দ্বাৰা সৰাসৰিৰ মকৰ্দ্দমা বিলম্ব হোৱা দেখি ডিপুটী কালেক্টৰক বৰ খং কৰিলে এবং তেওঁ যতই কথা কয়, ততই খঙ্‌ উঠে। এবং "মকৰ্দ্দমা এত বিলম্ব হয়, তোম কেছা ডিপুটী কালেক্টৰ দেখেঙ্গে।" ৰোলট্ সাহেব সাক্ষাত এক পীৰিতে বহি আছে। পাচে, মঞি মিল সাহেবৰ খং দেখি, হাতজোৰ কৰি কলো, "আপুনি খং কৰিব পাৰে এবং বহাল বৰখাস্তকো কৰিব পাৰে। কিন্তু এতদ্দেশে সম্পূৰ্ণ আইন নচলে, একাৰণে আইন বহিৰ্ভূত প্ৰদেশ বোলে। এই আসাম কায়েদাবন্দী (১) মতে, ডিপুটী কালেক্টৰ পাশ দৰখাস্ত গলে প্ৰথম ১৫ দিন ম্যাদে এত্যালা নামা জাৰি হয়। তদপৰ হাজিৰ নহলে আৰো ১৫ ম্যাদে ইস্তাহাৰ হয়। তদনুযায় হাজিৰ হলে ইস্তকচাৰি ও সাক্ষী প্ৰমাণ লোৱা হয়। মাটি বেজায়েৰ ওজৰ হলে সৰেজমী পেয়াল হেতু আমীন তয়েনাত হয়। এহাতে কাজে কাজে কোন কোন মকৰ্দ্দমা ২।৩ মাহৰ বিলম্ব হয়। এহাতে ডিপুটী কালেক্টৰৰ পৰ দোষ আসিব নোৱাৰে" ॥ ২৩৮ ॥

মহেশচন্দ্ৰ, ডিপুটী কালেক্টৰৰ পৰ অনুযোগ ও খং

খং নকৰিবৰ, কাৰণ দেখাবা

এইমত কোৱাতে অগ্নিত জল ঢালিলে যেনে নিৰ্ব্বাণ হয় তদ্ৰূপ শান্ত হৈ মোত কলে, "এই কায়েদাবন্দী কোনে কৰিছে?" মঞি কলোঁ "ৰাবাট্‌সন কমিচনৰ সাহেব এই কায়েদাবন্দী কৰিছে। এহা গবৰ্ণমেণ্টৰ মঞ্জুৰী।" তাতে সাহেব কিছু মৌন হৈ থাকি মোত কলে, "সৰাসৰি কিয় বোলে?" মঞি কলো, "শীঘ্ৰে মকৰ্দ্দমাজাত হব লাগে, এই সৰাসৰি বোলে" ॥ ২৩৯ ॥

মিল সাহেব শান্ত হোৱা

সৰাসৰি অৰ্থ কোৱা

তাতে সাহেব মোত কলে, "১৭৯৯ সনেৰ ৭ আইন মতে দস্তক-জাৰি হব পাৰে। কি কাৰণ দস্তক-জাৰি নহয়? দস্তক-জাৰি কৰি ২৪ ঘণ্টাৰ মধ্যে টাকা নিদিলে ফাটাক চালান হব

মিল সাহেব দস্তকজাৰি কৰিব দিয়া

টোকা—(১) কায়েদাবন্দী = বন্ধা নিয়ম বা আইন।

পাৰে।” মঞি কলোঁ, “দস্তক-জাৰি বন্দবস্তি কায়েমী (১) মলুকেৰ প্ৰতি হব পাৰে। এদেশ খাস্ত্ বন্দবস্তি, এহাত দস্তক-জাৰি হোৱা উপযুক্ত বোধ নহয়। বিশেষ আইন জাৰি কৰাৰ কমিচনৰ সাহেবেৰ এক্তাৰ। তেহো জাৰি কৰা নাই।” তাতে মিল সাহেব কলে, “কোছ মজ্কা (২) নেহি, দস্তক-জাৰি হব পাৰে।” এইমাত্ৰ ॥ ২৪০ ॥

গোলাম-বান্দী ৰহিত নকৰিবলৈ দৰখাস্ত পঢ়ি শুনোৱা

তদপৰ চৌধাৰী দৰখাস্ত দিয়াত,—মোক পঢ়িব দিলে। পঢ়ি শুনালোঁ। গোলাম বন্দী খালাচ দিয়া বাবত যে ভাল লোকেৰ দুৰ্গতি হৈছে। মোত সুধিলে, “তোমাৰ খালাচ হৈছে ?” মঞি কলোঁ, “সাহেব মোৰো খালাচ দিছে। এহাতে আমা-লোকৰ জাত কুল মান-মৰ্য্যাদা সকল গৈছে।” সাহেব হাঁহি মোৰ হাতৰ পৰা দৰখাস্ত নি পিঠিত নিজে ইংৰেজী হুকুম লিখি মোত কলে, “মেজেষ্টৰ সাহেবেৰ কৈফিয়ৎ তলব কৰিছোঁ, চমজাই দিয়া।” সেইমত চমজাই দিলোঁ ॥ ২১৪ ॥

চৌধাৰীৰ জেম্বায় পুলিচ্ ৰাখিবলৈ দৰখাস্ত শুনোৱা

তদপৰ দেবোত্তৰ ও ব্ৰহ্মোত্তৰ ও ধৰ্ম্মোত্তৰৰ খাজানা লোৱা আৰো চৌধাৰী সকলৰ জেম্বায়, আগে পুলিচ্ থাকা, ইদানিক নাথাকা, ও তজবিজ্ কৰাৰ ভাৰ থাকা, ইদানিক নাথাকা, তাহা ৰাখিবৰ কামনা পাঠ কৰি শুনালো। জিজ্ঞাসা মতে ইষ্কাট্ কমিচনৰ সাহেব ঐ মত জিম্মা কৰি ৰাখা চমজাই কোৱাতে, হাতৰ পৰা দৰখাস্ত নি পিঠিত ইংৰেজীতে হুকুম লিখি মোত কলে, “কালেক্টৰ সাহেবেৰ কৈফিয়ৎ তলব কৰিছোঁ, চমজাই দিয়া।” সেইমত মঞি চমজাই দিলোঁ। তদপৰ কাছাৰী বৰখাস্ত হ'ল। সাহেব উঠি বিস্ব সাহেবেৰ বাঙ্গালাত থাকিল ॥ ২৪২ ॥

তদপৰ দিনা সাহেব কাছাৰী নাহিল। দেৱবৰ বৰদলৈ

টোকা—(১) কায়েমী = চিৰস্থায়ী বন্দবস্ত।
(২) মজ কা = লোকুচান, আপত্তি

প্ৰধান সদৰামীন ও কেফায়ৎ উল্লা সদৰামীন, ঐ মিথি সাহেবেৰ বাঙ্গালায় মিল সাহেবক চালাম দিবৰ গৈছিল। তেওঁলোক দুইজনে আহি, মঞি ৰৌলট্ সাহেবৰ এজলাচে থাকোতে, ৰেলৰ বাহিৰে থাকি, প্ৰধান সদৰামীনে কলে, "বপা, তোমাক মিল সাহেবে চালাম দি মাতিছে।" এনে কোৱাতে ৰৌলট্ সাহেবে কলে, "যোৱাগৈ"। যাবৰ উদ্যত হৈছো, এনেতে এক চিঠি আৰ্‌দালী হাতত দি ৰৌলট্ সাহেবেৰ পাশ পঠায়। সাহেবে মোত কলে, "মিল সাহেবে তোমাক মাতিছে, শীঘ্রে যোৱা।" এমত কোৱাতেই পৰ্ব্বতৰ ওপৰ বাঙ্গালায় উপস্থিত হৈ এক আৰ্‌দালী দ্বাৰা কৈ পঠালো॥ ২৪৩॥

মিল সাহেব মোক তলব দি নি কথা সোধা

কোৱামাত্রে সাহেব যাবৰ অনুমতি দিয়াতে, সাক্ষাত হৈ চালাম দিয়াতে চকীত বাহিবৰ অনুমতি দিলে। তাতে মঞি কলো "আমাৰ হাকিমানে চকী দিয়া নাই। খাৰা হৈ এজলাচ কৰাতে বৰ ক্লেশ জানি বহিবৰ পীৰি দিছে। তাতে বহি এজলাচ ও কাগজপত্র শুনাওঁ। খামাখা আপুনাৰ আগত চকীত বহা মোৰ উচিত কৰ্ম্ম নহয়।" তাতে সাহেব কিছো ঈর্ষা কৰি কলে,—"কি, কালেক্টৰিৰ দেৱান(ক) চকী নিদিয়ে। মঞি হুকুম দিছো, বহা।" এমত কোৱাতে মঞি চকীত বহিলোঁ এবং কথাবাৰ্ত্তা সুধিব ধৰিলে॥ ২৪৪॥

মিল সাহেবে মোক চকি দি কথা সোধা

প্ৰথম,—বন্দবস্ত ক্ৰম সুধিলে,—"কায়েম বন্দবস্ত কৰিলে কেনে?" মঞি কলোঁ, "মঞি সৰকাৰ গবৰ্ণমেণ্টৰ চাকৰিত আছোঁ। গবৰ্ণমেণ্টৰ যাতে ভাল হয়, তাকে কোৱা উচিত। আদৌ কায়েমী বন্দবস্ত হলে, গবৰ্ণমেণ্টৰ হাত বন্দ হয় অৰ্থাৎ জমি-জমা বৃদ্ধি কৰিব নোৱাৰে। এইকাৰণে সেই বন্দবস্ত হোৱা বিহিত বোধ নকৰো।" সাহেব সেই কথা স্বীকাৰ কৰি থাকিল॥ ২৪৫॥

কায়েমী বন্দবস্ত অনুচিত

দ্বিতীয়ত,—"ফৰিঙ্গতি মহল সকল নিলাম কৰি বন্দবস্ত

কৰিলে কেনে ?' তাতে মঞি কলোঁ, "এদেশে ভাললোকৰ ভিতৰত ধনী লোক নাই। সামান্য * * হীন লোক মধ্যে ধনী লোক আছে। মহল নিলাম হলে সিবিলাকে ডাকি লৈ, মোৰ খৰিদা মহল বুলি, ৰায়তক অনেক প্ৰকাৰ দৌৰাত্ম্য কৰি খাজানা লব। অৱশেষে, ৰায়ত স্থানান্তৰ হৈ সৰকাৰৰ লোকচান ও গণ্ডগোল (হব)। এহাত ভাল বিবেচনা নকৰোঁ।" এনে কহাতে, সাহেব, শেষে গোলমাল হব পাৰিব বুলি স্বীকাৰ কৰিলে ॥ ২৪৬ ॥

মহল নিলাম অনুচিত

তৃতীয়ত,—"আলিৰ কাখৰৰ মাটি আৰু জঙ্গলৰ কাখৰৰ মাটিৰ নিৰিখ কম। বন্দবস্ত আছেনে নাই", বুলি সোধাত মঞি কলোঁ "কম বন্দবস্ত নাই। ৰূপিত ফি পুৰা ১৷৷৹ টাকা, বৰি ও বাওতলী ও ফৰিঙ্গতিত ও বস্তিত এক এক টাকা। লাখৰাজ, তদৰ্দ্ধমতে বন্দবস্ত আছে।" সাহেব কলে, "সডগৰ কাখৰৰ মাটি গৰু হাতী আদি যাতায়াত কৰাতে, শস্য খায়। ও জঙ্গলৰ কাখৰৰ শস্য বন্য জন্তুৱে খায়। একাৰণে সেই সকলৰ কম নিৰিখ হোৱা আৱশ্যক।" মঞি কলোঁ, "আসাম ৰাজাৰ আমলে বৰি-বস্তিৰ ও ফৰিঙ্গতিৰ খাজানা নাছিল। কেৱল ৰূপিতৰ এক আনা ডেৰ আনা মাত্ৰ খাজানা আছিল। মানৰ আমলে চন্দ্ৰকান্ত ৰাজাই দক্ষিণ কুলে ৷৵৹ আনা কৰি খাজানা লগোৱাত 'ছয় আনি' পৰগণা নাম হ'ল। আৰু ফৰিঙ্গতি ও বস্তিতলী অস্থিৰ মাটি, পানীয়ে তল কৰি আহুধান নিয়ে। ও জঙ্গলী, বন্য জন্তুৱে শস্য নষ্ট কৰে। এহেতু ত্ৰিগুণী ও চৌগুণী অৰ্থাৎ ফৰিঙ্গতি ৩ পুৰাই ১ পুৰা, ও বাওতলী ৪ পুৰাই ১ পুৰা, গষ্টিক্ৰমে, এক আনা, আদ আনা অথচ চৰতীয়া, তিনৰতীয়াকৈ খাজানা লৈছিল।" এই সকল কথা শুনি চন্দ্ৰকান্ত ৰাজাৰ দিনৰ পৰা ইংৰেজীৰ আমলে, সন সন, কিপ্ৰকাৰ বন্দবস্ত হৈছিল, তাৰ এটি লিষ্টি তৈয়াৰ দিবৰ আজ্ঞা দিয়াতে, এক ৰাতি

আলি-কাখৰৰ ও জঙ্গল-কাখৰৰ মাটিৰ খাজানা কম হোৱা উচিত

ছয় আনি পৰগণা

তৈয়াৰ কৰি লিষ্টি দিলোঁ। সেইদিন দিবা অৱসান হোৱাতে, বিদায় দিয়াতে আহি কাছাৰী সোমাই কাগজপত্ৰ ৰাখি গোহাটীৰ ঘৰত থাকিলোঁ॥ ২৪৭॥

ৰাতি ওপৰত কোৱা লিষ্টি তৈয়াৰ কৰি কাছাৰীত গলো। ইতিমধ্যে মিল সাহেব একজন আৰ্‌দালী পঠাই মোক মতাই নি বাঙ্গালাত চকীত বহাই, কথাবাৰ্ত্তা সুধিব ধৰিলে। এবং লিষ্টি তৈয়াৰ কৰি দিয়াতে ইংৰেজীতে তৰ্‌জমা কৰি দিব দিয়াত, তৰ্‌জমা কৰাই পাচে দিলো॥ ২৪৮॥

চতুর্থ,—মিলচ্‌ সাহেব সুধিলে, "প্ৰত্যেক জিলায় দুইতিন-চাৰিজন ডিপুটী কালেক্টৰ মপস্বল থাকি খাজানা তহচীল কৰিব, আৰু মাটিৰ মকৰ্দ্দমা বিচাৰ কৰি নিস্পত্তি কৰি দিব। আৰু তেওঁলোকেই পেয়াল কৰিব। ডেপুটী কালেক্টৰ সকলে ২৫০৲ টাকা দৰমহা পাব। মঞি এইমতে প্ৰথম কটক জেলায় বন্দবস্ত কৰিছিলোঁ। ইযাত, সেইমত বন্দবস্ত কৰিলে, আপুনি কেনে দেখে"—বুলি সোধাত, মঞি কলোঁ, "এইমত বন্দবস্ত কৰিব পাৰিব কিন্তু মঞি বিবেচনা কৰোঁ, প্ৰত্যেক ডিপুটী কালেক্টৰৰ দৰমহা আৰো তেওঁৰ লগত খাজানা সাধা নাজিৰ ও হিসাব ৰাখা মহৰিৰ, খাজানা ৰাখা মহৰিৰ, ও প্যাদা টেকেলা লাগিব, এক এক আপীচ হব। এহাতে সৰকাৰ গবৰ্ণমেণ্টৰ অধিক খৰচ পৰিব। এহা ভাল বোধ নহয়।" সাহেব কলে, "অধিক খৰচ হব হয়।" স্বীকাৰ কৰি মোত কলে, "কিমতে বন্দবস্ত হলে আপুনাৰ মতে ভাল হয়, মোত কওক"॥ ২৪৯॥

প্ৰতি জিল্লাত দুই তিনিজন ডিপুটী কালেক্টৰ ৰখাত খৰচ অধিক

তাতে মঞি কলোঁ, "সাহেব, আইন মতে তিনপ্ৰকাৰ বন্দবস্ত। প্ৰথমতে, খাচ্‌ (১), দ্বিতীয়তে কায়েমী চিৰস্থায়ী বন্দবস্ত, তৃতীয়ত, ইজাৰা (২) বন্দবস্ত। সম্প্ৰতি এদেশে

তিনপ্ৰকাৰ বন্দবস্ত

টোকা—(১) খাচ্‌=পোনে পোনে অৰ্থাৎ ৰায়তৰ লগত।
(২) ইজাৰা=নিৰ্দ্দিষ্ট জমাত ম্যাদি বন্দবস্ত।

খাচ বন্দবস্তত দিগদাৰী

খাচ্‌মত বন্দবস্ত। কিন্তু সম্পূৰ্ণ খাচ্‌মত বন্দবস্ত হলে জনাজাত ৰায়ত পাশ খাজানা তহচীল, সন সন পেয়াল, অনেক দিগদাৰী। বিশেষ আসাম মলুক দখল হবৰ অনেক দিন হল। একাৰণে খাচ্ বন্দবস্ত হোৱা ভাল বোধ নহয়। ও কায়েমী বন্দবস্ত হোৱা উচিত নহয়। একাৰণে মাটিৰ নিৰিখ থিক ৰাখি বিশ বিশ ম্যাদে, মহল পৰগণা বন্দবস্ত কৰি চৌধাৰী সকলক শতকৰা ২০ টাকা কমীচন দি, বিশ্ বৎসৰ ম্যাদে ঐ ম্যাদ মধ্যে লাভ লোকচান জেম্মা থাকিব। কেবল নদী সীকস্থ ও বিশেষ দৈব ঘটনা ব্যতিৰেক, খাজানা কমতি হব নোৱাৰিব ও কিস্তি মত খাজনা আদায় কৰিব। কিন্তু খেলাপ (১) হলেই মহল হস্তান্তৰ হব। কিন্তু ম্যাদ মধ্যে যদি চৌধাৰী কি মৌজাদাৰ ৰায়তক বেজাব বদিয়ত্ কৰে, চৌগুণ ডিক্রি হব, মহল গুচিব নোৱাৰিব। কেৱল কিস্তি খেলাপ হলে মহল যাব। আৰু ২০ বৎসৰ ম্যাদ গতে পুনৰায় বন্দবস্ত সময়, মাটিৰ নিৰিখ বৃদ্ধি কৰা আবশ্যক জানিলে কিছো বৃদ্ধি কৰি বন্দবস্ত হব। এইমত হলে গবৰ্ণমেণ্টৰ ও তহচীলদাৰ বা চৌধাৰী ও ৰায়তৰ পক্ষে ভাল বিবেচনা কৰো।” তাহাতে সাহেব সন্মত হৈ মোত কলে, “এইমত বন্দবস্ত আপুনাৰ সাহেবেৰ দ্বাৰা মোলৈ ৰেপট কৰাই দিব,” এইবুলি সেইদিন বিদায় দিলে ॥ ২৪৯ ॥

কায়েমী উচিত নহয়

২০ বছৰ ম্যাদী বন্দবস্ত ভাল

তদপৰ মঞি কাছাৰীত সোমাই ৰৌলট্ সাহেবক এই সকল বৃত্তান্ত কলো। তদপৰ জিনকিঞ্চন কমিচনৰ সাহেবেৰ বাঙ্গালাত সোমাই প্ৰথম অবধি মিল সাহেব, যি যি কথা সুধিলে, যি যি কৈছিলো, ৰোজ বৰোজ, ৰৌলট্ সাহেবত, কাছাৰীত কৈ, কমিচনৰ সাহেবেৰ বাঙ্গালায যাই, সাহেবত কওঁ। তাৰ পাচেহে যুৰিব যায়, এবং মঞি গোহাটীৰ ঘৰত থাকোঁ ॥ ২৫০ ॥

টোকা—(১) খেলাপ=নিয়ম লঙ্ঘন।

পৰদিন কাছাৰীত পাগ্ জামা সহিতে ৯ বাজাত হাজিৰ হৈ ৰৌলট্ সাহেবত আইন আদি দেখাই পূৰ্ব্বোক্ত কোৱামতে ৰেপট কৰালো। ও জনাজাত যি মহলৰ যত বাকী আছে, তাৰো এটি ইংৰেজীতে তৰ্জমা কৰাই লৈছোঁ, এনেতে একজন আৰ্দালী আহি মোক তলব দি নিয়াই চকীত বহুৱাই অনেক কথাবাৰ্ত্তা সুধিলে। সেই চলতে গোলাম বান্দী সকল খালাচ দিয়াতে যে দুৰ্গতি, মান-মৰ্য্যাদা জাতিকুল গ'ল, সংক্ষেপতে কিছো কোৱা গ'ল। তদপৰ বন্দবস্তি ৰেপট্ ও বাকীৰ ফৰ্দ্দ দিলো। সাহেব লৈ, "কালিলৈ উজান যাম" বুলি কৈ, মোক বিদায় দিলে ॥ ২৫১ ॥ গোলাম বান্দী খালাচ দিযাত দুৰ্গতি

মঞি কাছাৰী আহি সকল বৃতান্ত ৰৌলট সাহেবত কলোঁ। কাছাৰী তদপৰ বৰখাস্ত হ'ল। তদপৰ মঞি যাই সকল বিষয কমিচনৰ সাহেবত কলো। 'শুনি পাচে, ফুৰিবলৈ গ'ল ॥ ২৫২ ॥

তদপৰ মিল সাহেব নিজা, অহা জাহাজ দ্বাৰা উজাই নগাঞ ও দৰঙ্গ তেজপুৰ ও শিৱসাগৰ প্ৰভিতি ঘুৰি, পুনৰ ১৪ দিনৰ মূৰত আহি শুক্রেশ্বৰ ঘাটত জাহাজ চপাই, পৰদিন কাছাৰীত উপস্থিত হোৱা মাত্রে একজন আৰ্দালী দ্বাৰা মোক জাহাজত নি, মোক অনেক কথা সুধিলে অৰ্থাৎ "এ জেলায় অনেক বাকী, নগাঞ জেলায় বাকী নাই," এই বুলি থিয় হৈ ঘূৰি ঘুৰে, পুনঃ পুনঃ তাকে কয়। তদপৰ মঞি কলোঁ, "সাহেব, গত সন মাৰী হৈ অনেক গৰু মানুহ মৰিল। সেহেতু, জেলাৰ কালেক্টৰ ও কমিচনৰ সাহেব, চৌধাৰী সকলৰ প্ৰাৰ্থনামতে ২।৩ মাহ ম্যাদ, এহেতু বাকী আছে। শীঘ্ৰেই আদায় হব," কলো। তাতে সাহেব, মনে মনে থাকিল ॥ ২৫৩ ॥ খাজানা অনাদাযৰ কাৰণ

তদপৰ সাহেব কলে, "মঞি শুনিছোঁ, এদেশে অনেক জুঠা দলীল উলিয়াই ব্ৰহ্মোত্তৰ ও ধৰ্ম্মোত্তৰ ও দেবোত্তৰ বহাল কৰি নিছে।" তাতে মঞি কলো, "কোনো দুষ্ট দুৰ্ম্মতি লোকে

অপ্ৰো-
ত্তৰাদিত
জুঠা দলীল-
বদনাম
অমূলক

আপোনাক জনাব পাৰে কিন্তু লাখৰাজদাৰ সকলে দলীল অথচ মহজৰ (১) ও তামৰ ফলি দাখিল কৰে। তদপৰ আসাম ৰাজাৰ আমলৰ পেৰা কাগজ সহিত মিলানি, সাক্ষী আদিৰ দ্বাৰা প্ৰমাণ হলে পঞ্চায়তৰ ৰায মুৰত বহাল দিয়ে। এহাত, কি মতে কৃত্তিম হব পাৰে। যদি কোনোজনে কৃত্রিম দলীল দাখিল কৰি বহাল কৰি নিছে, তাহাৰ কোনো প্রমাণ নাই, ও কোনো ব্যক্তিয়ে সেই বিষয় দাদৰ্থী (২) হোৱা নাই। যদ্যপি দাদৰ্থী হোৱাতো বিচাৰ নকৰিলে, তেনেহলেই আমাৰ সকলত দোষ অর্পিব, নতু কিমতে তাত সোভা কি আশঙ্কা হব পাৰে ?” এমত কহাতে মনে মনে থাকিল। দিন আখেৰ হ’ল। মোক সেইদিন বিদায় দিয়াতে, জাহাজৰ পৰা কাছাৰীত আহি সকল বৃত্তান্ত কলোঁ। তদপৰ সাহেব উঠাতে কাছাৰী বৰখাস্ত হ’ল। আমলাসকল স্থানে স্থানে গল। মঞি কমিচনৰ সাহেবৰ বাঙ্গালাত সোমাই, সাহেবত সকল কথা কলোঁ অর্থাৎ যিমত প্রশ্ন কৰিলে, যিমত উত্তৰ দিলোঁ। সাহেব শুনি উঠি, মোক বিদায দি ফুৰিব গ’ল ॥ ২৫৪ ॥

মিল
সাহেবক
জমাৰ
তাএন দিয়া

তদপৰ দিনা কাছাৰীত উপস্থিত হোৱাতে কিছো কিছো বিলম্বে একজন আব্‌দালী আহি মোক তলব দিছে বুলি কোৱাতে মঞি ৰৌলট সাহেবত কৈ জাহাজত গলোঁ। এবং পূৰ্ব্ব দিন কোবামতে গত সনৰ কামৰূপৰ সাৰা জমা ২৯৯০০০ দুই লক্ষ নিৰান্নবৈ হাজাৰ যে হৈছে, তাৰ এটি ফৰ্দ্দ দিলো। পূৰ্ব্বে কমিচনৰ সাহেবৰ দ্বাৰা তলব কৰি নিয়া কাগজ সহিত মিলানি কৰাতে মঞি দিয়া ফৰ্দ্দতকৈ, পূৰ্ব্বে দিয়া ফৰ্দ্দত বেচি দেখি মোত সোধাতে কলোঁ, “মঞি এতিয়া যি ফৰ্দ্দ দিছোঁ, এই ঠিক্।” সাহেবে কলে “কমিচনৰ বেচি লিখে, তুমি কম্‌তি

টোকা—(১) মহজৰ—মোহৰ।
(২) দাদৰ্থী—প্ৰাৰ্থী, দাবী কৰোতা।

কৰি দিছা, কেনেকৈ মঞি মানিম ?” মঞি কলোঁ, “মঞি দিয়াই ঠিক্। কমিচনৰ সা’হব কেনেকৈ বেচি লিখিছে, সাহেবত সুধিলেহে কব পাৰো।” তাতে সাহেব সন্মত হৈ “কালিলৈ খোলোচা কৰি দিবা”, বুলি মোক বিদায় দিলে। মঞি সেই শুক্রেশ্বৰৰ ঘাটৰ পৰা আহি সাহেবত সকল কথা কলোঁ এবং কাছাৰী বৰখাস্ত হোৱাতে একত্রে সাহেব সহিত যাই, মঞি কমিচনৰ সাহেবত সকল কথা কলোঁ। এবং কামৰূপৰ সাৰা জমা কম হৱা কথা কোৱাত, “কালিলৈ কাছাৰীত চালেহে কব পাৰি,” এইবুলি সাহেব যুৰিব গ’ল। মঞি বহাত গৈ থাকিলোঁ॥ ২৫৫॥

পৰদিন কাছাৰীত উপস্থিত হৈ হৰিমল বৰা মহৰীক বৰ কাছাৰী পঠাই কলো যে ‘তোমি কমিচনৰ সাহেবত মোৰ চালাম দি কবা যে, কামৰূপৰ সাৰা জমা কম বুলি মিল সাহেব ধৰিছে। কিমতে কাগজ দিছিল, তাক চাব। যদিহে ভুল হৈছে, তবে মিল সাহেবলৈ একখানি চিঠি লিখিব” এই কৈ হৰিমল বৰা মহৰিক পঠাই দিলো॥ ২৫৬॥

ইতিমধ্যে মিল সাহেবেৰ আৰ্‌দালী আহি মোক তলব দিছে বুলি কোৱাতে ৰৌলট্ সাহেবত কৈ মঞি জাহাজলৈ গলোঁ। তাতে অন্যান্য কথা সুধিলে। এনেতে কমিচনৰ তাৰ পৰা চিঠি আহিল। সাহেব পঢি চাই মোত কলে, “পূৰ্বে যে কমিচনৰ সাহেব মোৰ পাশ কাগজ পঠাইছিল, তাত ভুল। তোমি যে কৈছা, এই সত্য”, এই বুলি জেলাজাতৰ তাএন মোক দি সকলোৰে ঠিক দি দিলে। এবং ঠিক দি দিলোঁ॥ ২৫৭॥ জমা কম-বেছিৰ আশঙ্কা দূৰ কৰা

জেলা জাতৰ জমাৰ তাএন

| মাটিৰ জমা তাএন বা কমীসন | | আবকাৰী | ষ্টাম্প্ | লালবন্দী |
|---|---|---|---|---|
| কামৰূপ— | ২৯২৩০৪৸/৯৸০ | ১১৯২ | ০ | ০ |
| দৰঙ্গ— | ১৫৭৭৯৫।৴৯ | ২৫৮৫ | ০ | ০ |
| নগাওঁ— | ১২৯৮৭৩৸৫ | ২৯৪৭৷৷০ | ০ | ০ |
| শিবপুৰ— | ১১৪৪৬৩।২ | ৬৬৫৭৷৷০ | ০ | ০ |
| লখীমপুৰ— | ৫০৬৯১।১০ | ১৮৭৯৮।০ | ০ | ০ |
| গোৱালপাৰা | ১৪০২২৷৷৬ | ২০৫।৶২ | ৭৭১৩ | ৬৭৭০০৸৵৭ |
| মোট টকা | ৭৫৯১৫১/০৸০ | ৩৪২৩১৷৷৶২ | ৭৭১৩ | ৬৭৭০০৸৵৭ |

সৰ্ব্বমোট টকা ৮৬৮৭৯৬৷৷৶৬৸০

আমি ঠিক দি সাহেবক দিলোঁ। সাহেব লৈ দিবা অৱসানে মোক বিদায় দিযাতে, কাছাৰী আহি ৰৌলট্ সাহেবত সকল কলোঁ। তদপৰ কাছাৰী বৰখাস্ত হল এবং মঞি কমিচনৰ সাহেবৰ বাঙ্গালাত সোমাই সেদিনৰ সকল বৃতান্ত কলোঁ। এবং শুনি ফুৰিবলৈ গ'ল ॥ ২৫৮ ॥

তদপৰ দিনা কাছাৰীত উপস্থিত হৈ কৰ্ম্মত প্ৰবৰ্ত্ত হৈছোঁ, এনে সময়তে মিল সাহেব একজন আৰ্দালী পঠাই মোক তলব দিয়াতে, ৰৌলট্ সাহেবত কৈ মঞি শুক্ৰেশ্বৰৰ জাহাজত মিল সাহেবৰ সাক্ষাত হোৱাতে মোত কলে, "বাঙ্গালী কত(১) আমলা ও অসমীয়া কত, ও মছলমান কত ঠিকনা দিয়া।" মঞি তেঁতিয়াই আমাৰ চেৰস্তাৰ ঠিকনা দিলোঁ। সাহেব বোলে, "নহয়, সকল আপীচৰ লাগে।" তাতে মঞি কলোঁ, "মঞি কাছাৰী গলেহে পাৰোঁ।" সাহেব অনুমতি দিয়াতে কাছাৰী আহি ৰৌলট্ সাহেবত কোৱাত, তেতিয়াই ৰাধামোহন গোসাঞী চেৰস্তাদাৰ ও মাধৱ পেচ্কাৰে আগত কোৱাতে, তেতিয়াই ফৰ্দ্দ কৰি দিলে। সেই অনুসাৰে মোট কৰিলে,

মিল সাহেবক অসমীয়া, বঙ্গালী আমলাৰ তাএন দিয়া

টোকা—(১) কত=কিমান, কেইজন।

সাহেব জাহাজত থকাতে দিলোঁ। তেওঁ লৈ মোত কলে, "কালিলৈ মঞি ভাটী যাম" বুলি চাপাম দি বিদায় দিয়াতে কাছাৰী আহি, ৰৌলট্ সাহেবত সকল কথা কলোঁ। এবং কাছাৰী বৰখাস্ত হোৱাতে, মঞি কমিচনৰ সাহেবৰ বাঙ্গলাত সোমাই সেই সকল কথা কলোঁ। শুনি ফুৰিব গল। ময়ো গোহাটীৰ ঘৰতে থাকিলো। তদপৰ দিনা মিল সাহেব ভাটী গ'ল ॥ ২৫৯ ॥ মিল সাহেব ভাটী যোৱা

এই সনৰ জৈষ্ট মাহৰ ১৬ দিন যোৱাত অৰ্কিক বাসৰে (১) নিশা দুৰ্গাকান্ত পুত্ৰ, বৰঘৈণীৰ উদৰে জন্ম হয়। দুৰ্গাকান্ত জন্ম হোৱাতে আমাৰ ভ্ৰাতৃবধু গোৰীকান্তৰ স্ত্ৰী কেতেকীৰ, ঈষা হ'ল। প্ৰকাশ কৰি কৈছিল যে, "মঞি সমানে সমানে ভাগ লম" ॥ ২৬০ ॥ দুৰ্গাকান্তৰ জন্ম

মিল জজ সাহেব ভাটী যোৱাতে মঞি একদিন কাছাৰীত ৰৌলট্ সাহেবত সুধিলো যে, মিল সাহেব যি যি কাগজাদি তলব দিছিল, সকলো দিলো। আৰু ইয়ালৈ অহাতো যি কথা সুধিলে, তাৰো সকল উত্তৰ দিলো। কিন্তু সাহেব আমাক ভাল পালে কি বঞা পালে, তাক একো জানিব নোৱাৰিলোঁ। তাতে সাহেব কলে, "তোমাক বৰ ভাল বুলি শলাগিছিল, ও সোধাত অসমীয়া বুলি কৈছিলোঁ।" আৰো কলে, "দেৱানীৰ পেচ্‌কাৰ মাধবৰ কি হৈছিল ? মিল সাহেব কথাবাৰ্ত্তা সোধাত, ভালকৈ কব নোৱাৰিলে। মিল সাহেব সোধাত মঞি বেমাৰী বুলি কলোঁ, তাৰ কি হৈছিল ?" মঞি কলোঁ, "সাহেব, আপুনি এক কথা সুধিলে কব নোৱাৰে, তাতে মিল সাহেব সদৰৰ পৰা তহকীক্ হেতু আহিছে, এহাত অৱশ্য হৃদয় হল্‌কা (২) হব পাৰে" ॥ ২৬১ ॥ মিল সাহেব মোক শলাগা

টোকা—(১) অৰ্কিক বাসৰে = অৰ্ক বাসৰে = ৰবিবাৰে।
(২) হল্‌কা = দুৰ্ব্বল।

মিল সাহেবৰ মত,— আসামত অসমীয়া কৰ্ম্মচাৰী মকৰৰ উচিত

তদপৰ ৰৌলট্ সাহেব মোত বলে, "মিল সাহেব এই কথা সুধিছিল যে, গবর্ণমেন্টৰ যি দেশেৰ যি লোক, তাকে মকৰৰ কৰাৰ অভিপ্ৰায়। এ কামৰূপে বাঙ্গালী পৰদেশী লোক অনেক আছে।" তাতে, ৰৌলট্ সাহেব কলে, "বাঙ্গালী লোক নহলে কাৰ্য্য নচলে, সেহেতু মকৰৰ হৈছে।" তাতে, মিল সাহেব কলে, "কালেক্টৰিৰ চেৰস্তাদাৰ বাঙ্গালী কি অসমীয়া? আৰো প্ৰধান সদৰামীন ও সদৰামীন, মুনচেফ্ সকল অসমীয়া কি বাঙ্গালী?" বুলি সোধাত "অসমীয়া বুলি কলোঁ।" তাতে মিল সাহেব কলে, "যদি অসমীয়া হয়, কি মতে কৰ্ম্ম চলিছে?" তাতে ৰৌলট্ সাহেবে মোত কলে, "বোলে মঞি বৰ চৰম পাই এইমাত্ৰ কলোঁ, মঞি মকৰৰ কৰা নাই, আগৰে মকৰৰ আছে।" এমত কহাতে মিল সাহেব মনে মনে থাকিল ॥ ২৬২ ॥

মঞি কওঁ উজনিত অসমীয়া। ইয়াত কিয় নহব?

তদুত্তৰে মঞি ৰৌলট্ সাহেবত কলোঁ, "আপুনি চৰম পাব পায়, কেৱল অনুচিত কথা কলে। কিয়নো ইতঃপূৰ্ব্বে বাঙ্গালী নহলে কৰ্ম্ম নচলিছিল হয়, কিন্তু মঞি ১৮৪১ ইংৰেজী ও ১২৫৫ সনে উজান শিবপুৰ প্ৰভিতি জেলাত দেখি আহিলোঁ। শিৱসাগৰত সকল লোক অসমীয়া, ও তেজপুৰে ৩।৪ জন মাত্ৰ বাঙ্গালী, সকল অসমীয়া, তেওঁলোকৰ দ্বাৰা কৰ্ম্ম চলিছে। ইদানিক বাঙ্গালীৰ অপেক্ষা নকৰে।" এমত কোৱাতে ৰৌলট্ সাহেব মনে মনে থাকিল ॥ ২৬৩ ॥

তিচি, যব ও গেওঁ ধানৰ খেতিত উৎসাহ

তদপৰ শীতকাল পৰাতে তেওঁ সহিত মপস্বল ভ্ৰমণ কৰি নানা স্থানে স্থানে ঘুৰিলো। এবং তিচী ও গেওঁ ও যব ধানৰ খেত্ কৰিবৰ কাৰণে, ৰায়ত ও চৌধাৰী লোকক চমজাই বীজ দিয়া হৈছিল ॥ ২৬৪ ॥

তদপৰ ফাগুন মাহে গোহাটী অহা হ'ল। সোমদত্ত সদৰামীনৰ পুতেক মহীধৰ, দুৰ্ল্লভৰ কাখৰ মাটীত ঘৰ কৰে ॥ ২৬৫ ॥

মিল সাহেব আহি মোত, যি যি ৰকম কথা সুধিলে, তদুত্তৰে সকল বিষয়ৰ উত্তৰ দিলোঁ। এবং দিন দিন ঘনকান্ত যুবৰাজ শুনি বৰ সন্তোষ ও প্ৰীত হ'ল। ও একদিন মোক মাতি নি আনন্দ হৃদয়ে সোধাত সকলো কলোঁ। অতি যশস্বিন কথা শুনি ৰাণী সহিত মোৰ প্ৰতি, বৰ প্ৰীতি হ'ল। এবং দুৰ্গোৎসবাদিত আমলাদি মতাত নাহে। যুক্তি সোধাত বিশেষ যুক্তি দিলোঁ, অৰ্থাৎ তেওঁ যিমতে বহে, বহোক। অন্যসকলক দলিচা ও ঠঙ্গা, শতৰঞ্চী, নগাঢাৰি দিব দিলোঁ। সেইমত দিয়াতে সকল যাব ধৰিলে ॥ ২৬৬ ॥ ঘনকান্ত ৰাজাক উপদেশ

১৫। মঞ্জীৰাৰ বিবাহ। মণিৰাম দেৱানৰ কথা।

১৭৭৬ শক, ১২৬১ সন, ১৮৫৪।৫৫ ইংৰেজী।

এই সনেও জিনকিঞ্চন কমিচনৰ ও মিথি সাহেব ডিপুটী কমিচনৰ অথচ জুডিচীল কমিচনৰ ও ৰৌলট্ সাহেব ডিপুটী কমিচনৰ। আমি চেৰস্তাদাৰ আছিলো ॥ ২৬৭ ॥ আমি চেৰস্তাদাৰ

এইসনে ৰৌলট্ ডিপুটী কমিচনৰ সাহেব, গত সনৰ নিৰিখ-মতে ৰুপিত ফি পুৰা ১৷৷০ টাকা, বাওতলী ও ফৰিঙ্গতি, বৰি, বস্তিত ১৲ এক এক টকা, লাখৰাজ তদৰ্দ্ধমতে, ৩।৪।?।১০ সনা ম্যাদে চৌধাৰী সকলৰ সহিত বন্দবস্ত কৰিলে। এবং হাজো পৰগণাও গৌৰীকান্ত সহিত বন্দবস্ত হ'ল। আমাৰ চুক্তি মতে ঠাকুৰীয়াইতৰ দ্বাৰা খাজানা তহচীল কৰি মোৰ পাশ পঠায়। মই সৰকাৰে দাখিল কৰো। আখেৰিতে যি বাকী পৰে, তলীয়া, তেতেলীয়া প্ৰভিতি হাজোৰ পৰগণাৰ মাটিৰ খাজানা ৩০০।৪০০ শও দৰমহাৰ পৰা মঞ্চি দি লেঠা মাৰোঁ ॥ ২৬৮ ॥ জমি বন্দবস্ত

নগাঞৰ সোমদত্ত সদৰামীনে তৎপুত্ৰ মহীধৰৰ কাৰণ মঞ্জীৰাক ধৰিছিল। আমাৰ দিবৰ সম্মত নাছিল। এনেতে সোমদত্ত সদৰামীন নগাঞে ফৌত হোৱাতে দেৱৰৰ ৰৰদলৈ,

তদমোটে মকৰৰ হল। মহীধৰৰ মাকে, সেই ছোৱালীকে ধৰি ইয়ালৈ উঠি আহিম বুলি প্ৰবোধ দিয়াতে, বোধকৰোঁ তৎঘৈণী ছোৱালী দিবৰ সম্মত হোৱাতে, গৌৰীকান্তও সম্মত হৈ অন্তৰে ঠিক কৰি, মোত সোধাত, মঞি কলোঁ, "ছোৱালীৰ উপযুক্ত বৰ নহয়। আৰু সিহঁত যে ইয়ালৈ উঠিব আহিব খুজিছে, ইও ফাকি। ইয়াত ছোৱালী দিলে অনেক বেজাৰ পাবা।" গৌৰীকান্তই কলে, "যমে নিয়াও নিযা, জোঁৱায়ে নিলেও নিয়া।" তাতে মঞি ভাল, এনে বুলিলো। মাতৃয়েও কলে, "সিহঁতে উঠি আহিব" ॥ ২৬৯ ॥

মঞিৰাৰ বিবাহৰ কথা

তদপৰ, মহীধৰ তস্য মাক সহিতে আহি গোহাটীত বৰবাপেক দেৱবৰ সদৰামানৰ ঘৰতে আছিল। মঞি বোধ কৰিছিলো, যদি গৌৰীকান্তৰ ছোৱালী দিয়ে, ইয়াতে বৰবাপেকৰ সাহায্যে কৰাব। পাচে যলৈ যায়, যাব। তদপৰ মঞি সাহেব সহিত মপস্বল ভ্ৰমণ কৰি, বাক্‌সা দুৱাৰৰ সুবৰ্ণখাতা পালো। তাতে গৌৰীকান্তৰ চিঠি পালোঁ যে মহীধৰে আমাৰ ঘৰৰ কাখৰৰ মাটিখণ্ডলৈ উঠি আহিব খোজে, এঞি ঘৰ সাজিব দিব খোজোঁ। তাতে মঞি বিবেচনা কৰিলো,—খামাখা উঠি আহিলে, সদৰামানে ও অন্যলোকে বঞা বুলিব, একাৰণে মঞি গৌৰীকান্তলৈ চিঠি লিখিলো,—"সম্প্ৰতি মহীধৰ উঠি আহিব নালাগে। মাটিকো দিব নালাগে। মঞি ইয়াৰ খাগ্ৰাবাৰী, তাৰপৰ বজালি, তাৰপৰ নলবাৰী, তদপৰ হাজো যাই গোহাটী পামগৈ। এহাতে ১৫।১৬ দিন হব পাৰে। মঞি গৈ পাই বিবেচনা কৰিম" ॥ ২৭০ ॥

তদপৰ মঞি সেইক্ৰমে মপস্বল ভ্ৰমণ কৰি আহি গোহাটী পালোঁ যে, মহীধৰে সেই মাটিত ঘৰ তোলিছে। মঞি গৌৰীকান্তক কলো যে, মহীধৰক এইপাৰে আনিলি হয়, ভাল কৰ্ম্ম নকৰিলি ॥ ২৭১ ॥

মোৰ মাটিত মহীধৰে ঘৰ তোলা

অতঃপৰ মহীধৰ উঠি আহি মাক সহিত তাতে আছিল। ফাকুৱাত সদৰামীনে মোক মতাত মঞি গৈছিলোঁ। বহু সমাদৰ কৰি জলপান দি কাখতে মাটিত বহি কলে, "বপা, তোমালোকৰ সহিত এতিয়া মিত্র কৰিছোঁ, এনে নহয়। আগৰ পৰাই মিত্র। এতিয়া দেখা, ছোৱালী দিওঁ বুলি মোৰ ভতিজাক তোমাৰ ভ্ৰাতা সিপাৰে তোলি নিলে।" তাতে মঞি কলোঁ, "আপুনি ভাল হলে, আপুনাৰ ভতিজা যাব কিয়, ও আপুনি বা কিয় এৰি দিব ?" এনে কোৱাতে মনে মনে থাকিল ॥ ২৭২ ॥

দেৱৰৰ বৰদলৈৰ অনুযোগ

তদপৰ মহীধৰ থকা মাটিখণ্ডৰ পশ্চিম ফালে অমুকাৰ ভায়েক তাতে আছিল। তাৰ জীয়েক অমুকীক বিবাহ দিছিল। কিছো দিন পৰেই জামাতা ফৌত হ'ল। জীয়েক বিধবা হৈ তাতে আছিল ॥ ২৭৩ ॥

একদিন চৈত্ৰমাহে লখীৰাম লেখাৰু সহিত অশোকাষ্টমী স্নান কৰিব গৈ ব্ৰহ্মপুত্ৰৰ কাখত বহি প্ৰণাম কৰি জল হাতত লৈছো, এনেতে লেখাৰুয়ে কলে, 'দৌতা শুনিছেনে ?" কি বুলি সুধিলোঁ। তেওঁ কলে যে, "আপোনাৰ মাটিত অমুকী আছে, তাইৰ হেনু গৰ্ভ হৈছে ॥ ২৭৪ ॥

বাঁৰীৰ কথা

এই কথা শুনি মই আচৰ্য্য বোধ কৰি কলোঁ, কিছু শুনা নাই। পাচে স্নান কৰি আহি চ'ৰাঘৰ পাই গৌৰীকান্তক মাতিলোঁ। ঘৰৰ পৰা ওলাই অহাত সুধিলোঁ, "বিধবাৰ হেনু গৰ্ভ হৈছে। তঞি শুনিছনে ?" শুনিছোঁ বুলি কলে। তাতে মই কলো, "যদি শুনিছ, মোত কিয় নকৈ আছ ? তঞি তোৰ জীয়েৰক দিবৰ মন কৰিছ। যদিবা নিদিয়, তথাপি সেই উছিলাতে মানুহটো একেবাৰে নষ্ট যায়। মঞি জানো তোমাৰ দুহিতৃক সদৰামীনৰ পুতেক চন্দ্ৰধৰলৈ ধৰিছিল। আমালোকৰ দিবৰ সন্মত নহলং। এতিয়া মহীধৰক দিবৰ মন কৰিছা। এহেতু মহীধৰলৈ যেনেকৈ ছোৱালী নপৰিব, এহ

বাঁৰীক গোহাটীলৈ নিয়াৰ কাৰণ

ফিকিৰ কৰিছে। এতেকে, ছোৱালী পৰক কি নপৰক, অকাৰণত মানুহটো নষ্ট হোৱা ভাল নহয়। অবশ্য ইয়াৰ উপায় কৰিব লাগে।" গৌৰীকান্ত কলে, "কি উপায় কৰে, কৰোক" ॥ ২৭৫ ॥

তদপৰ মঞি ভাবিচিন্তি থাকিলোঁ। ৰাত্রি ভোজন কৰি শয়ন কৰিলোঁ, কিন্তু ভাবিচিন্তি থাকোতে নিদ্রা নাহে। এবেলি শয়ন কৰো। পুনৰ উঠোঁ। ৰৰঘৈণীয়ে সুধিলে, "দৌতা, কিয় টোপনি নাহে ? অসুখ কৰি আছে ?" তাতে কলো, "তোমাৰ দদায়ে মহীধৰক ঐৰূপ নষ্ট কৰিব ধৰিছে, তাকে কিৰূপে ৰক্ষা কৰিম, তাকেহে ভাবিচিন্তি থাকাতে নিদ্রা অহা নাই।" তাতে ৰৰঘৈণী কলে, "দৌতা, কেনেবৈ হয়, লৰাটোক ৰক্ষা কৰক।' মঞি কলো, "তাকেহে ভাবি আছোঁ।" এই বুলি শয়ন কৰিলো। ভালবৈ নিদ্রা নাহিল, শেষ নিশি অলপ নিদ্রা হল॥ ২৭৬ ॥

মহীধৰৰ বাবে চিন্তা

পাচে, প্রাতসে মঞি উঠি চ'ৰাঘৰত বহি, মানুহ পঠাই ঈশৰাম ও মোহন চৌধাৰী ও ক'লীযা কানাই ও কল্পনাথ প্রভিতিক মাতি নি সুধিলো। "আমাৰ গোট জ্ঞাতিৰ ভিতৰত একজনক আৰু অপৰজনে একেবাৰে নষ্টকৰি ব্রহ্মপুত্রত পেলাব খোজে। তাকে ৰক্ষা কৰিব পায় কি নাপায় ? আৰু ৰক্ষা কৰিলে ধৰ্ম্ম যশস্যা আছে কি নাই ?" তাতে, তেওঁলোকে এই কথা কলে, "ৰক্ষা কৰিব পায়, আৰু ধৰ্ম্ম আৰু যশস্যা হয় ॥" ২৭৭ ॥

ৰক্ষাৰ যুক্তি

তাতে মঞি কলো,—"মোৰ মাটি খণ্ডত এক বিধবা আছে। তাইৰ গৰ্ভ হৈছে বুলি শুনিছো। তোমালোকে শুনিছা কি নাই ?" কোনোসকলে কলে, শুনা নাই। কোনোসকলে কলে, শুনিছোঁ। মঞি কলো, "বিধবাক ইয়ালৈ আনি সোধাত দোষ আছেনে ?" সকলোৱে কলে, "একো দোষ নাই। আমি জ্ঞাতিয়ে সুধিব পাৰোঁ ॥" ২৭৮ ॥

তদপৰ মঞি তেতিয়াই মানুহ পঠালোঁ, "অমুকী বিধবা সিপাৰৰ পৰা যদি আহিছে, লৈ আহ।" কিয়ৎখন পৰেই বিধবাক নি উপস্থিত কৰাতে, মঞি সুধিলো,—"তোৰ গৰ্ভ হৈছে বুলি শুনিছোঁ। হয় কি নহয়। যদি হৈছে, কাৰ দ্বাৰা হৈছে, ধৰ্ম্মত কবি। অনাহকত লোকক নষ্ট নকৰিবি। তঞিতো বঞা হ'লি। যি তোৰ দোষী, সত্য কথা ক। তদ্বাৰা তোক জীবদ্দশা প্ৰযন্ত প্ৰতিপাল কৰিবৰ উপায় কৰি দিয়াওঁ"॥

তাতে বাঁৰীয়ে আগে কিছু মোডামোড়ি কৰি থাকি কলে, "অমুক বেজেই মোৰ দোষী।" তাতে আমি কলো, "যদি সি দোষী হয, অবশ্য তাৰ দ্বাৰা তোক লিখাই দিওঁ ঃ জীবদ্দশাতক তোক প্ৰতিপাল কৰি থাকিব।" এই বুলি তাক আনিবলৈ মানুহ পঠালোঁ। বিচাৰি মাজগাঞৰ (পৰা) নি উপস্থিত কৰিলে। তাক সোধাত প্ৰথমে কিছু মোডামোডি কৰি, শেষে কবুল কৰিলে। তেতিযাই মঞি কলো, "বিধবাজনী নষ্ট হল, এতেকে তঞি তাইক জীবদ্দশা প্ৰযন্ত প্ৰতিপাল কৰি থাকিবি। তাইক এৰি গলে ১০০৲ একশ টাকা দিব লাগিব। এইদৰে বাঁৰীক একখন দলীল লিখি দে।" সি সম্মত হোৱাতে তেতিয়াই লিখাই বাঁৰীৰ হাতত দি সকলোকে বিদায় দিলো॥ ২৭৯॥

বাৰীক সোধা

অমুক বেজ দোষী স্বীকাৰ আৰু বিধবাৰ প্ৰবৰ্ত্তন

তদপৰ সদৰামীনে এইকথা শুনি মোক কিছু অনুযোগ কৰিছিল। মঞি কৈছিলোঁ, মোৰ মাটিত আছে, সেই গতিকে, আৰু গোট জ্ঞাতিৰ ভিতৰ, এইগতিকেও মঞি সুধিব পাৰোঁ, একাৰণে সোধা গল। সেহেতু একো অশুদ্ধ হোৱা নাই। এতিয়া তেওঁ বাঁৰীক নিয়াই সুধিব খোজে, সোধক। মঞি মানা নকৰো। এইমত কোৱাতে মনে মনে থাকিল॥ ২৮০॥

সদৰামীনৰ আপত্তি

তদপৰ শ্ৰীগৌৰীকান্ত ও তস্য স্ত্ৰীৰ, নিতান্ত মহীধৰকে মঞ্জীৰাক দিবৰ মনস্থ হোৱাতে ঐ ১২৬১ সনৰ অগ্ৰায়ণ মাহে বিবাহৰ উদ্যম কৰি, মহীধৰক বিবাহ, গৌৰীকান্তৰ দ্বাৰা দিয়া

মঞ্জীৰাৰ বিবাহ ও যৌতুক

গ'ল। ঐ বিবাহে যি যি দিয়া গল আৰু যুবৎ হোৱাতো, যি যি দিয়া গল, নীচে লিখা গ'ল ॥ ২৮১ ॥

বৰক দিয়া :—

| | |
|---|---|
| পাতৰ ধূতি-চাদৰ | —১ জোৰ |
| সোণৰ আঙঠি | —১ টা |
| কোষা অৰ্ঘা | —১ জোৰ |
| তাম-পিতল এক সঁজুলি | —১ |
| চালপীৰা, তুলী, আঠুৱা, গাৰু, পাটী, বৰকাপোৰ বানাত | —১ |
| | ৫ |

মঞ্জীৰাক দিয়া ও যুবৎ হোৱাত দিয়া নীচে লিখা গল :—

| | |
|---|---|
| ৰূপৰ সোণখতা খাৰু | —১ জোৰ |
| সোণৰ উকা বিৰি, প্ৰবাল, সোণৰ মণি সহিত | —১ ধাৰ |
| সোণৰ খুপিমণি | —১ থোপা |
| সৰু গেজেৰা সহিত মণি | —১ থোপা |
| বাখৰামি গেজেৰা সহিত মণি | —১ |
| সোণৰ বাখৰামি আঙঠি | —৫ গোট |
| সোণৰ বাখৰামি কেৰু | —১ জোৰ |
| চবুজৰ বাখৰামি কেৰু | —১ " |
| ৰূপৰ টেমা | —১ টা |
| ৰূপৰ টেমি | —১ টা |
| | দফা ১০ |

| | |
|---|---|
| কিংখাপৰ মেখেলা | —১ |
| গাজৰ ৰিহা | —১ |
| পাৰি দিয়া জুৰীয়া কাপোৰ | —১ |
| মছদৰৰ মেখেলা | —১ |
| পাটৰ ৰিহা | —১ |
| খনীয়া কাপোৰ | —১ |
| ইজা | —১০ |
| | দফা ১৬ |

যুবৎ হোৱাত দিয়া .—

| | |
|---|---|
| তাম-পিতল এক সঁজুলি | —১ |
| চালপীৰা সহিত তুলী-পাটী, গাৰু আঠুৱা, বৰ-কাপোৰ বানাত সঁজুলি | —১ |

পাছে মঞি ৰৌলট্ সাহেব সহিত মপস্বল ভ্ৰমণ কৰিছিলো ॥ ২৮২ ॥

মণিৰাম দেৱান ঘনকান্ত সিংহৰ দেৱীঘৰত

এই সনে উজানৰ মণিৰাম দেৱান কামেশ্বৰ যুবৰাজৰ পুত্ৰ কন্দৰ্পেশ্বৰ ৰাজাক, মলুক লাল-বন্দী কৰাই দিম বুলি ভটীয়াই আহি ঘনকান্ত সিংহ যুবৰাজৰ দেৱীঘৰতে আছিল। এইকথা সকলদিগে ৰাষ্ট্ৰ হৈ গল। একদিন মঞি কাছাৰী অন্তে

জিনকিঞ্চন কমিচনৰ সাহেবেৰ বাঙ্গালায় যাই দেখা হলো। সাহেব সমাদৰ পূৰ্ব্বক চকীত বহুৱাই মোত সুধিলে,—"ৱাল, শুনিছানে মণিৰাম দেৱান, কন্দৰ্পেশ্বৰ ৰাজাক, মলুক লাল-বন্দী কৰি দিবৰ কাৰণে কলিকাতা যাবৰ আহিছে।" মঞি কলোঁ, —"হয় শুনিছোঁ।" পুনৰ মোত সুধিলে—"ক'ত আছে?" তদুত্তৰে কলো,—"ঘনকান্ত যুবৰাজৰ ঘৰত আছে।" সাহেব কলে,—"কি, ঘনকান্ত যুবৰাজ চামিল হলনে?" তাতে মঞি কলোঁ,—"কি চামিল? ৪৬০৲ টাকা পেনচীন পায়, খৰচে নোজোৰে, তিনি চাৰি হাজাৰ টাকাৰ ধাৰ। বোধকৰোঁ, থাকিবৰ ঠাই নাপাই, দেৱীঘৰ উদং দেখি তাতে আছে।" সাহেব মনে মনে থাকি, অন্যান্য কথা সুধি বিদায় দিযাতে অহা গ'ল ॥ ২৮৩ ॥

কমিচনৰ সাহেবৰ সন্দেহ গুচোৱা

তদপৰ ঘনকান্ত যুবৰাজ মোৰ সহিত বৰ আপ্যায়িত ভাৱসা ৰাখিছিল, ও তেওঁৰ ৰাণী পদ্মৰেখাও বৰ প্ৰীতি ৰাখি আমাৰ বৰঘৈণী সহিত বৰ প্ৰণয়, ও সৰ্ব্বদা লা-লিগিৰী পঠাই থাকে। যুবৰাজ, মোক মাতি নিবৰ কাৰণে, দিনে মানুহ পঠায়। মঞি উত্তৰ পাৰৰ পৰা কাছাৰী কৰিছিলোঁ, এবং মঞি চেৰস্তাদাৰ, তাতে মণিৰাম মলুকৰ জন্যে আহিছে, ইয়াত গলে বা কোন ৰেপট কৰে। সেই কাৰণে যোৱা নাছিলোঁ। নিত্যে নিত্যে নাৰায়ণ লিগিৰাক পঠোৱাত একদিন কাছাৰী অন্তে, বাহিৰ বাহিৰ গৈ, যুবৰাজৰ ঘৰত সোমালো। যুবৰাজ, নিলগতে মোক দেখি মোক কলে,—"মঞি মাতি পঠাওঁ, নাহে আৰু নাহে।" মঞি কলোঁ,—"কিনো জৰুৰী কথা হৈছে, পুনঃ পুনঃ মাতি পঠায়? মঞি অবজৰ নাপাওঁ।" যুবৰাজ দেৱতা কলে,—"জৰুৰী দেখিহে মাতিছোঁ।" মঞি "কি জৰুৰী কৰ্ম্ম হৈছে, ক'ওক', বুলি কলো। তাতে যুবৰাজ কলে, "উজনিৰ কন্দপেশ্বৰ ৰাজা প্ৰভিতি ও ডাঙৰীযা সকলেও মণিৰামক মোক্তাৰ দি দেশ লাল-বন্দী কৰি লবৰ কাৰণে পঠাইছে, এবং মোকো আহি ধৰিছে, খৰচ-

যুবৰাজে মতাতো নোযোৱাৰ কাৰণ

মণিৰাম দেৱানক যুবৰাজে সোণৰ ভৃঙ্গাৰ দিবলৈ খোজা

পত্ৰকো চাই, অন্য কি আছে, সোণৰ ভৃঙ্গাৰ এটা আছে, যদি বোলে, তাকে দিওঁ। এইসকল কথা সুধিবলৈকেহে মাতিছো॥" ২৮৪ ॥

পাচে মঞি কিছুমান (সময়) মৌনে থাকি পৰে কলোঁ।—"দেৱতা, মোতনো ইসকল কথা কিয় সোধে? বৰ, বৰ, লোক, দেৱৰৰ সদৰামীন, মহেশচন্দ্ৰ বৰুৱা ডিপুটী কালেক্টৰ ও বলোৰাম ফোকন আছে। এইসকলত সোধক।" তাতে যুবৰাজ কলে,—"সেই সকলত মঞি সোধো, সুধিম, নোসোধো নাই, আপুনি কি কয়, কওক॥" ২৮৫ ॥

মোক উপদেশ খোজা।

তদুত্তৰে মঞি কলোঁ,—দেৱতা পূৰেব উজনি খণ্ড পুৰন্দৰ সিংহ ৫০,০০০ পঞ্চাশ হাজাৰ টাকাত লাল-বন্দী পোৱাতে এই মণিৰাম কালেক্টৰি চেৰস্তাদাৰ ও কাশীনাথ তামুলী ফুকন দেৱানীৰ, ও লঠৌ ফৌজাদাৰীৰ চেৰস্তাদাৰ থাকাতে ৰাজাৰ বদনাম হৈ লাল-বন্দী গুছিল। এতিয়াও যদি মোক সুধিছে, মণিৰামৰ কথা শুনিব লগা নাই, বৰং তেওঁক ইযাৰ পৰা বিদায় দিয়ক। তেওঁ ইয়াত থাকিলে মঞি দেৱতাৰ ঘৰে নাহোঁ, কিয়নো, কমিচনৰ সাহেবে মোত সুধিছিল,—মণিৰাম, মলুক, কন্দৰ্পেশ্বৰ ৰাজাক, লাল-বন্দী কৰি দিবৰ কাৰণ আহিছে?—ক'ত আছে?—মঞি কলো, যুবৰাজৰ দেবীঘৰত আছে। তাতে সাহেব কলে,—যুবৰাজ চামিল হলনে?—মঞি কলোঁ,—সাহেব, কি চামিল হব। ৪৬০৲ টাকা পেনচীন্ পাই খাব নোজোৰে, তিনি চাৰি হাজাৰ টাকাৰ ধাৰ, মঞি জানোঁ। মণিৰাম, ক'তো থাকিবৰ ঠাই নাপাই, দেবীঘৰ উদং দেখি, ধৰি, তাতে আছে। অন্য কথা নাই। এই কথা সাহেবত কৈ আহিছোঁ। এতেকে মণিৰাম ইয়াত থাকিব নালাগে, বিদায় নিয়ক। আৰু তেওঁ থকা দেখি মঞি অহা নাই। তেওঁ গলেহে, আহিম।" এই বুলি যুবৰাজক বিদায় হৈ আহিলোঁ॥ ২৮৬ ॥

বিশেষ প্ৰত্যুত্তৰ দি যুবৰাজক নিষেধ কৰা

তদপৰ দুই কি তিনদিনৰ মূৰত শুনিলোঁ, মণিৰাম যুবৰাজৰ ঘৰৰপৰা গৈ চন্দ্ৰসেনৰ ঘৰত, মোৰ পাচ ফালে আছেগৈ। এই কথা শুনি মঞি কাছাৰী অন্তে যুবৰাজৰ পাশ গলো। মোক দেখিয়ে যুবৰাজে হাঁহি হাঁহি কলে,—"মণিৰামে মোক খং কৰি চন্দ্ৰসেন সদৰামীনৰ ঘৰলৈ গ'ল।" মঞি বহি, দেৱতাত কলোঁ,—গ'ল, ভাল হল, সেহেতু মঞি আহিছোঁ। দেৱতা, তেওঁৰ কথা নুশুনিব। পৰে দেখিব। কি হয় শুনিব, দেখিব। এই বুলি অনন্য কথা কৈ আহিলোঁ ॥ ২৮৭ ॥ মণিৰাম যুবৰাজৰ ঘৰৰ পৰা যোৱা

মণিৰাম এইবেলি কলিকাতায় গ'ল। তাতে একমাত মান থাকি যুবৰাজলৈ, নানাৰকম চিঠি লিখে যে, "চন্দ্ৰকান্ত ৰাজাই বাৰ অনা কৰিছিল, এতিয়া মঞি চৈধ অনা কৰিছোঁ। সেই খিনিও পুৰ হব, অথচ কন্দৰ্পেশ্বৰ ৰাজাই মলুক পাব।" এমত চিঠি পাই ৰবিচন্দ্ৰ বৰুৱা সহিত (ঘনকান্ত যুবৰাজে) অসন্তোষ কৰে যে, মোৰ বুদ্ধিতেহে মণিৰামক খৰচাদি নিদিয়াত, তেওঁৰ হক গুচিল। মঞি সান্ত্বনা কৰি কওঁ হয়, নামানে। তদপৰ কিছুদিন পৰে এনে খবৰ হ ল,—কন্দৰ্পশ্বৰে উজনি খণ্ড লাল-বন্দী পালে। আহিব লাগিছে। এই কথাত যুবৰাজৰ বেজাৰৰ ঠাই নাই। মঞি কলোঁ, যদি কন্দৰ্পেশ্বৰ উজনি খণ্ড পাই, মঞি কমিচনৰ সাহেবেৰ দ্বাৰা এক খণ্ড দিয়াম। এনে কৈছিলোঁ ॥ ২৮৮ ॥ মণিৰাম কলিকাতা যোৱা

## ১৬। বংশত জন্ম-মৃত্যু। মণিৰাম দেৱানৰ কথা। খেল বিভাগ—মৰঙ্গীয়াল ভকতৰ পৰলোক। ১৭৭৭ শক, ১২৬২ সন, ১৮৫৫।৫৬ ইংৰেজী।

শ্ৰীশ্ৰীজিনকিঞ্চন কমিচনৰ ও মিথি সাহেব জুডিচীল কমিচনৰ ও ৰৌলট্ সাহেব ডিপুটী কমিচনৰ। মঞি চেৰস্তাদাৰ ॥ ২৮৯ ॥

এওঁ ৰৌলট্ ডিপুটী কমিচনৰ বা কালেক্টৰ, গত সনৰ

পৰগণা বন্দবস্ত

নিৰিখ মতে, পৰগণাসকল ৩।৫।১০ সনা ম্যাদে বন্দবস্ত কৰিলে। ও দেবোত্তৰ ও ব্ৰহ্মোত্তৰ ধৰ্ম্মোত্তৰ পৃথক পৃথক নম্বৰে বন্দবস্ত কৰিলে ॥ ২৯০ ॥

আৰু এই সনৰ শ্ৰাবণ মাহৰ ১০ দিন যোৱাতে শ্ৰীজয়ন্তী

জয়ন্তীৰ জন্ম

জন্ম হয়। এই সনে গোপীকান্ত বৰুৱা ৰুদ্ৰেশ্বৰে থাকাতে, তৎপুত্ৰ কালীকান্ত কাজিয়া কৰাতে তেওঁৰ স্ত্ৰী শ্ৰীতিলমতীক

গোপীকান্তৰ উঁইল

১৬ কাৰ্ত্তিক হেবানামা অথচ উইল কৰি দ্ৰব্যজাত ৰুদ্ৰেশ্বৰৰ জঙ্গলাবাদী ২৫ পুৰা মাটি লিখি দিয়ে। মঞি ও ৰত্নেশ্বৰ শৰ্ম্মা প্ৰভিতিক সাক্ষী লিখে ॥ ২৯১ ॥

লক্ষ্মীকান্তৰ মাক মৰা ও বৰ্ম্ম

ঐ সনৰ কাৰ্ত্তিক মাহে পুৰ্ণিমা তিথিত লক্ষ্মীকান্তৰ মাক ত হয়, অথচ ডালিমী মৃত হয়। ৮ৰ্ম্মৰ দিনা সদৰামীনে দক্ষিণা দিছিল। যি পইচা দিছিল, ব্ৰাহ্মণক দক্ষিণা দিয়াত টুকাল, আৰু পইচা লক্ষ্মীকান্তৰ হাতত নাই বুলি কলে। তাতে সদৰামীনে মোত সুধিলে—"বপা, কি হব ?" তাতে মঞি কলোঁ, "লক্ষ্মীকান্ত এতিয়া ব্ৰহ্মশাপত পৰিবনে ?' এই বুলি তেতিয়াই গৌৰীকান্তক দাউৰাই পঠাই দিলো যে, উত্তৰ গোহাটীৰ শয্যা তৈয়াৰী বাবদ ৫০৲ টকাৰ মাঞীক কৈ একতোড়া লৈ আহা। তেওঁ লৰি গৈ একতোড়া পইচা দিযাতে মঞি সদৰামীনৰ হাতত পইচা, তোড়া সহিত দিলোঁ। ৫০৲ টকাৰ বুলি কলো। তেতিয়াই খুলি ব্ৰাহ্মণক

লক্ষ্মীকান্তৰ মাক মৰা ও বৰ্ম্ম

দক্ষিণা দিলে। মঞি আগতে আছিলোঁ। প্ৰত্যেকক ৵০ অনাৰ কম নহয়। পাচে, অৱশেষ ২০৲ কি ৩০৲ টকা মানৰ পইচা বৈছিল। মোক দিয়াত মঞি নাৰাখি কলোঁ, "খুৰীৰ বৰ্ম্মৰ জন্যে আগবাঢ়ি আহিছে, মোক নালাগে, লক্ষ্মীকান্তই নিয়ক," বুলি কোৱাতে তেওঁৰে হাততে দিলে ॥ ২৯২ ॥

তদপৰ ভোজৰ দিনা, সকল গ্যাতি জমা হোৱাতে ঈশাই,

দুৰ্ব্বাসা একত্রে ভোজ খাবলৈ সদৰামীনে নিষেধ কৰি কলে, "সিহঁতৰ গুৰুঘৰৰ দায় লাগিছে, আমাৰ সহিত খাব নোৱাৰে।" তাতে মঞি কলোঁ, "কিনো দায়? সিহঁত কাটনিপাৰৰ শিষ্য আছিল। শৰণ হোৱা নাই, এইমাত্ৰহে।" তাতে সদৰামীনে কলে, "গুৰুঘৰৰ দায় হলে, সকলোৰে দায়।" তাতে মঞি কলোঁ, "গুৰুঘৰৰ দায় হলেও কি দায়, বিবেচনা কৰিব লাগে, বিশেষ কাটনিপাৰৰ মহন্তে আমাৰ প্ৰতি হুকুমজাৰি কৰাৰ একো এক্তিয়াৰ নাই। দায়, বুলিলেও, কি দায়, এহাৰ বিবেচনা কৰা কৰ্ত্তব্য। যোগেশ্বৰ সৰু জনা গোস্বামী, মঞি মন্ত্ৰ নোলোৱা হেতু, মোৰ বৰঘৈণীক ৰান্ধনী পতাত, ৰমাকান্ত ও ৰতিকান্ত ও গোপীকান্ত জেষ্টক হাক দিয়াতে তেওঁলোকে নাখাই উঠি গ'ল। তথাপি আপনালোকে ভোজ খোৱাতে ৰান্ধনী পাতি, কৰ্ম্ম সম্পাদন কৰা হ'ল। এতিয়ানো ইহঁতৰ গাত কি দায? তথাপি যদি আপুনি দায় হেন দেখিছে, সিধা দিয়ক, পৃথকে খাওক।" ॥ ২৯৩ ॥ ঈশাই ও দুৰ্ব্বাসা আনগ হোৱা

সদৰামীনে কলে, "এক কঠা চাউলকো ঈশাই ও দুৰ্ব্বাসা পাব নোৱাৰে।" এনে কোৱাতে খং উঠি, ঈশৰাম ও মোহন প্ৰতি চাই কলোঁ, "ঈশাই ও দুৰ্ব্বাসা, এনেহে দায় কৰিলে, চাউল এক কঠাও পাব নাপায়।" এইবুলি তেতিয়াই "আমিও তোমালোকৰ সহিত নাখাওঁ," বুলি উঠি আহি, আমাৰ ঘৰত বহি, ২৪ কাত্তিক, একখন একৃৰাৰ, ঈশৰাম ও মোহন ও দুৰ্ব্বাসা, ক'লীয়া কানাই সহিত মঞি মূৰব্বী হলো। তদবধি পৃথকমতে খাই প্ৰবৰ্ত্তি আছিলোঁ কিন্তু মহীধৰৰ প্ৰতি পূৰ্ব্বোক্ত দোষাৰোপণৰ ঈৰ্ষা আছিল। তেওঁলোকৰ চামিল হলেহে ভোজ খাব বুলি কোৱাতে, মঞি চামিল হৈছোঁ বুলি কবৰ অনুমতি দিয়াতে তদ্ৰূপ কৈ, সকলোৰে মাজত বহি ভোজ খালে। তদপৰ আমালোকৰ চামিল হ'ল। এই কৌশলে মহীধৰক মাজতে

বহোৱাই ভোজ খোৱালোঁ ও মঞি মুৰব্বী হৈ প্ৰবৰ্ত্তন কৰি আছিলোঁ ॥ ২৯৪ ॥

মণিৰাম কলিকাতাৰ পৰা অহা ও উজনি যোৱা

তদপৰ মণিৰাম কলিকাতাৰ পৰা আহি, কতোদিন একজন কাঞা সহিত ভৰলুমুখত থকাত, এনে খবৰ হ'ল, লালবন্দীৰ হুকুম লৈ আহি উজনি যাই হুকুম জাৰি কৰিব। যুবৰাজৰ অসন্তোষৰ ঠাই নাই। একদিন কমিচনৰ সাহেবত সোধাত, মণিৰামৰ ফাকি বুলি মোত কলে। যুবৰাজত কোৱাতো মান্তি নহয়। মণিৰাম ভৰলুমুখৰ পৰা আহি, পুনঃ চন্দ্ৰসেনৰ ঘৰতে আছিল। তালৈকে, গৰ্গৰাম সদৰামীন ও দেৱবৰ (বৰদলৈ) প্ৰধান সদৰামীন গৈছিল। মঞি নগলোঁ। তাৰেপৰা মণিৰাম কাঞা সহিত উজানে গ'ল ॥ ২৯৫ ॥

মৰঙ্গীয়াল ভকতৰ প্ৰসঙ্গ

মৰঙ্গীয়াল ভকত আমাৰ বৰ হিতৈষী লোক আছিল। বুদ্ধি ও যুক্তিতে বৰ নিপুণ। তেওঁ উদাসিন। ইতঃপূৰ্ব্বে ভকতৰ সঙ্গ লবৰ ইচ্ছা হৈ, যাবৰ কাৰণ মোত কৈছিল, তাতে মঞি বৰ দুঃখিত হলো। তদপৰ কলে, “মঞি মৰিলে, কৰ্ম্মকাণ্ডৰ কথা নকওঁ, কিন্তু নিবৰ ও অগিকৰ্ম্মৰ লোক নাই, সেহেতু মোৰ কুলীয়া দুই তিনৰ সঙ্গতি কৰিব পাৰিলে ভাল, সেহেতু মঞি উদাসিন দুইতিনিজনমান ভকতক ৰাখি গোসাঞী ঘৰৰ নাম-প্ৰসঙ্গ কৰি থকাকৈ ৰাখিবৰ মন কৰিছিলো। কিন্তু (ইচ্ছা) কৃত কম্ম কোনো মতে সিদ্ধি কৰিব নোৱাৰিলোঁ।” পাচে, একদিন এই কথা লখীৰাম লেখাৰুত কোৱাতে তেঞো স্বীকাৰ কৰিলে যে, “দেৱতা এবো সংশয় নকৰিবা, কলিতা ভকতৰ অন্তিমকাল হলে, মঞি পুত্ৰ সহিত নিম ও সংস্কাৰাদি কৰ্ম্ম কৰিম।” এহাতে মঞি বৰ সন্তোষ হলোঁ এবং ভকতেও ভাল বুলিলে ॥ ২৯৬ ॥

তদপৰ, মৰঙ্গীয়াল ভকত, ওৰফে গোপীনাথৰ গ্ৰহণী বেমাৰ হৈ অতিসাৰ মত হল। নানা ঔষধ খোৱাতে ভাল নহল।

অগ্ৰায়ণ মাসে হৰি স্মৰণ পূৰ্ব্বক মৃত্যু হ'ল। আমি অত্যন্ত শোকাকুল হলোঁ এবং লখীৰাম লেখাৰু, তৎপুত্ৰ শ্ৰীপূৰ্ণা, পূৰ্ব্বেই উপস্থিত হৈ নিলে। মঞো সঙ্গে গৈ ব্ৰহ্মপুত্ৰৰ কিনাৰে অগ্নিকৰ্ম্ম আগত থাকি কৰালোঁ। এবং মাসান্তে লখীৰাম লেখাৰুৰ দ্বাৰা সংক্ষেপ মতে অষ্টাদশ দান সহিতে কৰ্ম্ম কৰালো। ও তেওঁ ভকত যোৱাতে, আমাৰ মাতৃ, বৰঘৈণী প্ৰভিতি শোকাবিষ্ট হৈছিল। তেওঁ বিহীন হোৱাতে আমাৰ ঘৰৰ খেতি-পথাৰ শাক তৰকাৰী আদিৰ বীজ গ ল॥ ২৯৭ ॥ মৰঙ্গীয়াল ভকতৰ পৰলোক গমন

মণিৰাম উজনি পোৱাতে অনেক বন্ধুৱা যোকন উপাসক হৈ, আম কঠাল আদি অনেক প্ৰাপ্ত হল। তদপৰ শুনা গল কন্দৰ্পেশ্বৰ ৰাজা সহিত গোহাটীত লাল-বন্দীৰ হুকুম জাৰি কৰিব। তদপৰ কন্দৰ্পেশ্বৰ ৰাজা সহিত আহি, কাঞাপটি ঘাটত নাৱতে কেইদিনমান থাকি যুবৰাজ পাশ আহি গ'ল। তদপৰ কমিচনৰ সাহেবেৰ কুকুৰমূতা বাগিচাত আছিল। কমিচনৰ সাহেবেৰ অনুমতি লৈ কন্দৰ্পেশ্বৰ ৰাজা সহিত দেখা হৱাতে, "দুইতিন দিনতে মণিৰাম দেৱান কলিকাতায় যাব, লাল বন্দীৰ হুকুম লৈ আহিব। মঞো উজাই যাম," বুলি কলে। তদপৰ মণিৰাম কলিকাতা ও কন্দৰ্পেশ্বৰ উজানে ৰুদ্ৰনাথ গগৈ, উমা চৌধাৰী সহিত গ'ল॥ ২৯৮ ॥ মণিৰাম কলিকাতা যোৱা; কন্দৰ্পেশ্বৰ উজানে যোৱা

## উমাদত্ত দলৈৰ কথা

মাধব দেৱালয়ে উমাদত্ত দলৈ কয়েক বৎসৰ খাজানাদি সকল কৰ্ম্মৰ আঞ্জাম দি আছিল। কযেক ৰৰদেউৰীলোকে মাধবৰ টাকা মৎসৰিফ্ হোৱা বাবত, নিকাচেৰ প্ৰাৰ্থিত হোৱাতে, ৰৌলট্ সাহেব, নাম বৰভাগ পৰগণাৰ গৌৰীনাথ চৌধাৰী ও উত্তৰ সৰুবংশৰ পৰগণাৰ গৌৰীকান্তকে নিকাচ্ কৰাৰ কাৰণ, পঞ্চায়ত মকৰৰ কৰিলে। তাহাতে উমাদত্ত দলে ভয় খাই

উমাদত্ত দলৈ পৰ নিকাচেৰ মোকৰ্দ্দমা

"গৌৰাকান্তকে সেৱা চলোৱা কৰ্ম্ম ও খাজানাৰ ভাৰ লিখাপড়া কৰি এৰি দিওঁ। মঞি কেৱল দলৈ কৰ্ম্মত থাকো।" এইবুলি বাৰ বাৰ, মোত কয়। মঞি সিহঁতৰ কথা বিশ্বাস নকৰাত জয়শঙ্কৰ গুহ মোক্তাৰৰ দ্বাৰাও মোত কোৱাইছিল। তাতে মঞি কৈছিলোঁ, "সিহঁতৰ কথাত একো বিশ্বাস নাই, এতেকে সিহঁতৰ কথা মোত নকবা।" এইমত উত্তৰ দিওঁ॥ ২৯৯॥

তদপৰ একদিন জয়শঙ্কৰ গুহ মোক্তাৰ সহিত উমাদত্ত দলৈ মোৰ ঘৰে আহি, পুনঃ মোত কোৱাতে, মঞি সাহেবত সোধো বুলি, সেইদিন উত্তৰপাৰৰ ঘৰবপৰা বিদায় দিলে। তদপৰ বৌলট্ সাহেবত মঞি সোধাতে, দলৈয়ে লিখাপডা কৰি দিলে হব পাৰে, বুলি কলে॥ ৩০০॥

বৌলট্ সাহেবত সোধা

অতঃপৰ মঞি বৌলট্ সাহেব সহিত কমলপুৰ প্ৰভিতি মপস্বল যাবৰ জন্যে প্ৰাতসে উদ্যম কৰিছোঁ, এনেতে উমাদত্ত দলৈ জয়শঙ্কৰ গুহ সহিত উপস্থিত হৈ, পুনঃ সেইকথাকে কলে। তাতে মঞি কলো, "আজি সাহেব সহিত মঞি যাই কমলপুৰত থাকিম। তাৰপৰ ক্ৰমে থানা-বথনা ফুৰিম। যদি তোমাৰ নিতান্তই ইচ্ছা হৈছে, তবে তোমি সাহেবত কৈ কমলপুৰে যাবা। তাতে লিখাপডা কৰি দিবা।" এই কৈ বিদায় দিলোঁ এবং ক্ৰমে খাই বৈ ওলালোঁ। সাহেবলৈ অপেক্ষা কৰি আছোঁ। ইতিমধ্যে সাহেব আহি উপস্থিত হোৱাতে হাতীত উঠি সাহেব সহিত লগলাগি গলোঁ॥ ৩০১॥

---

# তৃতীয় অধ্যায়

( শক ১৭৭৮—৭৯ )

## চিপাহী-বিদ্রোহাদি বিবৰণ

### ক —১৭৭৮ শক। ১২৬৩ সন। ১৮৫৬-৫৭ ইং

### ৰাণী পদ্মৰেখা ও কমিচনৰৰ মেমৰ সংবাদ

জিনকিঞ্চন্ কমিচনৰ, ও মিথিসাহেব কর্ণেল হোৱাতে তৎকর্ম্মে বিচ্ জুডিচীল কমিচনৰ হ'ল। ও ৰৌলট্ সাহেব ডিপুটী কমিচনৰ ও কলেক্টৰ। মঞি চেৰস্তাদাৰী কর্ম্মতে আছিলো ॥ ৩০২ ॥

এওঁ ৰৌলট্ সাহেব গত সনৰ নিৰিখ ও ১৪।০ আনা শতকৰা কমিচন দি, ম্যাদগতে পৰগণাসকল ৩।৫।১০ সনা ম্যাদে বন্দবস্ত কৰিলে ॥ ৩০৩ ॥

ঘনকান্ত যুবৰাজ, কন্দৰ্পেশ্বৰ ৰাজা উজানখণ্ড লাল-বন্দী নিশ্চয় পাব, এই প্ৰতীতি তেওঁৰ হৈ, সৰ্ব্বদা বেজাৰতে থাকে। এবং তেওঁৰ ৰাণী পদ্মৰেখাও বেজাৰ কৰে, "আমাৰহে একো নহল।" তাতে মঞি যুবৰাজত কলোঁ, "দেৱতা বেজাৰ নকৰিব, পূবেৰও মঞি কৈছো ও এতিয়াও কওঁ, মঞি— কমিচনৰ সাহেবেৰ দ্বাৰা এক খণ্ড আপুনাক দিয়াম। কিন্তু কমিচনৰ সাহেবেৰ মেম সহিত ৰাণীয়ে অপ্যায়িত কৰোক। যি কব লাগে মঞি দুইজনাতে কম। কেৱল ৰাণীয়ে মেমসাহেব সহিত—দেখা-সাক্ষাত কৰি অপ্যায়িত কৰোক।" যুবৰাজে কলে, "মেমে দেখা-সাক্ষাত নকৰে, মঞি এত্যালা কৰাইছিলোঁ।" মঞি দেখা-সাক্ষাত কৰাই দিম' বুলি স্বীকাৰ কৰি, বিদায় হৈ আহিলোঁ ॥ ৩০৪ ॥

কমিচনৰ সাহেবেৰ মেম সহিত পদ্মৰেখা ৰাণী দেখা কৰা যুক্তি

কমিচনৰ সাহেবৰ মেম দ্ৰব্য দিয়া

কমিচনৰ সাহেব ও তেওঁৰ মেম পাশ মঞি প্ৰায় সৰ্ব্বদা কাছাৰী অন্তে বা কাছাৰী বন্দত যাওঁ। মেমসাহেব বাঁহৰ শলিৰ পৰ্দ্দাৰ ভিতৰত থাকি, হনুমান আদি চাকৰৰ দ্বাৰা, ফুলৰ মালা ও আতৰ গাত দিয়াই বৰ খুচি পায়। আৰু দুই তিন দিন অন্তৰে বাগিচাৰ শাক-তৰকাৰি নানা, ও জিকা ও কাকিৰল ও মধুৰিআম আদিৰ দুইখন ভাৰ কৰি মোৰ পাশ পঠাই দিয়ে। মঞি সেই সকল দ্ৰব্য ঘনকান্ত সিংহ যুবৰাজ ও আমাৰ ঘৰে পঠাই দিওঁ। ও ইষ্ট মিত্ৰ সকলক দি আপুনিও ভোজন কৰোঁ। ও মঞো মধ্যে মধ্যে মিছিৰী ও ওলা দি পঠাওঁ। অথবা কোন সময় নিজে যাই দিওঁ, বৰ খুচি পায় আৰু আম্ৰ আদিৰ আচাৰো দিযে। মঞি কওঁ—"আপোনা-লোকৰ তৈয়াৰী আচাৰ কেনেকৈ খাম?" মেমসাহেব কয়, "আমিতো তাক স্পৰ্শ নকৰোঁ। শূদ্ৰলোকে তৈয়াৰ কৰে আৰু ৰৌদ্ৰত দিয়ে, তাত কি দোষ আছে।" মঞি কওঁ, "ভাল খাম।" এইবুলি লওঁ কিন্তু নিজে গ্ৰহণ কৰা নাছিলো, লোকজনক দিওঁ। মেমে এনেহে স্নেহ কৰিছিল যে 'মোৰ বেটা' বুলিহে কথা কৈছিল। ও কোন কোন সময় মাটি-বাৰীৰ কাজিয়া লাগিলেও মাতি নি কয়। সেইসকলৰ জেঙ্গা মাৰি দিওঁ॥ ৩০৫॥

পদ্মৰেখা ৰাণী সহিত বৰ সাহেবৰ মেম দেখা-হবৰকোৱা

একদিন মঞি মেমসাহেবৰ পাশ যাই কলোঁ যে, "ঘনকান্ত যুবৰাজৰ ৰাণীয়ে আপোনাৰ সহিত সাক্ষাত হবৰ, মোৰ আগত কৈছে। তেওঁৰ সহিত সাক্ষাত হব লাগে।" তেওঁ কলে, "মঞি কেতিয়াও সাক্ষাত নহওঁ, কিয়নো ইতঃপূৰ্ব্বে পৰ্ব্বতীয়া কুঞৰী সহিতে মঞি অপ্যায়িত কৰাতে, মোৰ বদনাম হৈছিল।" তাতে মঞি (কলো), "সেই পৰ্ব্বতীয়া কুঞৰী গত হোৱাত, সেই দিন নথকাত, কি বদনাম হব? মঞি আছোঁ। আৰু মোক আপুনি বৰ অনুগ্ৰহ ও মৰম

কৰে, সকলোৱে জানে। ৰাণীয়েও জানি, মোক ধৰাতে মঞি হঠাতে স্বীকাৰ কৰিলোঁ যে মঞি সাক্ষাত কৰাই দিম। এতিয়া যদি আপুনি ৰাণী সহিত সাক্ষাত নকৰে, মঞি এককালে মিছাত পৰিলোঁ। আগলৈ কোনে মোক বিশ্বাস কৰিব? আগলৈকো মানুহ গুচিলোঁ।" পাচে কিছোমান ভাবি উত্তৰ দিলে, "কিয়নো আহিব খোজে?" মঞি কলোঁ, "সম্প্ৰতি একো কথা নাই, কেৱল দেখা-সাক্ষাত, চিনা-পৰিচয় মাত্ৰ। বৰলোকৰ স্ত্ৰীসকলে বৰলোকৰ স্ত্ৰীৰ সহিত দেখা-সাক্ষাত হয়।" তাতে মেমসাহেব কলে, "মঞি সাহেবত নোকোৱাকৈ দেখা দিব পাৰোঁ। কিন্তু সাহেব মোৰ মুৰব্বী, এক আষাৰ সোধো।" তাতে মঞি কলোঁ, "সুধি সাক্ষাত হয়, অথবা নুসুধি হয়, অবশ্য হবই লাগিব।" এইবুলি বিদায় হৈ আহিলো ॥ ৩০৬ ॥

দেখা হবৰ মেমসাহেব স্বীকাৰ হোৱা

তাৰপৰ দুই কি তিনদিন পৰে, মেমসাহেবক এত্যালা দিয়াই সাক্ষাত হৈ সোধাত কলে "ৰাণী মোৰ সহিত সাক্ষাত হবৰ কথা সাহেবত সোধাত, সাক্ষাত হব দিছে, এতেকে আহিব।" মঞি কলোঁ, "কোনদিনা, কোন সময় আহিব?" (মেমসাহেব) কলে "কালিলৈ ৯ বাজা সময়ত আহিব।" মঞি কলো "ন' বাজাত কেনেকৈ আহিব, শুই থাকে, বাৰ বাজা মানত আহিব পাৰিব।" তাতে স্বীকাৰ হৈ কলে "আহিব।" মঞি বিদায় হৈ আহিলোঁ ॥ ৩০৭ ॥

সেই সময়, মঞি উত্তৰ গোহাটীৰ ঘৰৰ পৰা কাছাৰী কৰি আছিলোঁ। কাছাৰী অন্তে মেমসাহেবৰ পাশ যাই, অনুমতি প্ৰাপ্ত হোৱাতে, সেইপিনে, যুৱৰাজৰ ঘৰে যাই সকল বৃত্তান্ত ও কালিলৈ ন' বাজাত ৰাণী যাব লাগে বুলি কোৱাতে, ৰাণী পাশ যাই কবৰ কথা কোৱাতে, ভিতৰ পকীঘৰে গৈ, ৰাণীত কলোঁ "কালিলৈ বৰসাহেবৰ মেম সহিত সাক্ষাত হবৰ যাব

লাগে। প্ৰাতসে উঠি গা-পা ধুই পাৰে যদি খাব, নোৱাৰে যদি এনেই ওলাব, পৰে আহি খাব।" ৰাণীয়ে বোলে "ন'বাজাত কেনেকৈ যাম?" মঞি বোলো "নহয়, সৰ্ব্বদা একেৰকমে থাকিব লাগেনে? কাৰ্য্য-কৰ্ম্ম সময়ে, এফেৰি উদ্যোগ কৰিব লাগে। মঞি অনেক পুৰুষাৰ্থ কৰি এইটি কৰ্ম্ম কৰিছো। আপুনি মেমসাহেবত একো কব নালাগে, 'কেৱল দেখা-সাক্ষাত জন্যে আহিছো। আমাক প্ৰতি সদয় থাকিব লাগে।' এইমাত্ৰ কব। আৰু একখন থালত ওলা-মিছিৰী, অপৰ থালত খিচমিচ্ দ্ৰাক্ষা চোহোৰা লব।" তাতে কুঞ্ৰীয়ে কলে, "আপুনি আহি মোক লৈ যাবহি।" মঞি কলোঁ "মঞি সিপাৰে যাম, আহিব পাৰো কি নোৱাৰোঁ। যদি পাৰোঁ আহিম।" এইবুলি বিদায় হৈ, উত্তৰ পাৰে আহিলোঁ, গধূলি হ'ল ॥ ৩০৮ ॥

পদ্মৰেখা ৰাণী দ্ৰব্য নিয়া

মোৰ মতলব এই,—মেমসাহেবেৰ সহিত কোঞ্ৰীক অপ্যায়িত কৰি দিওঁ। এবং মঞি কমিচনৰ সাহেবত কৈ, আৰু মেমৰ হতুৱা কোৱাই আসামৰ এক খণ্ড দিয়াম। যদি সম্পূৰ্ণে দিয়াবকো নোৱাৰোঁ, তথাপি লাক-পাৰ্ কৰি কেইখন-মান গাওঁ বা পৰগণাকে দিয়াম ॥ ৩০৯ ॥

ঘনকান্ত যুৱৰাজৰ ও ৰাণীৰ হিত কৰা

তদপৰ ৰাতি মঞি ভাবিলো, এইটি কৰ্ম্ম কেবল ঘনকান্ত যুৱৰাজ আৰু পদ্মৰেখা ৰাণীৰ উপকাৰ জন্যে সংঘটিত কৰিছোঁ। কিন্তু তেওঁলোকৰ সকল কৰ্ম্ম শিথিল, এতেকে ৰাণী গাফিলি কৰি থাকিব। সময়মত উপস্থিত নহলে দেখা নহব। এইভাবি মঞি ৰৰঘৈণীত কলোঁ "শীঘ্ৰে ভাত ৰান্ধিবা। মঞি আঠ বাজাতে যুৱৰাজৰ ঘৰে ও ৰাণীৰ পাশ যাব যাম।" বৃত্তান্ত সকল কলোঁ, আনন্দ হৈ থাকিল ॥ ৩১০ ॥

প্ৰাতসে গোহাটী যোৱা যুক্তি

প্ৰাতসে মঞি উঠি নিয়মমত খাই-বৈ, আঠ বাজাত যুৱৰাজৰ ঘৰে উপস্থিত হৈ বুজ ললো যে, যুৱৰাজ ঘনকান্ত

শয়ন কৰি আছে। লিগিৰাইঁতক কলোঁ "শীঘ্ৰে জগা, ও কুঞ্জৰীও শয়নেতে আছে।" আমি বিৰক্ত হৈ তাগাদা কৰাতে, উঠি শৌচ কৰিব গ'ল এবং ন'টা বাজি গ'ল। তাতে তাগাদা কৰি থাকাতে দশ বাজিবৰ সময় হ'ল। মঞি নাৰায়ণ লিগিৰাত কলোঁ "তহঁতে কুঞ্জৰীক খড়খড়িত তোলাই লৈ আহ, মঞি কাছাৰী যাওঁ। মঞি হাচ্‌মত জমাদাৰত কৈছোঁ, ৰাণীক ভিতৰলৈ মেমসাহেবৰ পাশ সোমাই দিব ॥" ৩১১ ॥

মঞি যুৱৰাজাৰ ঘৰ হৈতে কাছাৰী যোৱা

তদপৰ মঞি বিৰক্ত হৈ কাছাৰী গলোঁ। তেতিয়া দশ বাজি গল। মঞি চেৰস্তাৰ কাগজপত্ৰ চাই কৰ্ম্ম কৰিছোঁ, এনেতে ৰৌলট্ সাহেব উপস্থিত হৱাতে কালেক্টৰিৰ এজলাচ কৰিছোঁ। অনুমান ১১টা বাজিছে, নাৰায়ণ লিগিৰা যাই পাৰ্শে খাড়া হৈ কলে, "কুঞ্জৰী আহিছে, কিন্তু আপুনি নগলে সাক্ষাত নহব।" মঞি ভাবিলোঁ, কি হব! আজি কালেক্টৰি এজলাচ। নগলেও, মেমসাহেব আৰু যুৱৰাজৰ মনকষ্টত পৰিম। এতেকে নগলে নহয়। এই ভাবি সাহেবত কলোঁ, "মোৰ উদৰ মন্দ হৈছে, বাহ্য যাব লাগে। জনাৰ্দ্দন মহৰীয়ে কাগজ শুনাওক, মঞি বাহাৰ পৰা আহোঁ।" এইবুলি গৈ মেম সাহেবৰ তাত সোমালোঁ। তেওঁ চকী পাৰি, অলঙ্কাৰাদি পৰিধান কৰি বহি আছে। কুঞ্জৰী অহা নাই। নাৰায়ণত কলোঁ, "কুঞ্জৰী আহিছে বুলি কলি, কত আহিছে। দাউৰি যা, লৈ আহ।" তাক দাউৰিয়াই পঠালোঁ। তদপৰ, (মেম সাহেব) কলে যে "মঞি ১০॥ বাজাৰ পৰ বাটচাই আছোঁ। এতিয়া ১১টা বাজি গ'ল, বাৰ বাজে। মঞি কাৰবাৰ চাকৰাণী নেকি, আহিব আহিব বুলি বাট চাই থাকিম ?" মঞি কলো "আপুনি বৰ সাহেবৰ ৰাণী আৰু পদ্মৰেখা ৰাণীও ৰাণী। ৰাজ-ৰাজৱানেৰ কথাই বেলেগ। সিবিলাক, খাওঁতে-বঞোতে দিন যায়। অভ্যাস এৰিব ? কদাপি নেৰে। যদি আপুনি খং কৰি দেখা নিদিয়ে,

কমিচনৰ মেম বাট চাই থাকা

পদ্মৰেখা ৰাণী বৰ সাহেবৰ মেম পাশ যোৱা

তবে মঞি আপোনাৰ আৰু যুবৰাজ, তেওঁৰ ৰাণীৰ, খঙ্গত পৰিম। এতেকে মোক প্ৰতি অনুগ্ৰহ ৰাখি কিছো অপেক্ষা কৰোক। মঞি চাওঁগৈ আহিছেনে নাই।" এইবুলি ৰাজবাটলৈ বেগ দি আহি দেখিলোঁ, সদৰামীনৰ ঘৰৰ আলিৰ পৰা পশ্চিম মুখে খড়খড়ি দ্ৰুত বেগে আহিছে। ওচৰ চপাতে মঞি মেমসাহেবত কলোঁ "আহিছে, আপুনি ভালকৈ বৈঠক কৰোক" ॥ ৩১২ ॥

কমিচনৰ সাহেবৰ মেম সহিত ৰাণীৰ সাক্ষাত

ইতিমধ্যে খড়খড়ি ও লিগিৰী-লিগিৰাইঁত সহিতে ৰাণী উপস্থিত হৱাতে, মঞি খডখডিৰ পৰা নমাই বাঙ্গালাত তোলিনি, পশ্চিম ফালে কোঠাৰ পৰ্দ্দা দাঙ্গি কোঞৰী ও নাগিনী আইটীক ভিতৰ সোমাই দিলো। ও সোণৰে বন্ধোৱা হোকা ভিতৰলৈ নিবৰ ধৰিছিল। মঞি হাবৃদি ফিৰাই আনিলোঁ। এবং কমিচনৰ সাহেব কাছাৰীত গৈছিল। লা-লিগিৰী ও লিগিৰাইঁতে ইপিনে-সিপিনে বাঙ্গালাৰ বস্তুবাৰী চাই পিত্‌পিত্‌ কৰি ফুৰিব ধৰিলে। মোৰ ভয় লাগিল, কিবা ইহঁতে চোৰ কৰিব, পাচে এটা বদনাম হব। এইবুলি, হাচ্‌মত জমাদাৰ ও চাপৰাছি-ইঁতক নজৰ দিবৰ বলো। আৰো মঞি নিজে দৃষ্টি কৰি আছিলো ॥ ৩১৩ ॥

ৰাণী দেখাহৈ অহা

তদপৰ কিয়ৎক্ষণপৰ, ৰাণী মেমসাহেব সহিতে দেখা-সাক্ষাৎ হৈ বাহিৰ হৈ অহাতে খডখডিত তোলি লা-লিগিৰী সহিতে পঠাই দিলোঁ। মঞো কাছাৰীত গৈ, অন্তে, কাছাৰী বৰখাস্ত কৰি যুবৰাজ পাশ যাই সকলো কলোঁ। বৰ সন্তোষ হ'ল। ও ৰাণীৰ পাশ যাই, যেনেকৈ প্ৰীতি ৰব, তাকে বুজাই কৈ উত্তৰ গোহাটী ঘৰে আহিলোঁ ॥ ৩১৪ ॥

ৰুদ্ৰনাথ গগৈ ও উমা চৌধাৰী মোৰ চিঠি মতে গোহাটী অহা

কন্দৰ্পেশ্বৰ ৰাজা উজনি যোৰহাটতে আছিল। ও তেওঁৰ সঙ্গে মাধৱৰাম ৰাজখোৱাৰ পুতেক ৰুদ্ৰনাথ গগৈ, উমা চৌধাৰী গৈছিল। ইতিমধ্যে ৰুদ্ৰনাথ 'গগৈৰ বুড়ী মাক মৃত হোৱাত, সিহঁতৰ ঘৰৰ কোৱামতে, ৰুদ্ৰনাথ গগৈ শীঘ্ৰে আহিবৰ

লিখাতে গোহাটী আহিল। সেই লগতে উমা চৌধাৰীও আহিল ॥ ৩১৫ ॥

## (২) চিপাহী বিদ্ৰোহত মণিৰাম আদি।

মণিৰাম কলিকাতাত কিছোদিন আছিল। এনেতে, চিপাহী সকল চাম্‌ৰা টোটা দাঁতেৰে কাটিবৰ, তৈয়াৰ কৰি দিয়াতে, সকলোৱে 'জাত ধ্বংস কৰিমনে' এইবুলি ইংৰেজ ঘৰৰ কাম এৰি, থানে থানে চিঠি লিখি দলাদলি হ'ল। এনেতে সৌৰাষ্ট্ৰ-দেশৰ নানাসাহেব নামক একজন বিদ্ৰোহী হৈ, ঐ সকল চিপাহীসকলৰ সহিত একগাথা হৈ, জেলায় জেলায়, হঠাতে সাহেব লোকক যেই য'তে পাই, মাৰিব ধৰিলে। এবং খাজানা-খানা লুট কৰিব ধৰিলে। ইতিমধ্যে মণিৰাম ভাঠীৰ কোন ৰাজা জমিদাৰৰ নামে, আৰু উজানৰ—কন্দৰ্পেশ্বৰ ৰাজাৰ নামে চিঠি লিখিছিল। সেই চিঠি ধৰা পৰাতে মণিৰামক ধৰি কলিকাতায় কয়েদ কৰিলে ॥ ৩১৬ ॥

চিপাহী বিগৰা

মণিৰাম কয়েদ

সেই সময় সকলখানে বিদ্ৰোহ হৈ তোলপাৰ লাগিল। উজানে হালিডে সাহেব ডিপুটী কমিচনৰ ও হৰনাথ পৰ্ব্বতীয়া বৰুৱা দাৰোগা হৈ কন্দৰ্পেশ্বৰ ৰাজা ও মৰঙ্গখোৱা গোহাঞী, ৰাম বেজবৰুৱাৰ পুতেক পিয়ালি শৰ্ম্মাক ধৰি কয়েদ পূৰ্ব্বক, কন্দৰ্পেশ্বৰ ৰাজাৰ ঘৰ ক্ৰোক কৰি সৰ্ব্বস্ব সৰকাৰ ঘৰে নি, কন্দৰ্পেশ্বৰ ৰাজা প্ৰভিতিক, কলিকাতায় জাহাজ দ্বাৰা পঠালে। আৰু সেই সময় মাজেষ্টৰ সাহেবসকলক বিদ্ৰোহী লোকক ফাঁচী দিবৰ আইন জাৰি কৰিলে। এগ্‌লো সাহেব গোৱাল-পাৰাত মেজেষ্টৰ হৈ দুই-তিনিজন লোকক ফাঁচী দিয়া শুনা গৈছিল ॥ ৩১৭ ॥

বিদ্ৰোহত কন্দৰ্পেশ্বৰ ৰাজা প্ৰভিতিক কয়েদ কৰি কলিকাতা পঠালে

অৱশেষে শিবপুৰ জেলাৰ দুতীৰাম ফৌজদাৰীৰ চেৰস্তাদাৰ বিদ্ৰোহী ব্যাপাৰে কয়েদ হৈ কলিকাতায় চালান হ'ল। এনে

দূতীৰাম চেৰস্তাদাৰ কয়েদ ও কলিকাতায় চালান

সময়তে জিন্‌কিঞ্চন কমিচনৰ সাহেব সহিত মঞি বহি থকাতে সাহেব মোত কলে "আজি দূতীৰাম চেৰস্তাদাৰ ভাঠী চালান হ'ল। ই বৰ আচৰ্য্য, দূতীৰামো গ্ৰেপ্তাৰ হ'ল।" তাতে মঞি কলোঁ "দূতীৰাম বৰ সম্পৰ্ক নহয়। এতিয়া ইংৰেজ ঘৰৰ ফৌজদাৰীৰ চেৰস্তাদাৰ, ৬০৲ টাকা দৰমহা পায়, তেওঁ অন্যথা কৰা বোধ নহয়।" এবং সাহেব শলাগি থাকিল। কিন্তু তাৰে পৰা সকলোৰে আশঙ্কা হল। সে যাহক, সেই সময় জেলায় জেলায়, নানা গোল। যেয়ে যতে পায়, যাৰ সমন্ধি যাৰ কিছো আখেজ, বিদ্ৰোহী চামিল কৰি দিয়ে। ও জেলায় জেলায় সাহেবলোক বন্দুক ধৰি চহৰত ৰাত্ৰি পহৰা দিয়ে। আমাৰ গোহাটীত্তো, ৰোলট্ সাহেব বন্দুক লবৰ ও নিজ শৰীৰ ৰক্ষাৰ জন্যে, সাবধানে থকা কৈছিল। মঞি বন্দুক ধৰিব নহল। কেফায়ৎউল্লা সদৰামীন ও * মুন্সী বন্দুক লৈ পহৰা দিছিল। ও ৰোলট্ সাহেব ছদ্মবেশে তামাম ৰাতি ফুৰিছিল। ও ঘনকান্ত যুবৰাজৰ ঘৰেও গৈছিল, একো গোলমাল নাপালে ॥ ৩১৮ ॥

গোহাটীত সাহেব লোক বন্দুক লোৱা

তদপৰ বিদ্ৰোহী ব্যাপাৰসকল জেলায় জেলায় হৈ, নানা-সাহেব অনেক অন্যায কৰি সাহেব-বিবি সকলক মাৰিলে। আৰো থানে থানে খাজানা লুট হব ধৰিলে। পৰে পাতিয়ালা ৰাজা ও শিখ চিপাহীৰ সাহায্যে আৰো লণ্ডনৰ পৰা গোড়া চিপাহী অহাতে, কিছো লোকক ধৰি কয়েদ ফাঁচী দিয়াতে, ও নানাসাহেব পলায়ন কৰাতে, কিছো দমন হল। এবং মণিৰাম ও পিয়ালি শৰ্ম্মাক উজনিলৈ নি, ফাচী দিলে। ও মৰঙ্গখোৱা গোহাঞী ও দূতীৰাম চেৰস্তাদাৰক কালাপানী দিলে। ও গবৰ্ণৰ জানৰেল কেনিং বাহাদুৰ কন্দৰ্পেশ্বৰ ৰাজাক অলপ বয়স বুলি খালাছ দি ক্ৰোকি দ্ৰব্যসকল নিয়া ওৱাপোছ দিলে। এবং তেওঁ খালাচ হৈ কলিকাতায় থাকিল ॥ ৩১৯ ॥

মণিৰাম ও পিয়ালিক ফাঁচী দিয়া

কন্দৰ্পেশ্বৰ খালাছ পোৱা

এবং কন্দৰ্পেশ্বৰ ৰাজাৰ মাক লক্ষ্মীপ্ৰিয়া ও ৰাণী কমলাপ্ৰিয়া

গোহাটী আহি উগ্রতাৰায় ঘৰ কৰি থাকিল। তাতে ঘৰ পোৰাতে পুনৰ গোপীকান্ত বৰুৱা সাহায্য কৰি ঘৰ তোলাই দিলে। ও কন্দৰ্পেশ্বৰৰ ভ্ৰাতা একজন স্থানতে মৃত হল। তদপৰ মাধৰাম ৰাজখোৱাৰ মাটি এক খণ্ড, তৎপুত্ৰ ৰুদ্ৰনাথ গগৈ দিয়াতে, আলিৰ পূব কাখত কমলাপ্ৰিয়া ৰাণী সহিত থাকিল। তেতিয়া সৰু একটী কন্যা আছিল ॥ ৩২০ ॥ কন্দৰ্পেশ্বৰৰ মাক ও ৰাণীগোহাটী অহা

## (৩) মঞ্জি আলি ও পুল তৈয়াৰ কৰা।

তদপৰ এই সনে আমাকে ৰৌলট্ সাহেব, ইস্তক সিন্দুৰী ঘোপা নাগায়েদ অশ্বক্ৰান্তক, সড়গ তৈয়াৰ কৰিব হুকুম দিয়াতে, ইস্তক অগ্ৰায়ণ মাহ নাগায়েদ মাৰ্চ্চ মাহতক, কুলিৰ দ্বাৰা সড়গ তৈয়াৰ কৰি, ঘোৰাজানৰ পুল তৈয়াৰ কৰিলো। আৰো ইস্তক ৰজাদুৱাৰ নাগায়েদ কিলিং (তিলিং) গাঞৰ ঘোৰা-জানতক, চহৰৰ সড়গ তৈয়াৰ ও নতুন ৰাস্তা বাহিৰ কৰি দি, শ্ৰীযুত ৰৌলট্ সাহেব সহিত হাতীৰে যাই, উত্তৰ গোহাটীৰ উত্তৰ ফালে গড়কে সীমা নিৰ্দ্ধাৰ্য্য কৰিলোঁ ॥ ৩২১ ॥ ইস্তক সিন্দুৰী ঘোপা সড়গ তৈয়াৰ কৰা উত্তৰ গোহাটী চহৰৰ সড়গ তৈয়াৰ কৰা

## তৃতীয় অধ্যায় ( ক্ৰমশঃ )

(খ) ১৭৭৯ শক। ১২৬৪ সন। ১৮৫৭-৫৮ ইং

### ১। পৰগণা পেয়াল ও বন্দবস্ত।

এই সনেও জিন্‌কিঞ্চন্ কমিচনৰ সাহেব ও বিচ্ ডিপুটী অথচ জুডিচীল কমিচনৰ ও ৰৌলট্ ডিপুটী কমিচনৰ বা কালেক্টৰ আছিল। মঞ্জি চেৰস্তাদাৰ ॥ ৩২২ ॥

পেযাল ও বন্দবস্ত

চৌধাৰীসকলে পেয়াল কৰি কাগজ দাখিল কৰাতে পূৰ্ব্বোক্ত কাগজ সহিত্ত, কমী-বেচি, মৌজামৌজা, কানুনগো দ্বাৰা কৰাই, কি কাৰণ কমী হয়, তদ্বিষয়েৰ পেয়াল তদন্ত হয়। অথবা আমীন তএনাত হয়। বেচি মাটি বাহেৰ হলে, আমীনৰ খৰচা চৌধাৰী পাশ আদায় হয়। বাহেৰ নহলে পেয়ালী কাগজ মঞ্জৰ হৈ জমাবন্দী তৈয়াৰ হয। তদপৰ অথচ গত সনৰ নিৰিখ মতে জমাবন্দী হয়। তাতে কমিচন বাদ ও সাৰা জমা স্থিৰ হয়। এবং পূৰ্ব্বোক্ত ম্যাদ গতে পুনৰায় ৩।৫।১০ সনা ম্যাদে বন্দবস্ত হয়। ও কবুলিয়ৎ লৈ সনন্দ তৈয়াৰ কৰি দিয়া হয় ॥ ৩২৩ ॥

### ২। ঘনকান্ত যুবৰাজক যুক্তি দিয়া।

ঘনকান্তসিংহ যুবৰাজ মোত, সৰ্ব্বপ্ৰকাৰ ভাৰসা কৰিছিল যে "কমিচনৰ সাহেবত কৈ মোৰ ভাল কৰিব।" আৰু মণিৰাম যে আপুনি নষ্ট হল ও লোকজনকো নষ্ট কৰিলে, তাকো তেওঁ জানি, সম্পূৰ্ণ মতে মোক বিশ্বাস কৰিলে। এবং মঞো যুব-ৰাজৰ যাতে ভাল হয়, তাকেহে চিন্তোঁ। এবং তেওঁৰ ঘৰ-বাৰী সকলোৰে তদাৰক ও তালাপী ও খৰচ-পত্ৰ আদিৰো, মোৰ পৰ

ভাৰ, অৰ্পণ কৰিব খুজি, কৈছিল। মঞি সৰকাৰ ঘৰৰ কৰ্ম্মত আছোঁ, অবজৰ নাপাওঁ বুলি স্বীকাৰ নকৰিলোঁ। কিন্তু মঞি দিহা যুক্তি দিব পাৰোঁ। সেইমত চলিলে দেৱতাৰ ভাল হব পাৰিব এমত কলোঁ ॥ ৩২৪ ॥ যুৱৰাজ ঘৰৰ সকল ভাৰ অৰ্পণ কৰিব খোজা

যুৱৰাজ দেৱতা কিছো মন দুখ কৰি কলে "কৃষ্ণৰাম বৰুৱা প্ৰভিতি মোৰ ঘৰত চৰ্দ্দাৰি কৰ্ম্ম কৰি গৈছে। এতিয়া আপুনি কিছো চৰম কৰে হবলা।" মঞি কলো "চৰম নকৰো, মোৰ সৰ্‌কাৰী কৰ্ম্মত অবজৰ নাই, তথাপি দেৱতাৰ বাক্যমত মঞি ভাল যুক্তি দিব পাৰো। সেই মত আচৰণ কৰিলে ভাল হব। আৰু ৮।১০ দিন অন্তৰে আহি বুজ বিচাৰ কৰি যাব পাৰোঁ। নতু মঞি লিপ্ত হৈ সৰ্ব্বদা যাতায়াত কৰি থাকি কৰ্ম্ম কৰাব নোৱাৰোঁ।" মোৰ মতলব এই, লিপ্ত হৈ কৰ্ম্ম নকৰোঁ। দিহা যুক্তি দিম ॥ ৩২৫ ॥

যুৱৰাজে কলে "ভাল কি যুক্তি দিয়ে দিয়ক।" "আদৌ", মঞি কলো "বহী এটি কৰি পেনচিন আদি জমা ও যি খোৱা-বোৱা ও চাকৰ আদিক দিয়া যায়, তাক খৰচ লিখিব। সেই নিয়মত হৈছে কি, নাই, মঞি ১০।১৫ দিন অন্তৰে দেখিম।" এইমত কোৱাতে, আনন্দৰাম হাজৰিকা মহৰীক আনি সেইমত বহী কৰি লিখিব দিলে। যুক্তি দিয়া

দ্বিতীয়ত, লা-লিগিৰী অধিক কি কাম ? আৱশ্যক যি লাগে, তাকে ৰাখি দৰমহাৰ নিয়ত কৰি দিলোঁ।

তৃতীয়ত, চিপাহী অধিক কিয় লাগিছে। পাঁচজন চিপাহী হলেই যথেষ্ট হব। তাৰো যাক যাক ৰাখিব, নিবন্ধ কৰি দিলো।

চতুৰ্থ, একজন ভঁৰালীৰ কি কাম। সেই শুকুৰা ভঁৰালীক লিগিৰা বাবদ ৰখা যাওক। আৰো ভঁৰালৰ সকল দ্ৰব্যৰ এটি বহি কৰি, তাতে যি যি দ্ৰব্য ও অলঙ্কাৰ আদি লিখি ভণ্ডাৰৰ পেডাত বহীটি থাকিব। ও ভঁৰালৰ সঁচাৰ কুঞ্ৰীৰ হাতত

থাকিব। যেতিয়া পকী খোলাৰ আৱশ্যক হয়, কোঞৰী যাই, আগত থাকি শুকুৰা হাতত চাবি দিব। সি খোলি আৱশ্যকমত দ্ৰব্য উলিয়াই বন্দপূৰ্ব্বক, তেতিয়াই চাবি কোঞৰীৰ হাতত দিব। ও পুনৰ্ব্বাৰ সোমোৱাৰ আৱশ্যক হলে, সেইমত কোঞৰী আগত থাকি, থোৱাই, চাবিদ্বাৰা বন্দ কৰাই চাবি হাতকৈ লব।" যুবৰাজে স্বীকাৰ পোৱাতে সেইমত কৰা হ'ল॥ ৩২৬॥

ভঁৰালীৰ আৱশ্যক নথকা

তদপৰ মঞি মাজে মাজে যাই জমা-খৰচ বহী চাই—যুবৰাজ ও পদ্মৰেখা ৰাণীক দেখা দি আহোঁ। ও কমিচনৰ সাহেবেৰ মেমে ওলা-মিছিৰী, শাক তৰকাৰী, মাজে মাজে পঠাব ধৰিলে। ও মঞো ৰাণীৰ দ্বাৰা মাজে মাজে ওলা-মিছিৰী পঠাই দিয়া যায়। আৰু একদিন মেমৰ পাশ যাবৰ কথা কৈছিলো। যাম বুলি, যাবৰ নহল॥ ৩২৭॥

মধ্যে মধ্যে মঞি তদাৰক কৰা

## ৩। যুবৰাজৰ হকে কমিচনৰ সাহেব ও মেমক কোৱা।

মঞি কমিচনৰ সাহেব আৰো তেওঁৰ মেম, বেগম পাশ, মাজে মাজে যাওঁ। একদিন মেমসাহেবত কলোঁ "যুবৰাজৰ ৰাণী আপুনাৰ পাশ অহাৰ তাৎপৰ্য্য এই,—আপুনি আজেণ্ট নৱাব গবৰ্ণৰৰ ৰাণী। ইচ্ছা কৰিলে, কি কৰ্ম্ম কৰিব নোৱাৰে। তেওঁলোকৰ পিতা ও পিতামহসকল আসাম দেশত ৰাজত্বি কৰিছিল। এতিয়া একো নাই। কেৱল ৪৬০৲ টাকা পেনচিন্ মাত্ৰ পায়, খৰচা নোজোৰে। চাৰি পাঁচ হাজাৰ টাকাৰ ধাৰ হৈছে, এতেকে আপুনি অনুগ্ৰহ কৰি, সাহেবত কৈ এক জেলা বা কয়েক মৌজা দি ৰাজাক ৰক্ষা কৰিলে আপুনাৰ নাম ও যশস্যা থাকে।" মেমসাহেবে কলে "তোমি সাহেবত কবা।" মঞি কলোঁ "মঞি সাহেবত কম, কিন্তু আপুনাতহে ভাৰসা।" মেমসাহেব কলে "বাৰু, আগে তোমি কবা, পাচে মঞি কম॥" ৩২৮॥

যুবৰাজৰ কথা কোৱা

তদপৰ একদিন কমিচনৰ সাহেব সহিত অনন্ত কথা-বাৰ্ত্তা হৈ থাকোঁ। এনেতে ঘনকান্ত যুবৰাজৰ কথা উলিয়াই কৌশলতে কলোঁ "তেওঁৰ প্ৰবৰ্ত্তনৰ উপায় নাই। ৪৬০৲ টকা পেনচিন্ পায়, খৰচে নোজোৰে, চাৰি পাঁচ হাজাৰ টকাৰ ধাৰ হল। আপুনি উপায় নকৰিলে ৰক্ষা নাই। পূৰ্ব্বে ৰাবট্চন কমিচনৰ এক ৰেপট কৰি, এই উজনি খণ্ড, পুৰন্দৰ ৰাজাক লালবন্দী কৰি দিলে। এতিয়াও আপুনি এক জেলা বা কয়েক মৌজা দিলে, ধাৰ-ঋণ নোহোৱাকৈ প্ৰবৰ্ত্তি থাকিব পাৰে।" তাতে কমিচনৰ সাহেব হাঁহি কলে "আজিকালি সদৰৱালা বৰ চৈতানমত হৈছে। তথাপি মঞি এক উপায় কৰিম। কিছোদিন চবুৰ থাকক।" এমত কলে। তদপৰ মেমসাহেব পাশ যাই এতৎ বৃত্তান্ত কৈলে "মঞি সাহেবত কম। এতিয়া বাৰু যোৱাগৈ" বুলি বিদায় দিয়াতে আহি, যুবৰাজ পাশ যাই, সকলো, এবং কমিচনৰ সাহেব পাশ, কেৱল সাক্ষাত হবৰ যাবৰ কলোঁ, ও গৈছিল, মোত কৈছিল ॥ ৩২৯ ॥ যুবৰাজৰ কথা কমিচনৰ সাহেবত কোৱা

এই সনৰ আষাড মাহৰ ২৮ দিন যোৱাতে শনিবাৰে, আমাৰ সৰু ধৈণী শ্ৰীমতী গেঞ্চৌ ওৰফে গুলঞ্চীৰ পুত্ৰ এটি হল। নামাকৰণে শ্ৰীধৰ্ম্মকান্ত নাম হয় ॥ ৩৩০ ॥ মোৰ পুত্ৰ হোৱা

৪। ৰাণী পদ্মৰেখা ও ঘনকান্ত যুবৰাজ সংবাদ।

ঘনকান্তসিংহ আৰু তেওঁৰ ৰাণী, আমাক বৰ ভাল পাইছিল। এবং সকল কথা আমাত পেট ভাঙ্গি কয়। যুবৰাজৰ ভাল একজনী নাচনিয়াৰ আছিল। যুবৰাজে তেওঁক বৰ ভাল পাই, চমুৱা কুৱৰী নাম দি, সোণৰ খাৰু, পটি-দোলা দিবৰ মনকৰি, দেৱৰৰ বৰদলৈত সুধিছিল। তেওঁ অনুমতি দিয়াতে যুবৰাজে দিবৰ মন কৰিছিল।* এই কথা পদ্মৰেখা ৰাণীয়ে শুনি মোত কলে, "তাই মোৰ সহিত এনেই পীড়া-পীডি কৰে। একজনী নাচনিয়াৰৰ কথা

তাতে সোণৰ খাৰু, পটি দোলা দিলে, মোক মানিবনে ? এতেকে আপুনি, তাই চমুৱা কুৱৰী ও দোলা-খাৰু নোপোৱা কৰি দিয়ক" অগত্যা কৰি ধৰি কলে ॥ ৩৩১ ॥

তদপৰ, মঞি একদিন যুবৰাজ দেৱতাত সুধিলোঁ। তাতে যুবৰাজে কলে "হয়"। তদুত্তৰে মঞি কলোঁ "দেৱতা, এতিয়ালৈকে আপনাৰ কুস্বভাব পৰিবৰ্ত্তন নহল। আপোনাৰ কি ৰাজত্বি আছে ? আৰো বা কি যুবৰাজ। ৭৬০৲ টাকা প্ৰবৰ্ত্তনৰ হেতু পেনচিন্ মাত্ৰ পায়। ইহাতে চমুৱা কোঞৱী, কি বিষয়া পতাৰ, কি এক্তাৰ আছে। লোকজনে শুনি হাঁহিব। আৰু আপোনাৰ ঘৰত আপুনি কন্দল লগাবৰ কি কাম ? এতেকে দেৱতা, যদি মোৰ কথা শুনে, সেইটি কৰ্ম্ম কৰিবৰ ক্ষান্ত থাকক। এবং নাচনিয়াৰক এনেই যি স্নেহ-মৰ্ম্ম কৰে, কৰোক।" এই বুলিকোৱাত ক্ষান্ত থাকিল ॥ ৩৩২ ॥

কোঞৱী নপতা

ৰাণী, মোৰ কথামতে, যুবৰাজ মৰমৰ নাচনীয়ানীক কোঞৱী নপতা নিশ্চয় জানি, বৰ প্ৰীত হল। এবং যুবৰাজ দেৱতা আৰু পদ্মৰেখা ৰাণীৰ আগত যদি, কোনোজনে কিঞ্চিৎমাত্ৰ বিষম কথা কব খোজে, পূৰ্ব্বাৰ্থে তাৰ বিহিত সম্বোধন দিয়ে। অথচ, মোৰ যেনে স্বভাৱ ও গধূৰ-গম্ভীৰতা গুণ, প্ৰকাশ কৰে, ও অন্য লোকসকলৰ মুখে, ও ৰাজদ্বাৰেও নিজ শৰীৰৰ যশস্বিন কথা শুনিলে বৰ প্ৰীত, আনন্দ হয় ॥ ৩৩৩ ॥

নাচনীয়ানী কোঞৱী নাহোৱা

কোন সময় যুবৰাজৰ কাখত মঞি বহি নানা ৰকম কথাবাৰ্ত্তা হৈ থাকোঁ। তদপৰ ৰাণীৰ পাশ ভিতৰে গলে গোটা তামুল-পাণ দিয়ে। ৰবিচন্দ্ৰ বৰুৱাই কাটি দিয়ে অথবা নিজে কাটি খাওঁ। ও ধঁপাত খাবলৈ সৰু হোকা এটি অনাই দিয়ে। খাই-বৈ ৰাণীত বিদায় হৈ, পুনঃ যুবৰাজৰ কাখত বহি কথা-বাৰ্ত্তা হৈ আছোঁ। ৰাতি কি দিন এই দস্তুৰে যাওঁ আছোঁ। ইহাতো যুবৰাজ বৰ প্ৰীত হয়, বোধ কৰোঁ ॥ ৩৩৪ ॥

মঞি যুবৰাজ ঘৰে যোৱা

## ৫। যুবৰাজৰ আমালৈ বিশ্বাস ও মৰম।

আৰো কোন কোন সময়, দিনতে যুবৰাজ পাশ মঞি কথাবাৰ্ত্তা হৈ বহি থাকোঁ। তাতে ফুলৰ চাকি বা কেতেকী ফুল থাকে। মোৰ হাতত নিজে তোলি 'ঘৈণীক দিয়কগৈ' বুলি কোৱাতে, দেৱতাই দি পঠাইছে বুলি, ৰাণীৰ হাতত দিওঁ। তাৰপৰ কথাবাৰ্ত্তা হৈ পুনৰ যুবৰাজৰ কাখত বহি, কথাবাৰ্ত্তা হৈ বিদায় হঞি আহোঁ। আৰু যুবৰাজ দেৱতা ৰাণীৰ দ্বাৰা মেজাঙ্কৰি চুৰিয়া ও হাতী দাঁতৰ ফণি ও কাকৈ ও দস্তানা, নাৰায়ণ লিগিৰাৰ দ্বাৰা পঠাই দিয়ে। ও যোগানৰ ম'হৰ গাখীৰো তিনদিন পাঁচদিন অন্তৰে পঠাই দিয়ে। ও যুবৰাজে কয় "তোমিও আমাক দ্ৰব্যজাত দিছা, ও আমিও দিব লাগে, তেহে প্ৰীতি থাকে" এইদৰে প্ৰীতি আহ্লাদে আছিলোঁ ॥ ৩৩৫ ॥

ৰাণীৰ হাতত ফুল দিয়া

মোক দ্ৰব্য দিয়া

## ৬। ঘনকান্ত যুবৰাজৰ অন্তিম কাল।

যুবৰাজ দেৱতাৰ শৰীৰ, বৃদ্ধি পাব ধৰিলে। আৰো এলাহ, —সৰ্ব্বদা বহি শুই থাকিব খোজে। মঞি, কঠিনমতে আহাৰ কৰা ও টোলৰ ভিতৰতে ভাঠী বেলা ভ্ৰমণ কৰাৰ কথা কওঁ। ও ঘৃত ৰুটী পুৰী, তেলাল মাছ খাবৰ নিষেধ কৰি থাকোঁ। একদিন মোৰ আগত কলে যে, "মোৰ অণ্ডকোষৰ কাষতে চাৰি পাঁচটামান খৰুৱা বেঙ্গেনামত উঠিছে। চেপি দিলে মাখনৰ মত বাহেৰ হয়।" তাতে মঞি বুজিলো, এওঁৰ মেদ্‌ৰোগৰ এই উপসৰ্গ হৈছে। যুবৰাজক কলোঁ "যি হৈছে হওক, চেপি নিদিব।" এবং নাৰায়ণ কটকীক মাতি কলোঁ "দেৱতাক বুজি কষায়ণ দৰপ সেৱন কৰা।" তদপৰি মঞি কথাবাৰ্ত্তা হৈ বিদায় হৈ আহিলো ॥ ৩৩৬ ॥

যুবৰাজৰ শৰীৰ পীড়া

তদপৰ দুই কি তিনদিন পৰে, মঞি যুবৰাজ পাশ গলোঁ। তাতে কলে যে "বিচিত (অণ্ডকোষত) বেঙ্গেনাৰ নিচিনা

হৈছিল বুলি আপোনাত কৈছিলোঁ। তাৰে এটাত এলাহি বকচ্ ডাক্তৰত কৈ মলম লগাই দিয়াতে সেইটো লোপ পালে। তদবধি মোৰ শৰীৰ জ্বালা হৈছে।" মঞি কলোঁ "দেৱতা মুস্থধি এই কৰ্ম্ম কৰিলে। ভাল নহল।" যাহক, কটকীক মাতি আনি শান্ত দৰপ খুৱাবৰ কথা কৈ, ভিতৰে গৈ ৰাণীত কলোঁ। তাতে ৰবিচন্দ্ৰ বৰুৱাও আছিল। কৈ, মঞি আহিলোঁ, নিশি চাৰিদণ্ডমান হৈছিল ॥ ৩৩৭ ॥

এলাহি বকচ্ ডাক্তৰ মলম দিয়া

পৰদিন কাছাৰী গৈ, অন্তে গোহাটীৰ ঘৰত জল খাই যুবৰাজ পাশ গলোঁ। দেৱতা বৈঠকখানা ঘৰৰ মাজৰ কোঠাত শয়ন কৰি আছে। কাখতে বহি দোঁতা দোঁতা বুলি মতাতে বাগৰ দি মোৰফাল্কে মুখ কৰি ক'লে যে "মোৰ শৰীৰটো বৰ জ্বালা কৰিছে।" মঞি গাত হাত দি চালো যে, শৰীৰটো চেঁচা পালোঁ। এবং হাত চোৱাতে নাড়ি কিছো বিষম হেন পালোঁ। তদপৰ পকী-বাঙ্গালাৰ ঘৰৰ ভিতৰ ৰাণী পাশ যাই কলোঁ "আজি দেৱতাৰ গা বঞা, ঔষধপাতি খুৱাব লাগিল।" তাতে ৰবিচন্দ্ৰ বৰুৱা বহি আছিল। ৰাণীয়ে কলে "বেৱস্থা কৰি ঔষধ খুৱাব লাগিল।" পাচে বৰুৱাই জপাৰ পৰা ঔষধ উলিয়াই কিস্তি সহিতে খুৱাবলৈ, লৈ গল। তদপৰ মঞি কোঞৰীত বিদায় হৈ ভিতৰৰ পৰা আহি যুবৰাজ কাখতে বহিলোঁ। তেতিয়া যুবৰাজ বহি ঔষধ খাই, মুখ ধুইছে। আন্দাজ, ৰাত্ৰি ছয় দণ্ড-মান হৈছে, এনেতে মঞি গোহাটীৰ ঘৰে আহি, ৰান্ধি, ভাত খাই শয়ন কৰি থাকিলোঁ ॥ ৩৩৮ ॥

যুবৰাজ ঔষধ খোৱা

এবং ভাদ্ৰমাহ, তেতিয়া মোৰ লগত উপনৈ (১) ( উপেন ) শৰ্ম্মা ব্ৰাহ্মণ আছিল। তেওঁ প্ৰাতসে উঠি ব্ৰহ্মপুত্ৰত স্নান কৰি গৈছে, এনেতে মঞি উঠি মুখ ধুব ধৰিছোঁ। ঐ ব্ৰাহ্মণে কলে

টোকা—(১) উপনৈ = ধেমেলীয়া উপ-নাম।

"যুবৰাজ ৰাতি মৰিল, নদীৰ কাখতে ধৰি দিব ধৰিছে।" মঞি শুনি "কি ক বামোণ, আচৰ্য্য কথা।" বামোণে কলে "দৌতা মঞি সঁচা কথা কৈছোঁ।" তদপৰ মঞি দ্রুত বেগে গৈ পোন সডগ পোৱাতে দেখিলোঁ, বাটঘৰৰ সম্মুখে গৰাত অগ্নি জ্বলিব লাগিছে। তদপৰ কোঞৰী পাশ গলোঁ যে বাঙ্গালাৰ বাৰাণ্ডাত বহি ৰোদন কৰি আছে। মঞি সোধাতে কব ধৰিছে। ভাদ্ৰমাহ ॥ ৩৩৯ ॥ যুবৰাজ ফৌত হোৱা খবৰ

ৰাণীয়ে কলে "আপুনি যোৱাৰ পৰে দেৱতা সন্ধ্যা কৰিবৰ কাৰণে গোসাঞী ঘৰে যাই আহিব খোজাত, দেৱতা খোজ কঢ়াত হালি যায়। মঞি দেখি লিগিৰাইঁতক, ধৰ্ ধৰ্ বুলি কোৱাতে, ধৰি খোজ কঢ়াই বৈঠকখানায় নি বহুৱালে। তাতে মঞি চাওঁ যে হাতভৰি চেঁচা। সোধাত 'পানী ছুই আছোঁ।' সেই হেতু চেঁচা বুলি কোৱাতে মঞি পানৰ টিকিৰা খোৱাব ধৰিছোঁ। তদপৰ দেৱতা শয়ন কৰিলে। এবং অত্যন্ত কফ দেখি, বৰুৱা ৰবিচন্দ্ৰক মাতিব, চিপাহী পঠোৱাতে আহিল। তেতিয়া নিশা দুই প্রহৰমান হৈছিল। তেতিয়া ঔষধ খোৱালে। এবং চাৰিঙ্গ ৰাজাও আহিল। তদপৰ কফ অত্যন্ত বেচি হোৱাতে, বাহিৰে নিয়াতে শৰীৰ এৰিলে।" ইয়াকে কলে ॥ ৩৪০ ॥ যুবৰাজ ফৌত হোৱা বিবৰণ

## ৭। যুবৰাজ স্বৰ্গী হোৱাত।

তদপৰ মঞি ঘৰে গৈ, খাই-বৈ কাছাৰী গলোঁ। এবং ৰৌলট্ সাহেব কাছাৰী উপস্থিত হোৱাতে আমি আমলাগণ ও ফৌজদাৰীৰ চেৰস্তাদাৰ ৰাধামোহন গোসাঞী ও দেৱানীৰ মাধব পেচকাৰ প্ৰভিতি তক্তত উঠি চালাম দিয়াতে, প্ৰথমেই সাহেব মোত সুধিলে "ওৱাল, বড তাজ্জব। ঘনকান্ত যুবৰাজ মৰিল?" মঞি কলোঁ, হয়। এনেতে মাধব পেচকাৰে মিছা কলঙ্ক দিয়া

ইংৰেজীতে কব ধৰিলে যে ৰবিচন্দ্ৰ বৰুৱা যাই জহৰ খোৱাতে মৰি গল। সাহেব মোত সোধাতে মঞি কলোঁ, মিছা, আপন স্থৈল বেমাৰে মৃত্যু হৈছে। তেতিয়া মাধব পেচকাৰে মহা-নীলকণ্ঠ ঔষধৰ নাম লৈছিল। সেই ঔষধ জহৰ (১) নোহোৱা বুলি মঞি কৈছিলোঁ। তথাপি পুনঃ পুনঃ জহৰ খোৱালে বুলি কৈছিল। সাহেবেও মনেৰে ঠিক হেন মানি থাকিল। তদপৰ আমি আপন আপন চেৰস্তায় গলোঁ। সেইদিন শনিবাৰ, গোহাটীত থাকিলোঁ ॥ ৩৪১ ॥

বোলটু সাহেব পাশ যুবৰাজৰ সকল বিবৰণ কোৱা

পৰদিনা মঞি ৰোলটু সাহেবেৰ বাঙ্গালায় যাই উপস্থিত হোৱাতে, প্ৰথমেই মোত সুধিলে "ওৱাল, ঠিকনা হলনে?" মঞি কলোঁ "আপুনি কি ভাবিছে?" সাহেব কলে "ৰবিচন্দ্ৰ জহৰ খোৱাই মাৰিলে।" তাতে মঞি কলোঁ "সাহেব উজনি দেশত এইদৰে মিছা বিদ্ৰোহী ব্যাপাৰ উলিয়াই কয়েক কয়েক মানুহ নষ্ট কৰিলে। আমাৰ ইয়াতো নষ্ট কৰিবৰ মন কৰিছিল। কিন্তু আপুনি ও কমিচনৰ সাহেব সাক্ষাত থকাত, নোৱাৰিলে। এতিয়াও নিশ্চয় জানিব, তেওঁ আপুনাৰ, মেদ বেমাৰত তেল-ফুটি মৰিল।" এবং পূৰ্ব্বৰ পৰা সকল বৃতান্ত ও এলাহি-বকচ্ ডাক্তৰৰ মলম দিয়া আদি সকল কথা কলোঁ। তাতেহে সাহেব নিশ্চয় জানি থাকিল ॥ ৩৪২ ॥

কমিচনৰ সাহেবত বিবৰণ কোৱা

তদপৰ মঞি কমিচনৰ সাহেবেৰ পাশ যাই চালাম দিয়াতে "ওৱাল, বড় তাজ্জব কথা, ঘনকান্ত যুবৰাজ ফৌত হল।" পাচে, মঞি চকীত বহি পূৰ্ব্বৰ পৰা সকল বৃতান্ত ও আপোনাৰ এজেন্টি চেৰস্তাৰ এলাহি বকচ্ ডাক্তৰৰ দ্বাৰা মলম দিয়াতে শৰীৰ জ্বালা হৈ আপোনাৰ মেদ ৰোগে তেল ফুটি মৰিল। অন্য একো কাৰণ নাই। এই সকল কথা কোৱাতে তাকে নিশ্চয় জানি থাকিল ॥ ৩৪৩ ॥

টোকা—(১) জহৰ = বিষ।

এবং তেতিয়া যুবৰাজৰ পুত্ৰ শ্ৰীকেশবকান্ত সৰু নাবালক আছিল, সেহেতু, পদ্মৰেখা ৰাণীয়েই অন্ত্যেষ্টি ক্ৰিয়াদি কৰি কৰ্ম্ম ললে। ও মাসান্তে কৰ্ম্মৰ আয়োজন কৰি, হাতত টকা নাই, অন্য ঠাইত থাৰে নাপাই মোত কোৱাতে, মঞি ঘৰৰ পৰা নি ৪০০৲ টকা বিনাখতে দিলোঁ। এবং কৰ্ম্মৰ দিনা মঞি যাই, আগত থাকি, কৰ্ম্ম কৰাই, মানুহ-দুমুহক খোৱাবৰ তদবিৰ কৰিছিলো। ৰাণীৰ আক্ৰান্তত থাকি মঞি নিজে ব্ৰাহ্মণসকলৰ দক্ষিণা ১৲ ॥০ ।০ একটকা ও আষ্ট আনা, চাৰি আনাকৈ দিছিলোঁ। অৱশেষ ১৫০৲ টাকামান ৰোৱাতে ৰাণীৰ হাতত দিলোঁ। তাতে ৰাণীয়ে হাঁহি কৈছিল "অন্য হোৱা হলে এইখিনি টাকা পোৱা নগল হয়।" ॥ ৩৪৪ ॥ ঘনকান্ত যুবৰাজৰ কৰ্ম্ম

তদপৰ পেনচিনৰ ৰেপট কৰিবৰ সময়, মঞি আগত আছিলোঁ। সেই সময় কমিচনৰ সাহেব মোত কৈছিল "কন্দৰ্পেশ্বৰ ৰাজা ও তেওঁৰ মাক সহিত দন্দেজ। কিজানি ইহঁতৰো কাজিয়া হয়।" তাতে মঞি কলোঁ "সাহেব ইবিলাকৰ মাতা পুত্ৰৰ একো চিন নাই (১), এহেতু ৰাণী তৎপুত্ৰৰ নামে ৰেপট কৰোক। আৰু বাপেক যুবৰাজ আছিল, সেইখিনি খেতাবকো দিয়ক।" সেইমত সদৰে ৰেপট কৰিলে ॥ ৩৪৫ ॥ কেশৱকান্ত সিংহৰ পেনচিন ৰেপট

## ৮। মোৰ প্ৰতি কমিচনৰ সাহেবৰ কুনজৰ নিবাৰণ।

আমি চেৰস্তাদাৰী কৰ্ম্ম কৰি আছিলোঁ। ৰৌলট্ সাহেব আমাৰ কৰ্ম্ম-কাৰ্য্যত নৈপুণ্যতা দেখি বৰ সন্তোষ্ট হৈ একখন বৰ ডাঙৰ থিয়ৈ মানুহটোক দেখা বৰ আৰ্চী ও বাবু-বিলাস নামক এক কেতাপ, ও ভাৰতবৰ্ষৰ ইতিহাস এক, ও ইংৰেজী-বাঙ্গালা ডাঙৰ ডিক্সনাৰী এক কেতাব দিছিল। আৰু সদৰৰ পৰা কৈফিয়তাদি তলব হলে, মোক সুঁধিহে কৈফিয়ৎ লিখে। এবং ৰৌলট্ সাহেব সদৰে চিঠি লিখা

টোকা—(১) ভিন্ন ভাৱ নাই।

চিঠি লিখিও মোক পঢ়ি শুনায়। ও দোষ ধৰিলে, পুনঃ সেইখিনি কাটি, পুনৰ মঞি কোৱা মতে লিখি কেৰাণীক চাফ কৰিব দিয়ে। ও মঞো ৰোলট্ সাহেবৰ যাতে সুখ্যাতি হয়, তাৰেহে চেষ্টা কৰোঁ॥ ৩৪৬॥

মঞি সকলো, লোকজনে ৰটনা কৰা

এই সকল গতিকে, লোকসকলে ৰটিব ধৰিলে আমি যি কৰোঁ সেই। ৰোলট্ সাহেব কেৱল নাম মাত্র। ও চৌধাৰী সকলে কোন কথাত আপীল কৰিলে এবং কমিচনৰ সাহেবৰ বাঙ্গালায় যাই কলেও "মঞি কি কৰিম? হৰকান্ত চেৰস্তাদাৰৰ পাশ কোৱাগৈ।" এমত কয়॥ ৩৪৭॥

আৰু কমিচনৰ সাহেবৰ হুকুমৰ পৰ তেওঁ আপত্তি কৰি বোৰ্ড ৰিবনু (ৰেবিনিউ), ও গৱৰ্ণমেণ্টে ৰেপট কৰে। তাতে কোনোটো, কমিচনৰ সাহেবৰ হুকুম ৰদো হয়। ইতঃপূৰ্ব্বে ঘনকান্ত সিংহ যুবৰাজ হাজো যাব খোজাতে, কমিচনৰ সাহেব ঘৰ-বাসা, ৰচদ দিবৰ অনুজ্ঞা কৰিছিল। ৰোলট্ সাহেব— 'মঞি হুকুম নিদো' বুলি কোৱাত, মঞি আপত্তি কৰি কলো "কমিচনৰ সাহেবৰ হুকুম আপুনি নামানা, যুক্তিযুক্ত নহে। গৱৰ্ণমেণ্টৰ চাকুৰ্লৰ জাৰি আছে যে ওপৰিৱালা হুকুম দিলে, অসঙ্গত হলেও আপন ভাষাতে জনাব। তাতো যদি সেই হুকুম জাৰি কৰিব দিয়ে, অৱহেলে জাৰি কৰিব। এতেকে আপুনি সেই হুকুম নামানিবৰ এক্তাৰ নাই।" এবং প্ৰকাৰ আপত্তি কৰাতো 'মোৰ সহিত তক্ৰাৰ কৰা।' এমতো মোত কৈছিল। এই সকল কাৰণে, কমিচনৰ সাহেব, ৰোলট্ সাহেবৰ প্ৰতি নাৰাজ হ'ল। ও মঞিহে ৰোলট্ সাহেবৰ দ্বাৰা আপত্তি কৰাওঁ, এনেটো বুজিও, মোৰ প্ৰতি নাৰাজ কিছো হ'ল॥ ৩৪৮॥

ৰোলট্ সাহেব পৰ কমিচনৰ সাহেব নাৰাজ হোৱা

কেফায়ৎ উল্লা সদৰামীন ও যজ্ঞদত্ত বৰকটকী প্ৰায় সৰ্ব্বদা, কমিচনৰ সাহেবৰ পাশ যায়। দুয়ো জনাক ভাল পায়।

কথাৰ কৌশলে, কোন কথা উত্থাপন হলেই 'আমি যি কৰো সেই, ৰৌলট্ সাহেব সাখী মাত্ৰ', এই কথা তেওঁলোকৰ আগত কয়। তেওঁলোকে আহি মোৰ আগত কেইবাদিনো কয়। "মঞি কওঁ, তোমালোকেই জানা, মঞি কমিচনৰ সাহেবেৰ হুকুম মানিবলৈ কোৱাত 'মোৰ সহিত তক্ৰাৰ্ কৰা।' এই কথা কয়। মঞি কি কৰিম, এনে কথা কওঁ।" কেফায়ৎ উল্লাই কয় "আপুনি যি কৈছে, হয়, তথাপি আপুনাৰ পৰ কমিচনৰ সাহেব নাৰাজ থকা, ভাল নহয়। এতেকে এহাৰ সুযুক্তি, উপায় কৰিব লাগে। আপুনি আগত ৰবিবাৰে এই কটকীৰ বাহায় আহিব। তিনিজনে একটা যুক্তি কৰিম।" এইবুলি কাছাৰীৰ পৰা তিনিজন আপন আপন স্থানে গলোঁ ॥ ৩৪৯ ॥

মোৰ প্ৰতি কমিচনৰ সাহেবেৰ অনুযোগ

তদপৰ একদিন যজ্ঞদত্ত কটকীৰ বাসায় যাই, বহি, কেফায়ৎ উল্লা সদৰামীনক মতাই আনিলোঁ, এবং তিনোজনে বহি অনেক কথোপকথনহৈ, এই স্থিৰ হল যে আগত ৰবিবাৰে তিনিও জনা একত্ৰে, ৰৌলট্ সাহেবেৰ বাঙ্গালায় যাই একে মুখে এই কথা কম "আপুনি কমিচনৰ সাহেবেৰ হুকুম সকল অমান্য কৰে। এহাতে সাহেব আপনাৰ প্ৰতি নাৰাজ আছে। আপুনি কমিচনৰ সাহেবক পিতৃবৎ মানিব লাগে। আৰু তেওঁ আপুনাৰ প্ৰতি সন্তুষ্ট থাকিলে, আপুনাৰ অচিৰে উন্নতি হব।" ও আমি তিনিজনে এইমত একত্ৰে কলে, অৱশ্যে সম্মত হব যেহেতু আমি তিনিও জনাক সাহেব ভাল পায়, আমালোকৰ কথা এৰিব নোৱাৰে। তদপৰ তিনিও জনা একত্ৰে কমিচনৰ সাহেব পাশ এক মুখে এই কথা কম যে "আমি তিনি জনাই আপুনাক এটি ভিক্ষা মাগিব আহিছোঁ।" অৱশ্যে সুধিলে কম "ৰৌলট্ সাহেবক আপুনি পুত্ৰবৎ দয়া কৰি সৰ্ব্ব অপৰাধ ক্ষেমা কৰিব লাগে।" অৱশ্যে তেওঁ সম্মত হব। উভয়েৰ প্ৰীত হলেই আমালোকৰ মঙ্গল।" এহাই ঠিক কৰা গ'ল। অন্যে কেহো ইহা নাজানে॥ ৩৫০ ॥

অনুযোগ নিবৃত্তিৰ উপায়

মঞ্জি ও কেফায়ৎ, যজ্ঞদত্ত, ৰৌলট্ সাহেব পাশ যাই কথা হোৱা

এবং ৰবিবাৰ হোৱাতে, সোনকালে গৈ বন্ধু মুন্সীৰ তাতে বহিলোঁ। তদপৰ কেফায়ৎ উল্লা ও যজ্ঞদত্ত কটকী যোৱাতে একত্র হৈ, ৰৌলট্ সাহেবৰ বাঙ্গালায় যাই উপস্থিত হোৱাতে, চকীত বহোৱাই জিজ্ঞাসা কৰাতে কলোঁ "আপুনি এই তিনিকো ভাল পায় ও আমিও যাতে আপুনাৰ ভাল ও উন্নতি হব, তাৰেহে শ্রেস্থা ( চেষ্টা ) কৰোঁ, এতেকে আপুনি আমাৰ তিনিজনাৰ কথা মানিব লাগে। কমিচনৰ সাহেব আপুনাৰ প্রতি অসন্তুষ্ট থাকাতে, আমালোক বৰ দুঃখিত আছোঁ, এই জন্যে আমাৰ প্রার্থনা এই, কমিচনৰ সাহেব যি আজ্ঞা কৰে, তাৰ কোনো আপত্তি নকৰি, সেই হুকুম মানি, তেওঁৰ সহিত প্রীতি কৰিব লাগে। এবং তেওঁ আপুনাৰ পিতৃ যেনে, তেনে। তেওঁ সন্তুস্ট থাকিলে, খোদা আপুনাৰ প্রতি সন্তুষ্ট হৈ, অচিৰেই আপুনাৰ উন্নতি হব।" তাতে সাহেব হাঁহি কলে "কেৱল কমিচনৰ বেজাযেতা হুকুম দিয়ে, সেহেতু মঞ্জি আপত্তি কৰোঁ। বাৰো, এতিয়া তোমালোকে কলা, মঞ্জি কোনো আপত্তি নকৰো।" এনে কোৱাতে, তিনি জনাই চালামদি কলোঁ "এতিয়াই আমি তিনিও, কমিচনৰ সাহেব পাশ যাই, সর্ব্বদোষ ক্ষমা কৰি আপোনাক পুত্রবৎ দাযা কৰিবৰ, কথা কওঁ। ও কোনোমতে সম্মত কৰিম।" পাচে, সাহেব হাঁহি থাকিল। ॥ ৩৫১ ॥

কমিচনৰ সাহেব সন্তোষ হোৱা

তদপৰ আমি তিনিও, তেতিয়াই, কমিচনৰ পাশ যাই চালাম দিয়াতে, চকীত বহোৱাই সুধিলে "ওৱাল কি হৈছে ? তিনিও একত্রে আহিলা।" তাতে প্রথমত, কেফায়ৎ উল্লাই কলে "সাহেব আপুনি আমাৰ তিনিও জনক যথেষ্ট পুত্রবৎ দায়া কৰে। আমালোকেও পিতৃবৎ মাননা কৰোঁ। সম্প্রতি এটি ভিক্ষা মাগোঁ যে, ৰৌলট্ সাহেবৰ সর্ব্ব দোষ ক্ষেমা কৰি আপুনি পুত্রবৎ দাযা কৰিব লাগে। আপুনি অসন্তুষ্ট থাকিলে, খোদা অসন্তুষ্ট থাকে।" তাতে সাহেব কলে "কর্ম্ম-কার্য্যত

মঞি তেওঁক ভাল পাওঁ, কিন্তু প্ৰত্যেক হুকুমেৰ পৰ আপত্য কৰে ও সদৰে ৰেপট্ কৰে, এহাতেহে কিছো বিৰক্ত আছোঁ।" তাতে আমি তিনি জনাই কলো "আমি তিনিও জনা ৰৌলট্ সাহেব পাশ যাই, কৈ, আপুনাৰ হুকুম পৰ আপত্তি নকৰাৰ, ও আপুনাৰ অনুগত থাকিবৰ, সন্মত কৰাইছোঁ। এবং আপুনি সৰ্ব্বদোষ ক্ষেমা দি সন্তোষ থাকিব লাগে।" পাচে, কমিচনৰ সাহেব সন্মত হল। আমালোক চালাম দি স্ব স্ব স্থানে গলোঁ। ॥ ৩৫২ ॥

তাৰ পৰদিনাই কমিচনৰ সাহেব প্ৰথমেই চাঙ্গ্‌জাঙ্গত উঠি ৰৌলট্ সাহেবেৰ বাঙ্গালায় যাই, তাতে—কথাবাৰ্ত্তা হৈ দুইজনে একত্ৰে বাহিৰ হৈ, কমিচনৰ সাহেব তেওঁৰ কাছাৰী ও ৰৌলট্ সাহেব আপন কাছাৰী গল। মঞি, তেওঁৰ পাচে পাচে, কাছাৰীলৈ যোৱাত দেখি বৰ সুখী হলোঁ। এবং কাছাৰীত কেফায়ৎ উল্লা সদৰামীন ও যজ্ঞদত্ত কটকীক কোৱাত বৰ আনন্দ হ'ল। এবং তদপৰ কাছাৰী অন্তে ৰৌলট্ সাহেব যাই, কমিচনৰ সাহেবেৰ বাঙ্গালাত সোমাই কথাবাৰ্ত্তা হৈ আপুন বাঙ্গালায় যায়। এই দস্তুৰ ৰোজ ৰোজ হোৱাতে আমালোক বৰ সুখী ও আনন্দ হলোঁ। কি কৌশল! ধন্য! ॥ ৩৫৩ ॥

কমিচনৰ ও ৰৌলট্ সাহেবেৰ মিল হোৱা

## ৯। ৰাণী পদ্মৰেখাই পেনচিন্ পোৱা।

তদপৰ মঞি ৰৌলট্ সাহেব সহিত মপস্বল দক্ষিণ কুলে ভ্ৰমণ কৰি ফাগুন মাহে গোহাটী পালো। এনেতে শুনিলোঁ, পদ্মৰেখা ৰাণীৰ নামে পেনচিন মঞ্জুৰ হৈ আহিল। যুৱৰাজ খেতাপ শ্ৰীকেশৱকান্তৰ মঞ্জুৰ নহল। কোঞৱী পাশ যোৱাতে, তদ্ৰূপ কৈ, ধাৰে নিয়া টকাখিনি দি, মোত কলে "লৰাটোৰ যুৱৰাজ খেতাপ নিদিলে, এতেকে আপুনি একবেলি সাহেবত কৈ ৰেপট্ কৰাওক।" মঞি কলোঁ, "একবেলি নামঞ্জুৰ কৰিলে,

পদ্মৰেখা ৰাণীৰ পেনচিন্, তৎপুত্ৰ যুৱৰাজ খেতাপ নোপোৱা

পদ্মৰেখা ৰাণীৰ কথা

আৰু কলে বা কি হব।” পদ্মৰেখা ৰাণী অগত্যা কৰি ধৰাতে বাক বুলি শলাগি আহিলোঁ ॥ ৩৫৪ ॥

## ১০। কেশবকান্তই যুবৰাজ খেতাপ পোৱা।

কেশবকান্তৰ 'যুবৰাজ' খেতাপ পোৱা

একদিন মঞি কমিচনৰ সাহেব পাশ যাই চালাম দিয়াতে, চকীত বহি সুধিলো—“সাহেব ঘনকান্ত যুবৰাজৰ ৰাণীৰ পেনচিন ৫০০৲ টকা মঞ্জুৰহৈ অহা শুনিলোঁ। তৎপুত্ৰ কেশবকান্তৰ যুবৰাজ খেতাব মঞ্জুৰ নহল।” সাহেব কলে “হয়, সদৰৱালা মঞ্জুৰ নকৰিলে।” তাতে মঞি কলোঁ “মঞ্জৰ নহবৰ একো কাৰণ নাই। খেতাপ যে ইদানীক কেবল নাম মাত্ৰ উৎসাহ বৰ্দ্ধন। গবৰ্ণমেণ্টৰ একো লাভ বা লোকচান নাই, খেতাপ যোগ্য-যোগ্যানুমতে দিয়াত গবৰ্ণমেণ্টৰ ভাল সেৰাই বঞা নাই। লোকজনৰ এনে এটা গৰিমা হয়,—‘মঞি গবৰ্ণমেন্টৰ পৰা এনে খেতাপ পাইছোঁ’—বুলি গবৰ্ণমেন্টৰ হিতকৰ্ম্ম সাধন কৰিবৰ সম্ভব। ও গবৰ্ণমেণ্টৰ ইহাত কিছো লোকচান নাই। এতেকে আপুনি এইদৰে পুনৰ্ব্বাৰ একবাৰ ৰেপট্ কৰক। যদি এই বেলিও নামঞ্জুৰ কৰে, পুনৰ্ব্বাৰ আপুনাত নকওঁ।” এই বুলি কোৱাতে—সাহেব তেতিয়াই ৰেপট্ কৰাতে একমাহ মুৰতে ‘যুবৰাজ’ খেতাপ মঞ্জুৰহৈ অহাতে, যুবৰাজ খেতাপ প্ৰাপ্ত হৈ বহিল। সেই সময় মঞি নাছিলোঁ, মপস্বল ভ্ৰমণ কৰিব গৈছিলোঁ। পৰে গোহাটী প্ৰাপ্ত হোৱাত কমিচনৰ সাহেব ও ৰাণী মোৰ আগত কৈছিল ॥ ৩৫৫ ॥

## ১১। ৰৌলট্, কমিচনৰৰ প্ৰিয়পাত্ৰ হোৱা।

ৰৌলট্ সাহেব, কমিচনৰ সাহেবেৰ বৰ প্ৰিয়পাত্ৰ হ’ল। এবং ৰোজ ৰোজ, প্ৰথম ৰৌলট সাহেবেৰ বাঙ্গালায় যাই কথা-বাৰ্ত্তা হৈ, দুয়োজন একত্ৰে ওলাই আহি, কমিচনৰ সাহেব বৰ

কাছাৰী ও ৰৌলট্ সাহেবে আপন কাছাৰী যায়। কাছাৰী অন্তে ৰৌলট্ সাহেব কমিচনৰ বাঙ্গালা যাই কথাবাৰ্ত্তা হৈ, আপন বাঙ্গালায় যায়। আৰু সেই সময়ত, কমিচনৰ সাহেবেৰ বাঙ্গালাতে ৰাতি কিহবাই জুই দিয়াতে, কয়েকদিন ৰৌলট্ সাহেব নিজে পহৰা দিছিল। এনে প্ৰীত হ'ল ॥ ৩৫৬ ॥

ৰৌলট্ সাহেব পহৰা দিয়া ও কমিচনাৰ সহিত মিল হোৱা

---

## চতুৰ্থ অধ্যায়

( শক ১৭৮০—১৭৮৩ )

### ইংলণ্ডেশ্বৰী মহাৰাণীৰ ৰাজ্যভাৰ গ্ৰহণ।

ক—১৭৮০ শক। ১২৬৫ সন। ১৮৫৮—৫৯ ইং৷

বিষয়া সকল—পৰগণা বন্দবস্ত—মঞ্জি মুনচুফ্ হোৱা—মহাৰাণীৰ ৰাজ্যভাৰ গ্ৰহণ।

এই সনেও জিন্‌কিঞ্চন কমিচনৰ ও বিচ্ জুডিচীল কমিচনৰ ও ৰৌলট্ সাহেব ডিপুটী কমিচনৰ। তেওঁ ছুটী লৈ যোৱাতে লেম্‌সাহেব ইন্‌চাৰ্জ্জ্ হয় ॥ ৩৫৭ ॥

কিন্তু ৰৌলট্ সাহেব ছুটী নোলওঁতে কমিচনৰ সাহেবেৰ ১৮৫৬ ইংৰেজীৰ ২৫ সেপ্তেম্বৰৰ ২৯৯ নং চিঠিৰ আজ্ঞামতে ৰুপিত ফি পুৰা ১৷৷০ টকা, বাওতলী ও ফৰিঙ্গতী বৰিত এক এক টকা, বস্তিত ১৷৷০ টকা, লাখৰাজ তদৰ্দ্ধমতে পৰগণা সকল ৩৷৫৷১০ সনা ম্যাদে বন্দবস্ত কৰিলে ॥ ৩৫৮ ॥

পৰগণা বন্দবস্ত

হাজো পৰগণা

হাজো পৰগণাও গৌৰীকান্ত সহিত বন্দবস্ত কৰিলে। আমাৰ যুক্তিমতে ঠাকুৰীয়াইঁতৰ দ্বাৰা খাজানা তহচীল কৰি মোৰ পাশ পঠায়। মঞি সৰকাৰে দাখিল কৰোঁ। হাজো পৰগণাৰ তলীয়া ও তেতেলীয়া মোখনীয়া, ডিমৌ ও হিগুলা দলৰ খাজানা মঞি নিজে দিওঁ। আখেৰিতে ২০০।৩০০ বাকী পৰিলে, মঞি দিওঁ, তথাপি প্যাদাজাৰি হব নিদোঁ ॥ ৩৫৯ ॥

মঞি ৰঙ্গিয়াত একটিং মনচুফ্

পৰে ৰৌলট্ সাহেব ছুটী লৈ কলিকাতা যোৱাতে তৎকৰ্ম্মে লেম্ সাহেব ইনচাৰ্জ্জ্ হয। তেওঁ ৰঙ্গিয়াতে মোক একটিং মনচুফ হৈ যাব দিয়াতে মঞি অস্বীকাৰ হলোঁ। সেহেতু মোৰ মুনচেফি ৰোল চাট্ দিবৰ কাৰণে জুডিচীল কমিচনৰ সাহেবেৰ হুজুৰে ৰেপট্ কৰাতে বিচ্ জুডিচীল কমিচনৰ মোক বাঙ্গালাতে তলব দি নি আশ্বাস দি যাব দিয়াতে মঞি স্বীকাৰ হলো। এবং মোক একটিং মুনচেফ মকৰৰ কৰি হুকুম জাৰি কৰিলে। ইতিমধ্যে ৰৌলট্ সাহেব আপন কৰ্ম্মত হাজিৰ হোৱাতে লেম্ সাহেব অৱসৰ হল এবং আমি ৰঙ্গিয়াতে মুনচেফ্ একটিং হৈ যাবৰ চিঠি ৰৌলট্ সাহেবেৰ হাতত পৰিল। ও তেওঁৰ যুক্তিমতে ৬ নওম্বৰ হৈতে চেৰস্তাদাৰী কৰ্ম্মত ছুটী লৈ, ৯০৲ টাকা দৰমাহায় ১৮৫৮ ইংৰেজীৰ ২৭ সেপ্তাম্বৰ একটিং মুনচেফ্ হৈ ৰঙ্গিয়া গলোঁ। অৰ্থাৎ আগে একটিং মুনচেফ্ মকৰৰ হলো, তদপৰ ৰৌলট্ সাহেব আপন কৰ্ম্মত হাজিৰ হোৱাতে, তেওঁৰ যুক্তিমতে—ছয় মাহৰ ছুটী লৈ ৰঙ্গিয়াত গলো ॥ ৩৬০ ॥

মঞি ৰঙ্গিয়াত মুনচুফি

মহাৰাণী ভাৰতবৰ্ষ নিজে গ্ৰহণ কৰা

ৰঙ্গিয়াতে মঞি কৰ্ম্মে প্ৰবৰ্ত্ত হৈ আছোঁ। এই সনে ভাৰতবৰ্ষেৰ বিদ্ৰোহী শেষ হোৱাতে শ্ৰীশ্ৰীমহাৰাণী স্বয়ং ভাৰতবৰ্ষ মলুক গ্ৰহণ কৰি ইস্তাহাৰ জাৰি কৰিলে। এবং আৰ যেচি মলুক দখল নাকৰা ও হিন্দুৰ ধৰ্ম্মত হস্তক্ষেপ নকৰাও লিখিছিল ॥ ৩৬১ ॥

জিন্‌কিঞ্চন্ কমিচনৰ সাহেব ৰৌলট্ সাহেবক বৰ স্নেহ কৰি, তেওঁৰ যাহাতে ভাল উন্নতি হয়, সেই শ্রেষ্টাতে (১) থাকিল। এবং তেওঁৰ খোচ্‌নাম লিখি চাৰাপুঞ্জীতে পলিটিকেল আজেণ্ট মকৰৰ কৰিবৰ ৰেপট্ কৰিলে ॥ ৩৬২ ॥ পলিটিকেল এজেণ্ট কৰিবৰ ৰৌলট্ সাহেবেৰ নামে ৰেপট্

---

## চতুর্থ অধ্যায় ( ক্রমশঃ )

খ—১৭৮১ শক। ১২৬৬ সন। ১৮৫৯-৬০ ইং।

**বিষয়া সকল—পৰগণা বন্দবস্ত—মঞি পুনঃ চেৰস্তাদাৰ—ঘৰুৱা খবৰ।**

এই সনেও জিন্‌কিঞ্চন কমিচনৰ ও জান্‌বটলৰ জুডিচীল কমিচনৰ। অথচ বিচ্ জুডিচীল কমিচনৰ কৰ্ণেল হৈ যোৱাতে, তৎকৰ্ম্মে জান্‌বটলৰ জুডিচীল কমিচনৰ হ'ল। ও কামৰূপে ৰৌলট্ সাহেব ডিপুটী কমিচনৰ। ও আমি পুনৰ চেৰস্তাদাৰী কৰ্ম্মত হাজিৰ হবৰ হুকুম পোৱাতে, ১৮৫৯ ইংৰেজীৰ ১৯ আপৰেল ১২৬৬ সনৰ ৭ বৈশাখ পুনঃ চেৰস্তাদাৰী কৰ্ম্মত ৰৌলট্ সাহেব পাশ হাজিৰ হৈ, কৰ্ম্মত প্রবর্ত্ত হওঁ ॥ ৩৬৩ ॥ সাহেব লোক

এবং এইসনে ৰৌলট্ সাহেব গত সনৰ নিৰিখ মতে ও নিয়ম মতে পৰগণাসকল ৩৷৫৷১০ সনা ম্যাদে বন্দবস্ত কৰিলে। ও হাজো পৰগণাও গৌৰীকান্ত সহিত বন্দবস্ত কৰিলে। তেওঁ

---

টোকা—শ্রেষ্টা = চেষ্টা।

পৰগণা বন্দবস্ত

পৰগণা যাই, আমাৰ যুক্তিমতে খাজানা তহচীল কৰি, সৰকাৰে দাখিল কাৰণ, মোৰ পাশ পঠায়। ও মঞ্জি নিয়মমত দাখিল কৰি, অৱশেষ সাল তামামি শেষে তিনি চাৰিশ টাকা নিজৰ পৰা দিওঁ, তথাপি প্যাদা জাৰি নকৰোঁ॥ ৩৬৪॥

পেয়ালৰ নিয়ম

এই সনে আমি ৰৌলট্ সাহেব সহিত মপস্বল ভ্ৰমণ কৰি ঘুৰিছিলোঁ। ও আমাৰ যুক্তিমত, ফৰিঙ্গতি মহলৰ, পৌষ মাসে পেয়াল খতম কৰিবৰ ও ৰুপিত মহলৰ বৈশাগ মাহে, পেয়াল কৰি খতম কৰিবৰ নিয়ম কৰি, ৰৌলট্ সাহেব, মঞ্জি কমিচনৰ পাশ যাই, নিয়ম কৰিছিলো॥ ৩৬৫॥

গোপীকান্ত বৰুৱা মোৰ ঘৰে থকা

গোপীকান্ত বৰুৱা তস্য পত্নি শ্ৰীতিলমতী সহিত, মঞ্জি সোণাৰি ভেটিত থকাতে, মোৰ ঘৰত থাকে। তদপুত্ৰ কালীকান্ত নদীৰ কাখৰৰ টিলাৰ দক্ষিণে, দেৱৰৰ বৰদলৈৰ নিলাম খৰিদা মাটিত ঘৰ কৰে। ও মহাফেজ কিছোদিন মোৰ ঘৰতে থাকি, তদপৰ মোৰ উত্তৰফালে একখণ্ড বাৰী মাটি এৰি দিয়াতে, তাতে ঘৰ কৰি আছিল॥ ৩৬৬॥

ৰৌলট্ সাহেব পলিটিকেল এজেণ্ট হৈ চাৰাপুঞ্জীতে যোৱা। লয়েড্ সাহেব তৎকৰ্ম্মে অহা

তদপৰ ১৮৬০ ইংৰেজীৰ ৩০ মাৰ্চ্চ ১২৬৬ সনৰ ১৮ চৈত্ৰ, ৰৌলট্ সাহেব গাৰোৱালে পলিটিকেল এজেণ্ট হৈ চাৰাপুঞ্জীতে গল। তৎকৰ্ম্মে ঐ সনৰ ২ আপৰেল ২১ চৈত্ৰ নগাঞৰ পৰা কাপ্তান লয়েড্ সাহেব আহি চাজ্জ গ্ৰহণ কৰিলে। তেতিয়া আমি চেৰস্তাদাৰী কৰ্ম্ম কৰি আছিলোঁ॥ ৩৬৭॥

---

## চতুৰ্থ অধ্যায় (ক্ৰমশঃ)

গ—১৭৮২ শক। ১২৬৭ সন। ১৮৬০ ৬১ ইং

### ১। বিষয়া সকল—পৰগণা বন্দবস্ত—

### মণিৰাম ডেপুটী কলেক্টৰ হোৱা—অন্যান্য কথা

এই সনেও জিন্‌কিঞ্চন কমিচনৰ ও বিচ্‌ জুডিচীল কমিচনৰ। কামৰূপে কাপ্তান লয়েড্‌ সাহেব ডিপুটী কমিচনৰ-কালেক্টৰ। মণিৰাম চেৰস্তদাৰ ॥ ৩৬৮ ॥

এওঁ লয়েড্‌ সাহেব গত সনৰ নিৰিখ ও নিয়ম মতে, ম্যাদ গতে পৰগণাসকল, এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। এওঁ সাহেব অত্যন্ত ৰাগী আছিল ॥ ৩৬৯ ॥

এই সনৰ ২৭ জৈষ্ট বিষ্ণুদত্ত বৈনাথ গোহাটীত ফৌত্‌ হয়। আমি কৰ্ম্ম-কাৰ্য্য খৰচ দি কৰালোঁ ॥ ৩৭০ ॥

আমি লয়েড্‌ সাহেবৰ আমলে চেৰস্তাদাৰী কৰ্ম্ম কৰি আছিলোঁ। তেওঁ মোক ভাল পাইছিল। ইতঃমধ্যে ১৮৬০ (ইংৰেজী) সালৰ ৩২ আইন। ইনকম্‌টেক্‌স্‌ বিষয় গেজেট জাৰি হৱাতে কাছাৰীত মণিৰাম তেওঁ সহিত এজলাচ কৰি থাকাতে, তেওঁ কোঠাৰ ভিতৰে উঠি গ'ল। এবং কিয়ৎক্ষণ, মোকো তালৈকে মাতি নি চকীত বহুৱাই কলে "মণিৰাম আপুনাক ৩২ আইন মতে আচিচৰ্‌ ডিপুটী কালেক্টৰ মকৰৰ কৰিব খোজোঁ। আপুনি যাবনে?" মণিৰাম কলোঁ, "আপুনি মোৰ মূৰব্বী, যি কৰ্ম্ম কৰিব দিয়ে, আপুনাৰ আজ্ঞা পালন কৰিম।" এনে কোৱাতে, আনন্দ হৈ মোৰ নামে কমিচনাৰিত ৰেপট্‌ কৰিলে ॥ ৩৭১ ॥ মোৰ নামে আচিচৰি ৰেপট্‌ কৰা

তদপৰ কমিচনৰ সাহেব, মহেশ চন্দ্ৰ বৰুৱা ডিপুটী কালেক্টৰ

পৰ ঐ ৩২ আইনমতে কৰ্ম্ম কৰাৰ অভিপ্ৰায় কৰিলে। এই কথা লয়েড্ সাহেব শুনি, কোঠালৈ মোক মাতিনি কলে "আপুনি শুনিছে কি নাই, কমিচনৰ সাহেব, মহেশ চন্দ্ৰ বৰুৱা ডিপুটী কালেক্টৰকে আচিচৰ্ মকৰৰ কৰি, দুয়ো কৰ্ম্মৰ দৰমহা দিব খোজে। মঞি কেতিয়াও তেওঁক সেই কৰ্ম্ম নিদোঁ। গবৰ্ণমেণ্ট সহিত লডি আপুনাক আচিচৰি অথবা ডিপুটী কালেক্টৰ, এক কৰ্ম্ম দিয়াই দিম।" এই বুলি খং কৰি বকি আছিল। কিছো সাম্য হোৱাত মঞি হাতযোৰ কৰি কলোঁ "আপুনি কমিচনৰ সাহেবক খং কৰা কাম নাই। মঞি ক্ষুদ্ৰ-লোকৰ কাৰণে কমিচনৰ সাহেবেৰ সহিত লডিবৰ ও কাজিযা কৰাৰ কাম নাই। আপুনাৰ নেকনজৰ থাকিলে, এই চেৰস্তা-দাৰী ভাল। বদ্‌নজৰ হলে আচিচৰ কি ডিপুটী কালেক্টৰ ভাল নহয়। কিন্তু মঞি গেজেট দেখিছো, আচিচৰি কৰ্ম্ম জেলাৰ ডিপুটী কালেক্টৰ সকলো কৰিব পাৰিব। সেই অনুসাৰে গোৱালপাৰাত গুণাভিৰাম বৰুৱা ডিপুটী কালেক্টৰৰ পৰ অৰ্পণ হৈছে বুলি শুনিছোঁ।" লয়েড্ সাহেব কয় "নহয়, কমিচনৰ সাহেব দুয়ো কৰ্ম্মৰ দৰমহা মহেশ চন্দ্ৰক দিব খোজে, মঞি কদাপি নিদোঁ। গবৰ্ণমেণ্টে ৰেপট্ কৰিম।" মঞি পুনঃ পুনঃ কওঁ "মোৰ নিমিত্তে লড়িবৰ কাম নাই।" সাহেব হাঁহি কলে "আপুনি ভয় কৰে হবলা ?" মঞি কলোঁ "হয়, কি জন্যে মোৰ নিমিত্তে কাজিয়া কৰিব লাগে।" সাহেব হাঁহি কলে "বাৰু, যেইমতে হওক, তোমাক এক কৰ্ম্ম দিম," বুলি স্বীকাৰ কৰিলে ॥ ৩৭২ ॥

লয়েড্ সাহেব মোক আচিচৰ মকৰৰ কৰিব খোজা

লয়েড্ সাহেব সহিত মোৰ কথোপ-কথন

তদপৰ, আশ্বিন মাহে, মহামাৰি হৱাতে, মহেশ চন্দ্ৰ বৰুৱা ডিপুটী কালেক্টৰ ও তেওঁৰ পুত্ৰ ও ঘৈণী মৃত হৱাতেই, কেতিয়াবা মোৰ নামে কমিচনাৰিত ৰেপট্ কৰাতে মঞ্জুৰী আহিল। সেই দিন সাহেব কাছাৰী অহা নাই। মোক মাতিনি, চিঠি দি, কলে

মঞি ডিপুটী কালেক্টৰ মকৰৰ

"মঞি আপুনাৰ নিমিত্তে ডিপুটী কালেক্টৰি ৰেপট্ কৰাতে কমিচনৰ সাহেব মঞ্জুৰ কৰি, সদৰে ৰেপট্ কৰিছে। এতিয়াই তোমি চাৰ্জ্জ্ লৈ কৰ্ম্ম কৰাগৈ।" এমত কহাতে, মঞি কাছাৰী আহি লেম সাহেব জুনিয়ৰ পাশ স্বীকৃতিনামা দি ডিপুটী-কালেক্টৰি চাৰ্জ্জ্ লৈ কৰ্ম্মে প্ৰবৰ্ত্ত হলোঁ। এবং ১৫০৲ টাকা দৰমহা হ'ল। মোৰ চেৰস্তাদাৰী পদ খালি হোৱাতে, লয়েড্ সাহেবেৰ জিজ্ঞাসা মতে পূৰ্ণৰাম মহাফেজকে মকৰৰ কৰিবৰ কোৱাতে, মকৰৰ কৰিলে। তেতিয়া তেওঁ ছুটী লৈ ঘৰত আছিল। চিঠি দি মাতি আনি, চেৰস্তাদাৰী কৰ্ম্ম কৰিব দিলোঁ॥ ৩৭৩॥ পূৰ্ণৰাম চেৰস্তাদাৰ হোৱা

মঞি ডিপুটী কালেক্টৰ হৈ, ১০ আইন মতে কৰ্ম্ম কৰি আছিলো। একদিন, কাছাৰীৰ কোঠায় লয়েড্ সাহেব মোক মাতি নি, সুধিলে, "বোলে, এই জেলা ভাৰী, আপুনি আচিচৰি কৰ্ম্ম ৩২ আইনমত কৰিবৰ সময় নাপাব, এইজন্যে দুইজন আচিচৰ্ মঞি মকৰৰ কৰিব খোজোঁ। আপুনি ভাল মানুহ দুইজন নাম কৈ দিয়ক।" তাতে মঞি বলৰাম ফোকন ও কীৰ্ত্তিনাথ গোহাঞী ও বন্ধু মুনসী পেচ্কাৰৰ কথা কলোঁ। তাতে বলৰাম ফোকন বাদ, দুইজনৰ নামে ৰেপট্ কৰিলে। ২৫০৲ টাকা প্ৰত্যেক দৰমহা॥ ৩৭৪॥ দুইজন আচিচৰ্ কৰা ৰেপট্

তদপৰ আক্টুবৰ শেষে সদৰৰ পৰা মঞ্জুৰ হৈ অহাতে, দুয়োজন আচিচৰ্ ডিপুটী কালেক্টৰ মকৰৰ হল। এবং আইন দি টেক্স্ বন্দবস্ত কৰিব চমজাই দিলো। কোঠাতে বহি আইন চাইছিল। ইস্তাহাৰ জাৰি কৰিবৰ, মঞি দেখোৱাই দিলোঁ। ও ইস্তাহাৰ জাৰি কৰিলে॥ ৩৭৫॥ টেক্স্ বিষয় ইস্তাহাৰ

## ২। মহামাৰী—কাম নকৰা আচিচৰ্ ( Assessor ) মপস্বল ভ্ৰমণাদি

মহামাৰী

এই সময় মহামাৰীতে মোৰ ঘৰৰ বহু মানুহ, জীউৰাম, তস্য স্ত্ৰী মৰিল। ও শতাবৰ্ত্তন পাঠ কৰা সভাপতি শৰ্ম্মা মৃতকল্প হ'ল। কোনো মতে প্ৰাণ বাচিল। অন্য ব্ৰাহ্মণ ও মাধবানন্দ অধ্যাপকৰ দ্বাৰা কৰ্ম্ম সম্পাদন কৰা হল। ও আমালোকে যাই ৰুদ্ৰেশ্বৰ দেৱালয়ত সপৰিবাৰে ভাতৃ সহিত থাকি তাৰ পৰাহে কাছাৰী কৰিছিলোঁ। মাৰী সাম্য হোৱাতহে ঘৰ ললোহি ॥৩৭৬॥

আচিচৰ্ দুজনে কৰ্ম্ম নকৰা

নওম্বৰ মাহত, একদিন লয়েড্ সাহেব মোত কলে "আচিচৰ্ দুইজনে একো কৰ্ম্ম কৰা নাই।" মঞি কলোঁ "৩২ আইন কঠিন। তেওঁলোকে চাই বুজিছে আৰো ইস্তাহাৰ জাৰি কৰিছে। যি মতে কৰ্ম্ম কৰিব লাগে, মঞি চম্‌জাই দিছোঁ।- কৰ্ম্ম হব।" ইপিনে আচিচৰ্ দুইজনক তদবিৰ্ কৰিলো ॥ ৩৭৭ ॥

মুন্সী আচিচৰ্ মপস্বল নোযোৱা

তদপৰ নওম্বৰ মাহৰ শেষত লয়েড্ সাহেব মপস্বল উত্তৰ কুলে, যাবৰ ওলাল। টেক্‌স বন্দবস্ত জন্যে মুন্‌সীক লগত নিব ধৰাত নগল। অপৰ আমলাগণ সহিতে মপস্বল গ'ল ॥ ৩৭৮ ॥

শ্ৰীচন্দ্ৰৰ বিবাহ হেতু ছোৱালী অনা

শ্ৰীচন্দ্ৰকান্তৰ বিবাহ কৰাবৰ সময় হোৱাতে নাউমানুহ পঠাই মাজোলীৰ কৰতি গাঞৰ, শুকুৰা দলৈৰ জীয়েক শ্ৰীবকুলীক অনা গল, কিন্তু আগ মাঘ বা ফাগুনত বিবাহ কৰাবৰ মনস্থে তদ্‌ভ্ৰাতা প্ৰভিতিক ৰখা গ'ল। এবং এই যুক্তি গৌৰীকান্ত সহিত কৰা গ'ল ॥ ৩৭৯ ॥

এঞি টেক্স্ বন্দবস্ত কৰা বিষয় চিঠি অহা

তদপৰ ডিচাম্বৰ মাহে লয়েড্ সাহেবৰ মপস্বল হৈতে এক-খানি ইংৰেজী চিঠি পালো যে, আচিচৰ্ দুই জনে ৩২ আইন-মতে টেক্‌সৰ কৰ্ম্ম অথচ বন্দবস্ত কৰা নাই। সদৰৰ পৰা তম্বি কৰি (১) মোৰ কৈফিয়ৎ তলব কৰিছে। এতেকে কীৰ্ত্তিনাথ

---

টোকা—(১) তম্বি কৰি=ধম্‌কি দি

গোহাঞী আচিচৰক মোৰ পাশে পঠাই দিবা। ও তোমি ডুমৰিয়া প্রভিতি স্থানে শীঘ্রে যাই, দক্ষিণ কুল বন্দবস্ত কৰিবা ॥ ৩৮০ ॥

মঞি চিঠি পাই, কীৰ্ত্তিনাথ গোহাঞীক, আইন ও বহীজাত সমেত সাহেব পাশ পঠাই মঞি দেবীচৰণ মহৰিৰ সহিত, প্ৰথম ডুমৰিয়া অঞ্চলে যাই, বন্দবস্ত পূৰ্ব্বক, গোহাটী আহি গোহাটীৰ বন্দবস্ত কৰিলোঁ। তদপৰ ছয়আনি পৰগণায় ৰওনা হৈ ছয়আনি ও ছয়গাঞ, পানতান, বৰদুৱাৰ, মৈৰাপুৰ বন্দবস্ত কৰি লুকি পালো। তাতে থাকি লুকি দ্বাৰ বগাই ও বকো ও বেকানী বন্দবস্ত কৰিছো। ইতিমধ্যে মাঘ মাহ প্ৰবেশ হব লগা হ'ল। এনেতে ভকতৰাম নামেৰে একজন সাডা যাই কলে,—সি মোৰ লগতে ফুৰিছিল। তাক মঞি টেকলা কৰ্ম্মতে ৰাখিছিলোঁ। সি কলে "শ্ৰীচন্দ্ৰকান্তৰ বিবাহ পাতিছে, তালৈকে আপুনাক আইদৌতাই মাতিছে। যদি যাব নোৱাৰে, অলঙ্কাৰৰ সঁচাৰ, মোৰ হাতত দিব দিছে।" এইকথা শুনি, "মঞি কেনেকৈ যাম, কোনে ছুটী দিব, সাহেব ওচৰত নাই।" এই বুলি সঁচাৰ তাৰ হাতত দি, মঞি নগৰবেডা পৰগণা পাই ব্ৰহ্মপুত্ৰৰ কিনাৰত তৈয়াৰী বাহাত থাকিলো। এবং শুনিলো যে লয়েড্ সাহেব উত্তৰ কুলে চেঙ্গা বহাৰত আছে ॥ ৩৮১ ॥

মঞি নগৰবেডা বেলা দুই দণ্ডমান থকাতে পাই মনে বিবেচনা কৰিলো, যদি শ্ৰীচন্দ্ৰকান্তৰ বিবাহ পাতিছে, চাবিও দি পঠালোঁ। তথাপি মঞি নগলে, ঘৰৰ সকলোৱে বেজাৰ কৰিব। আৰো ভ্ৰাতৃবিৰোধ হব পাৰিব। এই বুলি, তেতিয়াই নগৰবেড়াৰ বন্দবস্ত কৰি, খাগৰু চৌধাৰীক সোধাত, দুই দিনে গোহাটী নাৱেৰে পহুচাই দিম বুলি কোৱাতে, নাউৰ খৰচা দি, "জৰুৰী কৰ্ম্ম হৈছে, তিন দিন জন্যে গোহাটী যাবৰ ৰওনা হলোঁ" বুলি লয়েড্ সাহেবৰ হুজুৰে এত্যালা দিলোঁ। এবং

কীৰ্ত্তিনাথ গোহাঞী আচিচৰক মপস্বল পঠোৱা

মঞি দক্ষিণ কুল বন্দবস্ত কৰা

মঞি নগৰ-বেৰা হৈতে গোহাটী অহা

দেৱীচৰণ মহৰি দ্ৰব্যজাত সমেত ও লগুৱাদি সহিতে ও হাতী সহিতে চ'মূৰীয়া সত্ৰে থাকিবৰ, ও মঞি গোহাটী হৈতে পুনৰ দক্ষিণ সক বংশৰ হীৰাপাৰা হৈ চ'মূৰীয়া সত্ৰত উপস্থিত হম, বুলি কেৱল ক'লামণি লগুৱা লৈ, প্ৰাতসে ৰওনা হৈ দুপ্ৰহৰ সময় জল তৰাতৰিতে খাই, সান্ধ্য সময় হীৰাপাৰাৰ নাম গৰাত ভাত খাই থাকিলোঁ। তদপৰ প্ৰাতসে উঠি নাউ মেলি দুপ্ৰহৰ সময় শোৱালকুচিৰ বালিত উঠি, গা ধুই, তৰাতৰিতে জল খাই সন্ধ্যাৰপৰা নিশা এক প্ৰহৰ সময় ঘাট পালোঁ। তাত পানী তোলা ঘৰ নেদেখি, ক'লামণি সহিত উঠি ঘৰে আহিলো, একো ৰাই-ৰোই নাই। মাধবানন্দ শৰ্ম্মা অধ্যাপক শোবৰ উদ্যম কৰিছে। ৺মাতৃ ও বৰঘৈণী উঠি আহিল। গৌৰীকান্তৰ কথা সোধাতে, পৰগণাত থকা কলে। এবং চাবি পোৱাকো কলে। বিবাহৰ কথা সোধাতে, পাতিব খোজা মাত্ৰ কলে। তাতে, বৰঘৈণী ও ৺মাতৃকো খং কৰি, ৰাতি খাই বৈ, প্ৰাতসে সেই নাৱেৰে ভটীয়াই হীৰাপাৰাত মধুৰাম চৌধাৰী-ঘৰত থাকি, নাউ বিদায় দি পঠালো॥ ৩৮২ ॥

পুনৰ দক্ষিণ কুলে যোৱা

পুনৰ হীৰাপাৰা যাই দক্ষিণ কুল বন্দবস্ত কৰা

পৰদিনা, মধুৰাম চৌধাৰীৰ হাতী লৈ ৰওনা হৈ সন্ধ্যা সময় চ'মূৰীয়া সত্ৰত মহৰিৰসকল সহিত থাকি, পৰদিনা টেক্সৰ বন্দবস্ত কৰিলো। এবং পৰদিনা পূৰ্ব্ব চ'মূৰীয়া যাই, তাতে থাকি বন্দবস্ত পূৰ্ব্বক, পৰদিনা দক্ষিণ সকবংশৰ হীৰাপাৰাত থাকি বন্দবস্ত ( কৰিলো )। তাৰ পৰদিন ৰাণীৰ গড়ল মৌজাত থাকি ৰাণীৰ বন্দবস্ত পূৰ্ব্বক গোহাটী আহিলোঁ॥ ৩৮৩ ॥

এনেতে ফাগুন মাহ পৰিল দেখি শ্ৰীচন্দ্ৰকান্তৰ বিবাহ পাতি, গৌৰীকান্তক অনালোঁ। এবং হাজোৱলীয়া গায়ন-বায়ন ও নাচনিয়াৰ ও ঢুলীয়া কালীয়া আনি পানী তোলাই সমাৰোহে শ্ৰীবকুলীক শ্ৰীচন্দ্ৰকান্তক বিবাহ কৰালো॥ ৩৮৪ ॥

শ্ৰীচন্দ্ৰৰ বিবাহ

## ৩। বন্ধু মুন্সী সংবাদ—আন আন খবৰ—বিবাহাদি।

তদপৰ বন্ধু মুন্সী আচিচৰ ও আজেণ্টিৰ পেচ্‌কাৰী কৰ্ম্ম হৈতে বৰখাস্তৰ হুকুম অহাতে, অৱসৰ হল ॥ ৩৮৫ ॥ মুন্সি বৰখাস্ত

ইতঃমধ্যে জিন্‌কিঞ্চন কমিচনৰ সাহেব পেনচিন লবৰ হুকুম অহাত, তৎকৰ্ম্মে হফ্‌কিঞ্চন কমিচনৰ হৈ ১৮৬১ ইংৰেজীৰ ২৭ ফেব্ৰুৱাৰী, ১২৬৭ সনৰ ১৭ ফাগুন চাৰ্জ্জ্ ললে ॥ ৩৮৬ ॥ জিন্‌কিঞ্চন্ পেনচিন্ লোৱাত হফ্‌কিঞ্চন্ কমিচনৰ

বিচ্‌ জুডিচীল কমিচনৰ ছুটী লোৱাতে, তৎকৰ্ম্মে ১৩ মাৰ্চ্চ ১ চৈত্ৰ শ্ৰীযুত ৰৌলট্‌ সাহেব গাৰোৱালৰ পৰা আহি, একটিং জুডিচীল হয় ॥ ৩৮৭ ॥ ৰৌলট্ জুডিচীল কমিচনৰ

শ্ৰীকমলাকান্ত এই সনে, আবকাৰীৰ একটিং মহৰিৰ মকৰৰ কৰি দিওঁ ॥ ৩৮৮ ॥ কমলাকান্ত মহৰিৰ

এবং কালেক্টৰিত ৫্‌ টাকাৰ খোৰাক-খোৰ কৰ্ম্ম এটি খালি আছিল। সেইটি কৰ্ম্মতে আমাৰ ভতিজা শ্ৰীচন্দ্ৰকান্তকে মকৰৰ কৰাৰ নিমিত্তে লয়েড্‌ সাহেবেৰ বাঙ্গালায় যাই কোৱাতে, "মকৰৰ কৰিম" বুলি কৈছিল। কয়েকদিন পৰেই, ফেৰ (কেৰ ?) সাহেব জুনিয়ৰকে চাৰ্জ্জ্‌ দি, লয়েড্‌ সাহেব মপস্বলে গ'লে, জুনিয়ৰ সাহেব অন্য এটাকহে মকৰৰ কৰিব, এই ভাবি মঞি গোহাটীত থকাতে, শ্ৰীচন্দ্ৰকান্তক লগত লৈ, কাছাৰী যাওঁতে, বাঙ্গালাত সোমাই শ্ৰীচন্দ্ৰকান্তক বেৰৰ আৰ কৰি থৈ, মঞি সাহেবক চালাম দিয়াতে, বহিবৰ চকী দিলে। এবং বহি সাহেবত সুধিলোঁ "আজি আপুনি মপস্বল যাব হবলা ?" সাহেব কলে "এতিয়াই উত্তৰ কুলে যাম।" তাতে মঞি কলো "সাহেব কালেক্টৰিত পাঁচ টকাৰ খোৰাক-খোৰৰ মোট এটি খালি আছে। তাতে আমাৰ ভতিজা এটিক মকৰৰ কৰিবৰ কাৰণ আপুনাত কোৱাতে, কবুল কৰিছিল। এতিয়া আপুনি ফেৰ' সাহেবক চাৰ্জ্জ্‌ দি, আজি মপস্বলে যায়। ঐ সাহেব অন্য লয়েড্‌ সাহেব মপস্বল

লোককহে মকৰৰ কৰিব। এই তুচ্ছ কথা পুনঃ পুনঃ আপুনাত কৰৰ চৰম লাগে।” এনে কোৱাতে, সাহেবে কলে “মঞি পাহৰি আছোঁ।” এই বুলি জেবৰ পৰা সৰু বহী এটী উলিয়াই কি নাম বুলি সোধাত, শ্রীচন্দ্রকান্ত বুলি কলোঁ। তেতিয়া শ্রীচন্দ্রক মাতিলোঁ। তেওঁ সাহেবক চালাম দি হাজিৰ হল। সাহেব বহীটীত নাম লিখি মোত কলে “আপুনি কাছাৰী যাওক। মঞি কাছাৰীত যাই হুকুম দি সেইপিনে অশ্বক্রান্ত ঘাটে পাৰ হৈ, মপস্বল যাম।” এইবুলি বিদায় দিযাতে মঞি শ্রীচন্দ্রকান্ত সহিত কাছাৰী আহি ডিপুটী কালেক্টৰি গাদীত বহিছো মাত্র, এনেতে লয়েড্ সাহেব কাছাৰী যাই দেখিলে, তেওঁ বহা গাদী চকীতে ফেৰ' সাহেব বহিছে। কাখতে থিয় হৈ ঐ সাহেবক ইংৰেজীতে গালি পাৰিছে যে, “তঞি মোৰ গাদীত বহিবৰ এক্তাৰ নাই।” এবং প্রকাৰ নানা তিবস্কাৰ কৰাতে, তেওঁ তত নাপাই টুপী লাঠী এৰি ৰেলৰ ওপৰেদি যাই, আপুনি জুনিয়ৰ গাদীত বহিল। তেতিয়াই থিয় হৈ জেবৰ পৰা বহী ওলিয়াই পূর্ণৰাম চেৰেস্তাদাৰক হুকুম দি চকীত বহিল। তদপৰ, দেৱানীৰ ও কালেক্টৰি ও ফৌজাদাৰীৰ চহীৰ কাগজ অনাই চহী কৰি, তাৰেপৰা পাৰঘাটে পাৰ হৈ, মপস্বলে গল ॥ ৩৮৯ ॥

শ্রীচন্দ্র-কান্তক মকৰৰ কৰা কথা

লয়েড-ফেৰ' বিৰোধ

ফেৰ' সাহেব জুনিয়ৰ বৰ লজ্জা পাই, কমিচনৰ সাহেবৰ হুজুৰে ৰেপট কৰাতে জিনকিঞ্চন কমিচনৰ লয়েড্ সাহেবৰ কৈফিয়ৎ তলব কৰি উভয়কে শান্তনা অথচ সমঞ্জুস্ কৰি ৰাখিলে। তদপৰহে, হফ্‌কিঞ্চন্ সাহেবক চাজ্জ্ দিলে ॥ ৩৯০ ॥

এই সনে নদীৰ কাখৰৰ মাটি খৰিদ বাবতে পশুৰামক ৩১৲ টাকা ও জজোৰাম দলৈক ১০৲ টাকা দি মাটি কিনি লওঁ ॥ ৩৯১ ॥

মুন্সীৰ খাটনি

মুন্সী আচিচৰ্ ও এজেন্টিৰ পেচ্‌কাৰি কৰ্ম্ম হইতে বৰখাস্ত হোৱাতে, মোক নানামত খোচামতি কৰি কলে যে “মঞি পেচ্‌কাৰি কৰ্ম্মতে আছিলোঁ। মোক আপুনি আনি

আচিচৰ্ মকৰৰ কৰিলে। এতিয়া আচিচৰি কৰ্ম্ম গ'ল, তাত খেতি নাই। পেচ্কাৰি কৰ্ম্মও গল, এতিয়া মঞি মৰা পৰিলোঁ। আপুনি অনুগ্ৰহ কৰি মোক ৰাখক।" মঞি কলোঁ "মোত দোষ নাই আৰু লয়েড্ সাহেবতো দোষ নাই। তোমি আপুনি খাৰাপ কৰিছা, মঞি কি কৰিম ? এতিয়া কি সাধ্য আছে।" এই বুলি কাছাৰী গ'লোঁ। তদপৰ কাছাৰীৰ পৰা অহাতো বাটতে চালাম দি নানামত মিনতি কৰি কব ধৰিলে। এবং গোহাটীৰ বাসায় যায়ো অনেকমতে মিনতি কৰি, সাবেক পেচ্কাৰি কৰ্ম্ম ৰখাৰ বথা কৈ, ৰোজ ৰোজ কাছাৰী যোৱা অহাতো কৈ, মোক বৰ দিগ কৰিলে॥ ৩৯২ ॥

একদিন মঞি কলোঁ "তোমি যে মোক সৰ্ব্বদা দিগ্ কৰা, মঞি কি কৰিম ? নতুন কমিচনৰ হৈছে, আমাৰ সহিত চিনা-জনা নাই। বিশেষ সদৰ হৈতে তোমি বৰখাস্ত হৈছা। তথাপি যদি পাৰা, বুড়া কমিচনৰ দ্বাৰা নতুন কমিচনৰত চোপাৰিচ কৰাই সদৰে ৰেপট্ কৰোৱা।" তাতে মুন্সীয়ে নতুন কমিচনৰৰ সহিত অবৰ্গ থাকা কথা কলে। মঞি কলোঁ "কি উপায় আছে, কৰিম ?" কালু মুন্সীয়ে কলে "আপুনি লয়েড্ সাহেব সহিত ভাল আছে। সাহেবত মোৰ কথা কৈ পেচ্কাৰি কৰ্ম্মত ৰাখিবলৈ, গবৰ্ণৰ সাহেবৰ ঠাই ৰেপট কৰিলে, হব পাৰিব।" মঞি কলোঁ "লয়েড্ সাহেব যেনে ৰাগী, তাক জানা, তথাপি তোমাৰ জন্যে মঞি চেষ্টা কৰি দেখিম। তোমি বৰ তৰাতৰি নকৰিবা।" ॥ ৩৯৩ ॥

## ৪। লয়েড্ সাহেব ব্ৰাহ্মণ জাতিৰ কথা সোধা।

তদপৰ মঞি একদিন লয়েড্ সাহেবৰ পাশ যোৱাত, সাহেব থিয় হৈ আছিল। মোক দেখিয়েই "ওৱাল, ডিপুটী কালেক্টৰ সাহেব, মঞি এটী কথা সোধো, কব লাগে। আপুনাৰ

লযেড্ সাহেব ব্ৰাহ্মণ জাতিৰ কথা সোধা

মিচিনা একজন ভদ্ৰলোক মোত কৈছে, প্ৰথম পৰমীশ্বৰ খোদা যেতিয়া সৃষ্টি কৰে, তেতিয়া সকল মছলমানহে হ'ল। তন্মধ্যে কয়েকলোক ডিঙ্গিত পৈতা লৈ—'আমি ব্ৰাহ্মণ' বুলি কলে। তাৰে পৰাহে ব্ৰাহ্মণ হ'ল। হয়নে?" মঞি অবাক হলোঁ। কি কম। সত্য কথা কলে বা কি জানি খং উঠে। যাহক, সত্য কথাই কোৱা ভাল, যেই কি নহওক। এই বুলি, কলোঁ "সাহেব, মঞি অসত্য কথা কব নোৱাৰু। পৰমীশ্বৰ যেতিয়া সৃষ্টি কৰিবৰ ইচ্ছা হ'ল, প্ৰথমেই মুখৰ পৰা ব্ৰাহ্মণ, বাহুৰ পৰা ক্ষত্ৰিয়, উৰুৰ পৰা বৈশ্য জাতি, চৰণৰ পৰা শূদ্ৰ জাতি সৃজি, ব্ৰাহ্মণে ভিক্ষাটন কৰি পৰমীশ্বৰক উপাসনা, ক্ষেত্ৰিয়ে ৰাজত্বি কৰি দুষ্টক দমন, ব্ৰাহ্মণাদি সন্তক পালন, ও বৈশ্য জাতি কৃষি, বাণিজ্য, গোচাৰণ কৰিব, শূদ্ৰে তিনিও জাতিৰ পৰিচৰ্য্যা, খেদমত কৰিব। পৰে ঐ সকল জাতিৰ সংসৰ্গ হৈ নানা জাতি হল। মঞি ইয়াকেহে কব পাৰো।" যেতিয়াই এনে বুলি কলো, তেতিয়া পূৰ্ব্বে কোৱাজনক গালি পাৰিব ধৰিলে। "* * * মোৰ আগত এনে মিছা কথা কয়!" এইবুলি মোক চকীত বহিব দি আলমাৰিৰ পৰা দুটা কেতাব আনি চকীত বহি পঢ়ি আছিল। পৰে মোত কলে "মঞি সংস্কৃত জানোঁ আৰু বেদ, ভাগৱত, পুৰাণ পঢ়িছোঁ। মঞি জানোঁ, ব্ৰাহ্মণ সকলোতকৈ উত্তম।* মোৰ আগত মছলমান হৈতে ব্ৰাহ্মণ হোৱা কয়? কিন্তু এতিয়া ব্ৰাহ্মণ, জমীন আসমান হৈতে ফৰক্ হৈছে।" তাতে মঞি কলো "একথা সত্য, আমি ব্ৰাহ্মণ সকলে স্বধৰ্ম্ম এৰি চাকৰি কৰিছো, এ গতিকে হীন হৈছো।" সাহেবে স্বীকাৰ কৰি অন্যান্য কথা কৈ বিদায় দিলে। মঞি আহিলোঁ॥ ৩৯৪॥

**৫। বন্ধু মুন্সীৰ হকে কোৱা—মুন্সীৰ কৰ্ম্ম প্ৰাপ্তি।**

এহাৰ দুই কি তিনদিন পৰে, মঞি বাঙ্গালায় যাই সাহেবক চালাম দিয়া মাত্ৰে, চকীত বহোৱাই সমাদৰ পূৰ্ব্বক সুধিলে "কিবা কব আছেনে ?" মঞি কলোঁ "সাহেব এটী কথা কবৰ আছে। মুন্সী সহিত, মঞি প্ৰায় সৰুৰে পৰা একত্ৰে চলাফিৰা কৰি, গোহাটীত আছো। আপুনি আচিচৰ্ মকৰৰ কৰাৰ নিমিত্তে দুইজন ভাললোকৰ নাম সোধাতে, মঞি তেওঁ ও কীৰ্ত্তিনাথ গোহাঞীৰ নাম কোৱাতে, আপুনি ৰেপট্ কৰি মকৰৰ কৰিলে। এজেন্টীৰ পেচ্‌কাৰৰ পৰা আহি, মকৰৰ হল। তদপৰ আপুনি মপস্বল নিব ধৰাত, নোযোৱা হেতু, আচিচৰ্ ও পেচকাৰি কৰ্ম্ম হৈতে বৰখাস্ত হল। এতিয়া মোৰহে বদ্‌নাম হল।" এনে কোৱাতে, তেওঁ কলে "সি বঞা লোক, টেক্‌সৰ একো কৰ্ম্ম কৰা নাই। আপুনি ও মঞি বন্দবস্ত কৰিলোঁ। আৰু মঞি মপস্বল নিব ধৰাত, নগল। মোকেহে গালি পাবে।" তাতে মঞি কলোঁ "আপুনি জানো গালিপাৰা শুনিছে ?" সাহেবে কলে যে "দুস্তি মানুহে মোলৈ মপস্বল লিখিছে।" মঞি কলো "কি কাৰণ আপুনাক গালি পাৰিব ? যি দুস্তি মানুহে আপুনালৈ লিখিছে, সে ব্যক্তি এই মুন্সীৰ শত্ৰু হব পাৰে, তাক মানিব লগা নাই।' সাহেবে কলে "সি বৰ বেয়া মানুহ।" এইবুলি চালাম দিয়াতে, আহিলোঁ। কাছাৰী যাওঁতে বাটত মুন্সীয়ে লগ ধৰি নানামত মিনতি কৰি কলে। মঞি কলোঁ "আজি তোমাৰ কথা কৈছিলো, কিন্তু শাস্ত কৰিব পৰা নাই।" সকল বিবৰণ কলোঁ। তেওঁ চালামৰ ওপৰি চালাম দি, মোক ৰক্ষা কৰক বুলি অনেক মিনতি কৰিলে ॥ ৩৯৫ ॥

মুন্সীৰ কাৰণে কোৱা

তদপৰ দুইদিন পৰে সাহেবৰ বাঙ্গালায় যোৱাতে, সাহেব চকীত বহোৱাই সোধাতে কলো "সাহেব অন্য কথা নাই, তেওঁৰ সহিত একত্ৰে গোহাটীত ডাঙ্গৰ হলোঁ। এতিয়া বৰখাস্ত

লয়েড্ সাহেব সম্মত হোৱা

হোৱাতে, তেওঁৰ প্ৰবৰ্ত্তনৰ উছিলা নাই। আৰো মঞি বদ্‌নামত পৰিলোঁ। এতেকে আপুনি তেওঁৰ পেচ্‌কাৰি কৰ্ম্মটি ৰাখি দিলে তেওঁ প্ৰবৰ্ত্তিব পাৰে। মঞো বদনামৰ পৰা নিষ্কৃতি হওঁ।" সাহেবে কলে "বাৰু, মঞি উপায় কৰিম।" এইবুলি চালাম দিয়াতে, আহিলোঁ। মুনসী বাটত লগ ধৰি মোত কোৱাতে, বিবৰণ কলোঁ॥ ৩৯৬॥

আৰু দুইদিনৰ পৰে সাহেবেৰ বাঙ্গালায় যাই চালাম দিয়াতে, চকীত বহিব দিলে। এবং জিজ্ঞাসামতে মুন্‌সীৰ কথা কলোঁ যে "আপুনি তেওঁৰ পেচ্‌কাৰি কামটি ৰাখিবৰ নিমিত্তে কমিচনৰ সাহেবেৰ যোগে, গবৰ্ণমেণ্টে ৰেপট্‌ কৰিলে, অবশ্য হব।" সাহেব, ৰেপট্‌ কৰিম, বুলি স্বীকাৰ কৰিলে ও মোক বিদায় দিয়াতে কাছাৰী গলোঁ। বাটতে, মোৰ মুনসী লগ ধৰাতে, ৰেপট কৰিবৰ কবুল কৰা কথা কলোঁ। আনন্দ হৈ চালাম দি, তেওঁ গল। মঞি কাছাৰাত গলোঁ। আহোঁতেও বাটত লগ ধৰি অনেক মিনতি কৰি কলে॥ ৩৯৭॥

তদপৰ দুই দিনৰ পিচে, পুনৰ সাহেবেৰ বাঙ্গালায় যোৱাতে সাহেব চকীত বহিব দিলে। মঞি বহি সাহেবত সুধিলোঁ "আপুনি যে মুনসী বিষয় ৰেপট কৰোঁ বুলিছিল, কৰিলে কি নাই।" সাহেব কলে "মঞি ৰেপট পঠালোঁ।" এনে কোৱাতে, মঞি চালাম দি, কাছাৰী গলো। বাটতে মোক মুনসী লগ ধৰাতে মঞি কলো, "সাহেবে ৰেপট পঠাইছে বুলি, আজি মোত কলে। কিন্তু মঞি তেনেকৈ বিশ্বাস কৰা নাই। তোমি বৰ কাছাৰী যাই বুজ লবা।" এইবুলি কাছাৰী গলোঁ। তদপৰ কাছাৰী অন্তে বাটতে মোক লগ ধৰি কলে "হয়, ৰেপট কৰিছে।" তাতে তেওঁ কলে, "যেতিয়া ৰেপট কৰিলে, অবশ্য হব। কিন্তু মঞি সাহেবক একবেলি দেখা হব খোজোঁ। আপুনি সাক্ষাৎ কৰাই দিয়ক।" মঞি কলোঁ "বাৰু,

খামা খাই নোৱাৰি, কয়েকদিন চবুৰ কৰা।" এই বুলি বাসায় আহিলোঁ। পৰদিন কাছাৰী যোৱাত পুনৰ মুন্‌সীয়ে আগ্ৰহি ধৰিলে। মঞি বাৰু, বুলি স্বীকাৰ কৰিলোঁ ॥ ৩৯৮ ॥

তদপৰ দিনা মঞি সাহেবৰ বাঙ্গালায় যাই চালাম দিয়াত চকীত বহি কলোঁ "সাহেব, সেই মুনসী বিষয় আপুনি ৰেপট্ কৰিছে, অবশ্য হব। কিন্তু তেওঁ আপুনাৰ সহিত সাক্ষাৎ হবৰ আহিবৰ খোজে।" সাহেব বোলে "কি কাৰণ আহিব লাগিছে ?" মঞি কলোঁ "তেওঁ আপুনালৈ বৰ ভয় কৰে। এবেলি আপুনাক দেখা পালে, তেওঁৰ ভয় গুচে, বৰ সন্তোষ হয়। দেখা দি চালাম দি যাব, এহাত কি খেতি আছে ?" সাহেবে হাঁহি কলে "বাৰু, আহিব পাৰে।" মঞি—"কেতিয়া আহিব ?" সাহেব —"কালিলৈ ন'বজাত আহিব।" এনে কোৱাতে মঞি চালাম দি আহিলো। বাটত মুনসীয়ে চাই আছে। মোক দেখি চালাম দি সোধাত—"কালিলৈ ন'বজাত যাব দিছে। কিন্তু তুমি একো নকৰা, চালাম দি আহিবা।" এই কথা কলোঁ। এবং কাছাৰীৰ পৰা অহাতো লগ ধৰি অনেক মিনতি কৰি কলে। তদপৰ বাসায় গলোঁ। পৰদিন কাছাৰী যাওঁতে বাটত লগ ধৰি কলে "মঞি সাহেবৰ পাশ যাই, চাপৰাছি দ্বাৰা এত্যালা দিয়াতে সাহেব ওলাই আহি সুধিলে। তাতে মঞি কলোঁ, 'চালাম দিবলৈ আহিছোঁ।' সাহেবে কলে, 'তোমাৰ কথা ডিপুটী কালেক্টৰ সাহেব মোত কৈছে।' এই বুলি বিদায় দিলে।" মঞি বোলোঁ, ভাল হৈছে ॥ ৩৯৯ ॥ লয়েড মুন্‌সী সাক্ষাৎ

তদপৰ সদৰৰ পৰা তেওঁক আপন পেচ্‌কাৰি কৰ্ম্মত মকৰৰ কৰাৰ হুকুম অহাতে, মকৰৰ হ'ল। মোক চালামৰ ওপৰি চালাম এবং ৰক্ষা কৰিলে বুলি ধন্যবাদ দিলে ॥ ৪০০ ॥ মুন্‌সী মকৰল

এই সনে কালীকান্ত নদীৰ কাথৰৰ মাটিত থকাত চৈত্ৰ মাহে ( পুত্ৰ এটি ) জন্ম হয় অৰ্থাৎ পুষ্পকান্ত জন্ম হয় ॥ ৪০১ ॥

# চতুৰ্থ অধ্যায় ( ক্ৰমশঃ )

ঘ—১৭৮৩ শক। ১২৬৮ সন। ১৮৬১-৬২ ইং।

**বিষয়া সকল—পৰগণা বন্দবস্ত—বিবাহাদি ঘৰুৱা খবৰ।**

হফ্‌কিঞ্চন কমিচনৰ ও ৰৌলট্ সাহেব একটিং জুডিচীল কমিচনৰ। কামৰূপে লয়েড্ ডিপুটী কমিচনৰ। তেওঁ ছুটী যোৱাতে, মেই মাহে, ১২৬৮ সনৰ জৈষ্ঠ মাসে লেফ্‌টেনাণ্ট্ এণ্ড সাহেব, তৃতীয় শ্ৰেণীৰ ইন্‌চাৰ্জ্জ্ ডিপুটী কমিচনাৰ হয়। তেওঁ যোৱাতে, ১৮৬২ ইংৰেজীৰ ৯ জানবাৰী ২৬ পৌষ লেম সাহেব জুনিয়ৰ হৈ, মৰৰৰ হয় ॥ ৪০২ ॥

লযেড্ ডিপুটী কমিচনৰ ও কালেক্টৰ হৈ গত সনৰ নিৰিখ মতে অৰ্থাৎ ৰূপিত কি পুৰা ১৷৷০ টাকা, বস্তিত ১৷৷০ টাকা, বাউতলী, ফৰিঙ্গতি, বৰিত, এক এক টাকা নিৰিখে, লাখৰাজ তদৰ্দ্ধ মতে, পৰগণাসকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। এবং হাজো পৰগণা গৌৰীকান্ত সহিত বন্দবস্ত থাকাতে, তেওঁ মোৰ যুক্তি পৰামৰ্শ মতে, ঠাকুৰীয়াৰ্হতৰ দ্বাৰা খাজানা তহচীল কৰাই, মোৰ পাশ পঠায়। মঞি সৰকাৰৰ লেঠা মাৰো এবং আখিৰিতে দুই তিন শত টাকা সৰকাৰে দাখিল কৰে। ॥ ৪০৩ ॥

পৰগণা বন্দবস্ত

এবং কমলাকান্তৰ জন্যে উজানি যোৰহাটৰ পৰা ৰৌমূৰীয়া ঘৰৰ শান্তিৰাম শৰ্ম্মাৰ বহিনী—শ্ৰীমাহিন্দ্ৰীক, নাউ-মানুহ পঠাই আনাতে, এই সনৰ বৈশাগ মাহে বিবাহ কৰান যায়। ঐ বিবাহে, হাজোৱলীয়া গায়ন-বায়ন, নাচনিয়াৰ ও ঢুলীযা-কালীয়া সহিত পাঁচদিনীয়া কৈ পানী তোলাতে বৰ ক্লেশ, লোক-জনৰ হৈছিল। মহাসমাৰোহে বিবাহ সম্পাদন হ'ল ॥ ৪০৪ ॥

শ্ৰীৰ লা- কান্তৰ বিবাহ

ঐ বিবাহৰ পৰদিনাই হাজো পৰগণাৰ লাখৰাজ বাজেপ্তি খাজানা গৌৰীকান্ত পাশ তলব হৈ প্যাদা জাৰি হোৱাতে,

গৌৰীকান্তে কলে, "মঞিও বিবাহতে আবদ্ধ আছোঁ। মপস্বল খাজানা বাকী আছে। সাধি আনি দিম। মোক ৫০০ পাঁচ শত টাকা দিওক।" মঞো সত্য মানি স্থিতৰ পৰ ঐ টাকা ৺মাতৃৰ মোকাবিলায় দিলোঁ। তাতে ৺মায়ে স্বাত্যপৰ (১) টাকা দিয়াতে বেজাৰ পূৰ্ব্বক কৈছিল "বপা, টাকা আছে দেখিহে ককায়েৰে দিছে। নহলে, কৰ দিলে হয় ? এতিয়াও সাধি আনি ককায়েৰক দিবা।" এই বুলি চক্ষুৰ লোতক মুচিলে ॥ ৪০৫ ॥ গৌৰী-কান্তক পাঁচশ টকা দিয়া

তদপৰ নদাৰ কাখৰৰ মাটি খৰিদ বাবতে ৭ বৈশাগ জজ্ঞোৰাম দলৈক ২৮৲ টাকা দিলো ॥ ৪০৬ ॥ মাটি খৰিদ

পূৰ্ণৰাম চেৰস্তাদাৰ কালেক্টৰিৰ চেৰস্তাদাৰ আছিল, কিন্তু লুকিৰ সিদ্ধান্ত-পত্ৰ নোপোৱাত থাকি চচ্‌পণ্ড হোৱাতে ১৩ জুলাই ৩০ আষাড ঠাকুৰদাস নাজীৰ একটিং চেৰস্তাদাৰ হয় ॥ ৪০৭ ॥ পূৰ্ণৰাম চেৰস্তাদাৰ চচ্‌পণ্ড

মুন্‌সী আচিচৰ্‌ পূৰ্ব্বেই বৰখাস্ত। তদপৰ কীৰ্ত্তিনাথ গোহাঞীও কৰ্ম্ম কৰিব নোৱাৰা হেতু বৰখাস্ত হোৱাতে, ১৮৬০ ইংৰেজীৰ ৩২ আইন মতে কৰ্ম্ম কৰাৰ কাৰণ, আচিচৰ্‌ ডিপুটী কালেক্টৰ, ১৮৬১ ইংৰেজীৰ ১৪ আগষ্ট, ১২৬৮ সনেৰ ৩১ শ্ৰাৱণ মকৰৰ হয়। অথচ ঠাকুৰদাস একটিং চেৰস্তাদাৰ থাকোঁতেই মকৰৰ হয়। ও তৎ নাজীৰি কৰ্ম্মত ২১ আগষ্ট মথুৰনাথ শৰ্ম্মা মকৰৰ হয়। তদপৰ ঠাকুৰদাস একটিং চেৰস্তাদাৰ আচিচৰ্‌ হোৱাতে, ফৌজাদাৰিৰ চেৰস্তাদাৰ ৰাধামোহন গোস্বামী, ১৮৬১ ইংৰেজীৰ ২২ আগষ্ট ১২৬৮ সনেৰ ৭ ভাদ্ৰ কালেক্টৰিৰ চেৰস্তাদাৰ হয়। কিন্তু লয়েড্‌ সাহেব ভাল নোপোৱাতে ৰাধামোহন গোস্বামী চেৰস্তাদাৰ, নগাঞৰ হাবিৰাম বৰুৱা চেৰস্তাদাৰ সহিত আপোচে বদলা-বদলি হৈ ১৮৬২ ইং ২১ ঠাকুৰদাস আচিচৰ্‌ হোৱা ৰাধামোহন চেৰস্তাদাৰ হোৱা

টোকা—(১) স্বাত্যপৰ=স্থিতি হৈ থকাৰ পৰা।

মাৰ্চ্চ ১২৬৮ সনৰ ৯ চৈত্ৰ হাবিৰাম কালেক্টৰিৰ চেৰস্তাদাৰ হয়॥ ৪০৮॥

এগ্‌লৌ ইনচাৰ্জ্জ্ কমিচনৰ

তদপৰ হফ্‌কিঞ্চন কমিচনৰ ছুটী লোৱাতে তৎকৰ্ম্মে এগ্‌লৌ সাহেব ইনচাৰ্জ্জ্ কমিচনৰ হয়। অৰ্থাৎ ১৮৬২ ইংৰেজীৰ নওম্বৰ মাহে মকৰৰ হয়॥ ৪০৯॥

বিবৰ জুডিচীল কমিচনৰ

ও বিবৰ সাহেব জুডিচীল আপন কৰ্ম্মে মকৰৰ ও হাজিৰ হোৱাতে, ৰৌলট্ সাহেব আপন কৰ্ম্মে গাৰোৱালে গ'ল। অৰ্থাৎ বিবৰ সাহেব ১৮৬২ ইং ১২ ডিচাম্বৰ জুডিচীল কমিচনৰ হয়॥ ৪১০॥

---

## পঞ্চম অধ্যায়

১৭৮৪ শক। ১২৬৯ সন। ১৮৬২-৬৩ ইং।

**বিষয়া সকল—পৰগণা বন্দবস্ত—ঘৰুৱা খবৰ।**

লেঃ গৱৰ্ণৰৰ সভাৰ বিবৰণ—মন্তব্য—সত্ৰাধিকাৰক সতৰ্ক কৰা—অন্যান্য।

হফ্‌কিঞ্চন কমিচনৰ। ও ৰৌলট্ সাহেব একটিং জুডিচীল কমিচনৰ যোৱাতে, পুনৰ বিচ্ জুডিচীল কমিচনৰ। কামৰূপে লয়েড্ কালেক্টৰ। এওঁ ছুটী লৈ কলিকাতা যোৱাতে এগু সাহেব ইনচাৰ্জ্জ্ হয়॥ ৪১১॥

১৮৬৩ ইংৰেজীৰ ১১ আপ্‌ৰেল ১২৬৯ সনৰ ৩০ বৈশাগ ডব্‌লিও বেকট্ সাহেব ইনচাৰ্জ্জ্ হয়। তেওঁ ২৭ জুন ইস্তফা দিয়াতে লেম্ সাহেব ইন্‌চাৰ্জ্জ্ হয়॥ ৪১২॥

লেম সাহেব ইন্‌চাৰ্জ্জ্

এই সনে লয়েড্ কালেক্টৰ সাহেব পৰগণা সকল গত সনৰ নিৰিখ মতে এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। ও হাজো পৰগণাও গৌৰীকান্ত সহিত বন্দবস্ত কৰিলে॥ ৪১৩॥ পৰগণা বন্দবস্ত

গৌৰীকান্ত আমাৰ দিহা-যুক্তিমতে ঠাকুৰীয়ালোকৰ পাশ খাজানা তহচীল কৰি মোৰ পাশ পঠায়। মঞি সৰকাৰে দাখিল কৰোঁ। এবং মোখনীয়া প্ৰভিতিৰ খাজানা মঞি নিজে দিওঁ। আৰু পৰগণাৰ খাজানাও আখেৰিতে দুই তিনি শও বাকী পৰে। প্যাদাজাৰি নোহোৱাকৈ মঞি লেঠা মাৰোঁ। এবং গৌৰীকান্তৰ ক্ৰমে মতি কিছু বিগৰিল, ঠাকুৰীয়া, কাকতী-সকলক আপন মতলবে লব ধৰিলে॥ ৪১৪॥ গৌৰীকান্ত আপন মতলবে চলা

এণ্ড সাহেবেৰ খানচামা একজনৰ, গত সনে ঠাকুৰদাস আচিচৰ্ বেছিকৈ খাজানা লগোৱা বুলি ওজৰ কৰাতে, এণ্ড সাহেব বহীজাত তলব দি ঐ বহীসকল হফ্‌কিঞ্চন্ কমিচনৰক দেখোৱালে। কমিচনৰ সাহেব দেখি, ৰায়ত প্ৰভিতিৰ বেজায়কৈ টেকস্ লগোৱা বুলি, প্ৰথম ঠাকুৰদাস, তদপৰ ড্ৰাইবৰ ডেপুটী কালেক্টৰক নি সোধাতে আৰু কৃষিকৰ লোকৰ টেকস্ নাই লগোৱা বুলি কোৱাতে, প্ৰথম কাৰ্য্যকাৰক, মোক নি সোধিলে। এবং মঞি ৬০০৲ টাকাৰ উৰ্দ্ধ লভ্য হলে, শতকৰা ২৲ টাকা টেকস্ লগোৱা, ও কমতি হ'লে, নলগোৱা, কিন্তু কৃষি বেপাৰ হলে, উভয়েৰ লভ্য জমানা কৰি টেকস্ লগোৱা কথা কোৱাত, "ঠাকুৰদাস ও ড্ৰাইবৰ নলগোৱা ও তোমি লগোৱা বুলি কলা, এহাত বেআইনী হৈছে" বুলি কমিচনৰ হফ্‌কিঞ্চনে কলে। তাতে মঞি কলো, "ফিনানচীল ডিপাটমেন্টৰ চৰ্‌কুলৰ জাৰি আছে, কৃষি ও বেপাৰ হলে, দুইকো গোট কৰি টেকস্ লগাবৰ বিধান আছে। মঞি সেইমত বন্দবস্ত কৰিছোঁ, একো বেআইনী হোৱা নাই। ঠাকুৰদাস ও ড্ৰাইবৰে কিমত কৈছে, মঞি নাজানোঁ। মঞি যিমতে বন্দবস্ত কৰিছোঁ, তাক কৈছোঁ। টেক্স্ বিষয় আমাৰ কৈফিয়ৎ

তথাপি যদি আপুনি বেআইনী বুলিছে, তবে হুকুম দিয়ক, সেই-মত বন্দবস্ত হব।" পাছে কমিচনৰ সাহেব সেইমত ৰোকাৰি (১) দিবৰ হুকুম দিলে ও তৈয়াৰো কৰিছিল। পাচে এণ্ড সাহেব কলে, "কমিচনৰ সাহেবে কৈছে, আগে যিমতে বন্দবস্ত কৰিছা, এতিয়াও সেইমত বন্দবস্ত কৰা। সদৰলৈ ৰেপট চিঠি লিখিছে। যিমত আজ্ঞা আহে সেইমত কৰিবা," এনে কলে। তদপৰ শুনিলো যে সদৰৰ পৰা বেআইনী নোহোৱা বুলি চিঠি আহিল কিন্তু কমিচনৰ সেই চিঠি জাৰি নকৰিলে ॥ ৪১৫ ॥

ইন্‌ক্ৰোনঞ্চ্ সাহেব

সে যাহক, এণ্ড সাহেব যোৱাতে, তৎকৰ্ম্মে ১৮৬২ ইং ৯ জুলাই ১২৬৯ সনেৰ ১৯ আষাড ইন্‌ক্ৰোনঞ্চ সাহেব ইন্‌চাৰ্জ্জ' কালেক্টৰ হল ॥ ৪১৬ ॥

তদন্তৰ লয়েড্ সাহেব আপন কৰ্ম্মত হাজিৰ হ'ল। এণ্ড সাহেবৰ বৃত্তান্ত তেওঁত কোৱা গ'ল ॥ ৪১৭ ॥

তদপৰ হফ্‌কিঞ্চন কমিচনৰ ছুটী লৈ কলিকাতা যোৱাতে, জি, এইছ, হৰটন সাহেব একটিং কমিচনৰ হৈ, ১৮৬২ ইংৰেজীৰ ৪ জুলাই ১২৬৯ সনৰ ২২ আষাড চাজ্জ ললে ॥ ৪১৮ ॥

এচ্‌লি বিডন লে গবৰ্ণৰ গোহাটী অহা

এবং এচ্‌লি বিডন্ লেফ্‌টেনান্ট্ (২) গবৰ্ণৰ সাহেব আসামৰ জেলাজাত দেখিবৰ আহি ২২ জুলাই গোহাটী পাহুছি ২৫ জুলাই কাছাৰীত উপস্থিত হল। এবং কাছাৰী বেঞ্চত থিয় হোৱাতে লয়েড্ সাহেব কাছাৰীৰ সকল চেৰস্তা আঙ্গুলিৰে দেখালে। তদপৰ, মোক দেখালে পৰ, কোঠা সোমাল। তেতিয়া মঞি ডেপুটী কলেক্টৰ আছিলোঁ ॥ ৪১৯ ॥

অতঃপৰ মোক তলব দি কোঠালৈ নি, কয়েকখন তামৰ ফলি মতালে। ও তামত কিয় লিখিলে বুলি সোধাতে—"জুই

---

টোকা—(১) ৰোকাৰি ( ৰোকৰ = জমা-খৰচ লিখা বহী ) = জমা-খৰচ লিখন। অথবা—ৰোবকাৰী = বিজ্ঞাপন।

(২) মূল পুথিত—লেপণ্টণ্ট। এইদৰে সকলো ঠাইতে।

পুৰিলে আৰু পানী পৰিলেও নষ্ট নহয় হেতু, আসাম ৰাজা তাম্ৰ পত্ৰত লিখাই দিছে" বুলি কলো। আৰু প্ৰথম বৰ পঞ্চায়তৰ সিদ্ধান্ত পত্ৰ ও লাখৰাজৰ ফয়চলা একখন পটি শুনালোঁ। কম্পাচ্ নক্সা দেখি যাই খাজাঞ্চী, ও জমা চেৰস্তা, ও মহাচেৰস্তা, ও মহাফেজ চেৰস্তা দেখিলে। ২৬ জুলাই ইস্কুল দেখি, ২৭ জুলাই জাহাজত সভা কৰিলে। এবং থুৰীয়া তাম্বুল এক একখন, ও আতৰ, চেকেট্ৰৰেৰ দ্বাৰা দি বিদায় দিলে। ও সভা বিসৰ্জ্জন হ'ল। ২৮ জুলাই উজানে গ'ল ॥ ৪২০ ॥

কাছাৰী দেখা

সভা এইপ্ৰকাৰ হৈছিল। ২৬ জুলাই, আন্দাজ তিনটা সময়, লয়েড্ সাহেব কাছাৰীতে মোক মাতি নি চকীত বহোৱাই সমাদৰপূৰ্ব্বক কলে, "কালিলৈ জাহাজত লেফ্‌টেনাণ্ট্ গবৰ্ণৰ সাহেব বৈঠক কৰি সভা কৰিব।" এতেকে কাৰ কি মৰ্য্যাদা মোত সোধাতে কলো। নিজে সাহেব লিখি ললে। এবং সভাহলৈ মোকো যাবৰ কলে। তাৰপৰা মঞি আহিলোঁ কিন্তু মোৰ ঐ সভাহে যাবৰ ইচ্ছা নাছিল, কিয়নো পৰ্ব্বতীয়া, ন-গোসাঞী প্ৰভিতি, সেই সভাহত বহিব। সেই শ্ৰেণীতে মঞো বহিলে সিবিলাকে(ৰ) মনত ঈৰ্ষা হব। এইকথা জয়গোপাল মনচুফ্ সহিত কোৱাকৈ কথোপকথন হৈছিলোঁ॥ ॥ ৪২১ ॥

লে গবৰ্ণৰ সভাৰ আযোজন

যাহক ২৭ জুলাই লয়েড্ সাহেব ন বজাত শুক্ৰেশ্বৰত জাহাজ থাকাতে লেফ্‌টেনাণ্ট্ গবৰ্ণৰ সাহেব পাশ যাওঁতে একজন চাপৰাছি পঠাই মোক ও জয়গোপাল মনচুফত কোৱালে। মঞি জাহাজলৈ আহিলোঁ। তেওঁলোকো অলপ বিলম্বে আহক এই বুলি জাহাজে গ'ল। তদপৰ মঞি আৰু জয়গোপাল মনচুফ একত্ৰে যাই ছোট ভাট্যালীয়া নাৱৰ দ্বাৰা পাৰ হৈ জাহাজত উঠিলোঁ। হৰটন কমিচনৰ দুইকো নি দক্ষিণফালে শাৰীত নি চকীত বহোৱালে। তেতিয়া দক্ষিণফালে প্ৰথম

সভাৰ বৰ্ৰিণ

পৰ্ব্বতীয়া গোসাঞী ও তদপৰ যোগেশ্বৰ ন-গোসাঞী বহি আছে। তদপৰ শ্ৰীকেশৱকান্ত যুবৰাজ ও খগেশ্বৰ চাৰিং ৰাজা উপস্থিত হোৱাতে, ন-গোসাঞীৰ দক্ষিণ পাৰ্শ্বে চকীত, কমিচনৰ ও লয়েড্ সাহেব, নি বহোৱালে। তদপৰ নিত্য-শোভনচন্দ্ৰ দিহিঙ্গৰ গোসাঞী উপস্থিত হোৱাতে, চাৰিং ৰাজাৰ দক্ষিণ পাৰ্শ্বে চকীত বহোৱালে। উত্তৰ প্ৰান্তে সাহেব, দুই চেকেট্ৰৰ, তদপৰ কমিচনৰ ও জুডিচীল কমিচনৰ ও কালেক্টৰেৰ আসন, ও উত্তৰ দক্ষিণে শিক চিপাহী বন্দুক সমেত খাডা আছিল। ইতিমধ্যে লেক্‌টেনাণ্ট্ গবৰ্ণৰ সাহেব চেকেট্ৰৰ সাহেবান ও কমিচনৰ সাহেব সহিত উপস্থিত হোৱাতে, সকলো খাডা হৈ চালাম দিলে। তদপৰ চকীত পূবমুখ হৈ বহাতে সকলো স্ব স্ব আসনে বহিল ও বহিলো। তদপৰ কমিচনৰ সাহেব প্ৰথম পৰ্ব্বতীয়া গোসাঞীক নি গবৰ্ণৰ সাহেব পাশ উপস্থিত কৰাতে চালাম দিলে, এবং 'ভালে আছা' বুলি সম্বোধন দিয়াতে, 'ভালে আছোঁ', এই বুলি কোৱাতে চালাম দি বিদায় দিয়াতে, আহি স্বকীয় আসনে বহিল। এবং প্ৰকাৰে একাদিক্ৰমে কমিচনৰ ও কালেক্টৰে সকলো এতদ্দেশীয় লোকক নি সাক্ষাৎ ও সম্বোধন কৰালে। তদপৰ মোক নি সাক্ষাৎ কৰোৱাতে, ঐ মত চালাম ও সম্বোধন দিয়াতে স্ব আসনে আহি বহিলোঁ। তদপৰ জয়-গোপাল ও বলোৰাম ফোকনক নিলে ও সেই মত সম্বোধন পৰ বহিল ॥ ৪২২ ॥

তদপৰ লেফ্‌টেনাণ্ট্ গবৰ্ণৰ পূব মুখে খাডা হৈ বক্তৃতা কৰিলে, এবং বহিলত, কমিচনৰ সাহেব বুজাই কলে ঃ—"গবৰ্ণৰ সাহেব এই আসাম মলুকক ও লোকসকলক ধন্যবাদ দিছে। আৰু ২০ বৎসৰেৰ মধ্যে, আৰু ভাল হব। মঞি অসমীয়া বুলি নাজানোঁ। যি বক্তৃতা ইংৰেজীতে কৰিছোঁ, কমিচনৰ সাহেবে তৰ্জ্জমা কৰি দিব।" এমত চমজালে। তদপৰেই চেকেট্ৰৰ একজন আহি

প্ৰথম পৰ্ব্বতীয়া গোসাঞীক মচলা সহিত থুৰীয়া পান সহিত তাম্বুল একখন, আতৰ দি ক্ৰমে মোক ও জয়গোপাল ও বলৰাম ফোকনকে দিয়াতে গবৰ্ণৰ সাহেব উঠিল। সভা বিসৰ্জ্জন হল ও হিতাহিতি লাগিল। পুনৰ ভাট্যালীয়া (১) নাৱত উঠি পাৰ হোৱা হ'ল ॥ ৪২৩ ॥

তদপৰ দিনা গবৰ্ণৰ সাহেব উজানে ৰওনা হৈ গল। মঞো কাছাৰীত বহিছো, এনেতে যোগেশ্বৰ ন-গোসাঞী মোলৈ একখনি চিঠি লিখি—'মোৰ সহিত এক শ্ৰেণীতে চকীত বহিলা' বুলি অনেক তিৰস্কাৰ—প্ৰায় গালাগালি, লিখাতে মনে মনে থাকিলোঁ। বেলা তিনটা সময় লয়েড্ সাহেব কাছাৰীতে মোক মাতি নি চকীত বহোৱাই সমাদৰ পূৰ্ব্বক সুধিলে, "কালি যে সভা হৈছিল, কেনে হৈছিল ?" তাতে মঞি কলোঁ, "ভাল হৈছিল। কিন্তু আমাৰ দেশত পৰ্ব্বতীয়া গোসাঞী ও ন-গোসাঞী, ৰজাৰ বংশৰ যুৱৰাজ, এই সকল মান্যৱান লোক। সেই সকলৰ শ্ৰেণী মতে আমালোক বহাতে বোধকৰো কিছু ঈৰ্ষাক্ত (২) হব পাৰে।" যেতিয়াই এনেকৈ কলোঁ, অগ্নিত ঘৃত দিয়া মতে জ্বলি উঠি, আমাৰ দেশক অনেক ভৎ'সনা কৰি বকি আছিল। "এনে দেশ মঞি কোনোখানে দেখা নাই। ভাল মানুহ ডিপুটী কালেক্টৰ ও মনচুফ ও সদৰামীন প্ৰভিতি মাটিত বহিব। গোসাঞী ৰাজাৰ বংশ বুলি উচ্চাসনত বহিব ?" এই বুলি কৈ আছিল। পৰে মোক বুজালে "দেখা তোমালোকৰ ৰাজা ক্ষুদ্ৰ এক মলুকৰ ৰাজা আছিল। সেই ৰজাই ফোকন বৰুয়া ও গোসাই পাতিছিল। সেই ৰাজা গুচিল, এতিয়ালৈকে মৰ্য্যদা আছে। মহাৰাণী ভাৰতবৰ্ষেৰ অধিপতি। তেওঁ মনচুফ, ডেপুটী কালেক্টৰ আদি বিষয়া পাতিছে। সিহঁতৰো মৰ্য্যদা ইজ্জত

সভাৰ বিষয়ে মতামত

টোকা—(১) ভাট্যালীয়া=ভাটীদেশৰ।
(২) ঈৰ্ষাক্ত=ঈৰ্ষাযুক্ত।

নহে ?" এই বুলি বকি আছিল। পৰে শান্ত হোৱাতে মঞ্জি কলোঁ। "সাহেব কোনেও কোৱা নাই, মঞিহে অনুমানে কৈছিলোঁ। সভা ভাল হৈছে।" এনে কোৱাতে সাহেব মনে মনে থাকিল পৰ, কাছাৰী বৰখাস্ত হল। সকল স্থানে স্থানে গ'ল ॥ ৪২৪ ॥

ঘৰ স্থানান্তৰ

এই সনে আমি ও লক্ষ্মীকান্ত, সোণাৰি ভেটিত থকাতে পচোৱা বতাহত জুইৰ বৰ সংশয় বুলি নদীৰ কাখৰৰ মাটিত যাবৰ কাৰণে মোৰ আগত কোৱাতে, মোৰো ও গৌৰীকান্তৰ উৎসাহ হল দেখি, যজ্ঞৰাম দলৈ প্ৰভিতিৰ খৰিদা মাটিত ঘৰ কৰি, অগ্ৰায়ণ মাসে ঘৰ ললোঁ। মোৰ পশ্চিমে, লক্ষ্মীকান্তৰ পূৰ্ব্বে গোপীকান্ত বৰুৱাক ঘৰ কৰিব মাটি দিলোঁ। সেইমত ঘৰ কৰিলে। কিন্তু শ্ৰীজয়ৰাম ও মিহিৰাম বৈনাই, তাতে আগৰ মাটিতে থাকিল ॥ ৪২৫ ॥

সভাত বহা বিষয় শ্ৰীশ্ৰীআউনী আটী গোস্বামীক সতৰ্ক কৰা

লেফ্‌টেনাণ্ট্ (১) গবৰ্ণৰ উজাই যাই শিৱসাগৰ জেলাতো ঐ মত সভা কৰাতে শ্ৰীশ্ৰীআউনীআটী অধিকাৰ দত্তদেৱ গোস্বামী, হৰনাথ পৰ্ব্বতীয়া বৰুৱাৰ শ্ৰেণীত চকীত নবহি, তোলী-গাৰু লৈ বহাতে, হৰটন্ কমিচনৰ সাহেব, অগত্যা পূৰ্ব্বক চকীত বহোৱালে। পূৰ্ব্বোক্ত মতে সভা বিসৰ্জ্জন হল। কিন্তু লেফ্‌টেনাণ্ট্ গবৰ্ণৰ সাহেব হৰনাথ পৰ্ব্বতীয়া বৰুৱা সদৰামীন, আউনীআটীয় গোসাঞীৰ শিষ্য হেতু, তেওঁক চকী দিয়াতে, সেই শ্ৰেণীৰ চকীত নবহা জানি, অমান্য কৰা বুলি দণ্ড বিষয় গবৰ্ণমেণ্টে ৰেপট কৰিলে পৰে, হুকুম আহিল যে, আমালোকৰ দাৰা-দস্তুৰ গোসাঞীয়ে নাজানে কাৰণ এই বেলি দোষ মাফ দিয়া গ'ল। আয়েন্দা (২) এমত নকৰিব। ইংৰেজৰ দাৰা-দস্তুৰ মতে চলিব, নচলিলে দণ্ডনীয় হব। এমত চমজাই দিব হুকুম আহিল। সেইমত চমজাই দিলে। তাৰে পৰাহে যোগেশ্বৰ ন গোসাঞীৰ আমাৰ প্ৰতি কোপ শান্ত হ'ল ॥ ৪২৬ ॥

ন-গোসাঞীৰ কোপ শান্ত

টোকা—(১) মূল পুথিত "লেপণ্টণ্ট"।
(২) আয়েন্দা = আগলৈ।

## ষষ্ঠ অধ্যায়

১৭৮৫ শক। ১২৭০ সন। ১৮৬৩-৬৪ ইং।

বিষয়াসকল—পৰগণা বন্দবস্ত—ভাই ভাই বিভক্ত হোৱা—বংশৰ লোক ও সম্পত্তি হানি—ঘৰ লৰোৱা—মঞি মপস্বল কৰা।

এইসনে হৰটন্ কমিচনৰ যোৱাতে পুনৰ হফ্‌কিঞ্চন কমিচনৰ হ'ল। ও এগ্‌লৌ জুডিচীল কমিচনৰ, কামৰূপে লেম সাহেব ইন্‌চাৰ্জ্জ হ'ল ॥ ৪২৭ ॥

পৰগণা বন্দবস্ত

এওঁ লেম সাহেব, কমিচনৰ সাহেবেৰ অনুমতি মতে গত সনৰ নিৰিখ ও নিয়ম মতে পৰগণাসকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। ও হাজো পৰগণাও গৌৰীকান্ত সহিত বন্দবস্ত কৰিলে। তেওঁ ঠাকুৰীয়া পাশ খাজানা তহচীল কৰি, সৰকাৰে দাখিল কাৰণে মোৰ পাশ পঠায়। মঞি দাখিল কৰোঁ এবং মোখনীয়া প্ৰভৃতি খাতৰ খাজনা মঞি নিজৰ পৰা দিওঁ, প্যাদা জাৰি হব নিদোঁ ॥ ৪২৮ ॥

গৌৰীকান্তৰ হিচাব মঞি নুবুজা

এক দিন মহাফেজ ককাইৰ মোকাবিলায় পৰগণাৰ জমা-খৰচ বুজাতে, ভালকৈ বুজাব নোৱাৰিলে। আৰু খং উঠে দেখি, বহীজাত তাক দিলোঁ,—"তঞি যি কৰ, কৰ, মঞি হিচাব নুবুজোঁ। কিন্তু তোৰ পৰগণা, তঞি খাজানাদিৰ জেঙ্গা ভাঙ্গিবি। মোক টকাৰ জন্যে নধৰিবি।" এই মত কলোঁ ॥ ৪২৯ ॥

গৌৰীকান্তক বিভক্ত কৰা

তদপৰ গৌৰীকান্ত অন্যখানে ধাৰ কৰা, আৰু কাঞাইঁতৰো সহিত লেন দেন কৰি, কাপোৰ আদি দ্ৰব্য অনা, টাকা কড়ি অনা শুনি বিৰক্ত হলোঁ। এবং তৎপুত্ৰ চন্দ্ৰকান্ত ঢাকাপটি প্ৰভিতিৰ জিনিচপত্ৰ অনা বাবত দুইজনা দোকানী নালিচ

কৰিব খোজা, লক্ষ্মীকান্ত মুখে শুনিলোঁ। আৰু সেই সময় লেম সাহেব চাৰ্জ্জ্ লৈ মোৰ খাত-পাম মাটি থাকা চেৰস্তাদাৰক সোধাত, ভায়েকৰ নামে থাকা কলে। ও মঞি একত্রে আছোঁ। শ্রীচন্দ্রকান্তৰ নামে গোচৰ কৰিলে ও গৌৰীকান্তৰ নামে গোচৰ হলে, মঞি ডেপুটী কালেক্টৰ আছোঁ কাৰণ, কৰ্ম্মৰ ব্যাঘাত হব পাৰিব। এই ভাবি ঢাকাপটিৰ দুইজন বেপাৰীক কাছাৰীতে আনি বহী চাই, ১৫০৲ টাকাদি বহী ওৱাচিল লিখালোঁ। সেই সময় গৌৰীকান্ত পৰগণাত আছিল। চিঠি দি অনালোঁ এবং তৎপুত্রৰ সকল বৃত্তান্ত ও টাকা, দুইজন বেপাৰীক দিয়া কলোঁ॥ ৪৫০ ॥

ঢাকা-পটিত শ্রীচন্দ্রকান্তৰ দেনা পৰিশোধ কৰা

মঞি ভাবিলোঁ, গৌৰীকান্ত ও তৎপুত্র, টাকা-কড়িৰ নানা মত লেঠা লগাব ধৰিলে। আৰু ভ্রাতৃবধূৰো এনে ভাব হ'ল,—যতই ধাৰ-ঋণ হয়, মঞি সুজিম। তদৰ্থে কিছো ভাবনা নোহোৱা হল যেন জানিলোঁ। এহাতে মোৰ কৰ্ম্মত লেঠা লাগিব অথবা দোচৰা জাগায় বদলি কৰিব। এহেতু বিভক্ত হোৱা কথা কওঁ। সিও জানি, ধাৰ কৰা ও খৰচ-পত্র কৰা কঠিন হব। আৰু সৰকাৰে ও অন্যলোকেও বিভক্ত হোৱা জানিব। এই বিবেচনা কৰি, মহাফেজ ককাই ও কলীয়া কানাই ও লক্ষ্মীকান্তক মাতি আনি, গৌৰীকান্তৰ মোকাবিলায় সকল বৃত্তান্ত কলোঁ। এবং গৌৰীকান্তক কলো, "তোমি আৰু তোমাৰ পুত্র এইপ্রকাৰ নানা টাকা-কড়িৰ লেঠা লগোৱা। পূৰ্ব্ব হৈতে তোমাক বাৰ বাৰ চমজাই আছোঁ। তথাপি তোমি ও তোমাৰ পুত্রে মোৰ কথা নুশুনে আৰু নুশুনা। বিবেচনা কৰি চাৱা, তোমি পৰগণা খোৱা এটি পাই-পইচা মোক নিদিয়া। ও পিতাৰ কৰ্ম্ম কৰোঁ, তাতো দা-দক্ষিণা আদি মঞি দিওঁ। তোমি মাত্র বহি কৰ্ম্ম কৰা। আৰু কাপোৰ-কানি আদি, মঞি যি লওঁ, তোমাকো দিওঁ, মঞো লওঁ। তোমাক নিদিয়াকৈ মঞি

গৌৰীকান্তক বিভক্ত কৰা কথা

নলওঁ। আৰু হাজো পৰগণাৰ মোখনীয়া প্ৰভিতি মাটিৰ খাজানাও, ও পৰগণাৰ, শেষত, দুই তিনি শত বাকী পৰিলে, মঞি দিওঁ। তথাপি তোমি ও তোমাৰ পুত্ৰ ধাৰ-ঋণৰ লেঠা লগোৱা! মঞি কি মতে তিষ্টিম? সৰকাৰী কৰ্ম্ম বা কি মতে থাকিব! এতেকে তোমাৰ সহিত মঞি এই আষাৰ মাহে বেলেগ হলোঁ। পূৰ্ব্বে শ্ৰীকমলাকান্তৰ বিবাহৰ পৰ দিনা ৫০০৲ পাঁচ শত টাকা দিলোঁ। তাক দিওঁ বুলি নিদিলা! তাক নালাগে। এতিয়া, আৰু এই ৫০০ পাঁচ শত টাকা দিলো, মোট এক হাজাৰ দিয়া হ'ল। আৰু টাকা নোপোৱা। গহনা-পাতি পূৰ্ব্বে বোৱাৰীহঁতক ও জীয়াৰীহঁতক দিছোঁ আৰু যাক যি দিবলগা আছে ক্ৰমাৎ দিম। মাটি-বাৰী সকল তোমাৰ নামে আছে, মঞি তাৰ খাজানা ওৱাচিল তহচীল কৰা উচিত নহয়। পৰে, যাক যেনেকৈ হয়, বিবৰ্ত্তি দিম। সম্প্ৰতি তোমিয়েই ওৱাচিল তহচীল কৰি সৰকাৰৰ লেঠা মাৰিবা। যি লাখেৰাজ মাটিৰ মুনাফা আছে, দিবা। ও লোণ তৈল খৰচাদি মঞি পূৰ্ব্ববৎ দিম। একেলগে খোৱা, বিভক্তে খোৱা, খাবা। তেওঁ আজিৰ পৰা বিভক্ত হলোঁ, জানিবা।" এই বুলি পাঁচ শত টাকা তেতিয়াই দিলো॥ ৪৩১ ॥

মোৰ মতলব এই,—বিভক্ত হলো বুলি কলে, গৌৰীকান্ত ভয় খাই খৰচ পত্ৰ সঙ্কোচ কৰিব। পৰে, ৺মাতৃ ও বৰঘৈণী 'হঠাৎ একৰ্ম্ম, কিয় বেলেগ হ'ল।' বুলি আচৰ্য্য মানি সোধাত, 'ভয় খাবৰ জন্যেহে কৰিছোঁ, ভাত পূৰ্ব্ববত একত্ৰে ৰান্ধা' বুলি কোৱাতে ৰান্ধিলে। এবং গৌৰীকান্তক মতাত নগল। ও নিংনা ভঁৰালীয়ে সোধাত, ভঁৰালৰ পৰা লোণ তেল চাউল দিব দিলোঁ। শ্ৰীচন্দ্ৰৰ মাকে জবাব দিলে, "কেচু ওলালে কি পুনৰ গাঁত পায়! আৰু কি সেই কথা হ'ব।" এই বুলি চাউল আদি নাৰাখি বিভক্ত খালে॥ ৪৩২ ॥

মোৰ মতলব

কেচু-ওলালে কি পুনৰ গাঁত পায়?

কালীকান্ত ফৌত

কালীকান্ত নদীৰ কাখৰৰ মাটিতে আছিল। জ্বৰ হৈ শ্রাবণ মাহে তাতে ফৌত হ'ল॥ ৪৩৩ ॥

তদপৰ আশ্বিন মাহ পৰিল। গৌৰীকান্ত পৰগণায় গ'ল। মঞি গোহাটীত আছিলোঁ। ৰাত্রি ঘৰ পুৰিলে। প্রাতঃকালে, মঞি খবৰ পাই পাৰ হৈ আহিলোঁ। গৌৰীকান্তৰ ফালৰ দ্রব্য

ঘৰ পোৰা

ওলাল, ঘৰ মাত্র পুৰিলে। মোৰ গহনাদি বৰপেডাৰ ভিতৰত কাষ্টৰ দুইটা পেডাৰ ভিতৰত পুৰিলে। এবং দক্ষিণাবৰ্ত্ত শঙ্খও এটা আছিল, সিও পুৰি ভস্ম হল। কাপুৰ পুথি ও বেই মাত্র ওলাল। ও নগদ টাকাও লোহাৰ পেডাৰ ১০।১২ টাকা ৰূপা মত গোট হ'ল। তাৰে কিছো দা-কটৰীৰে প্রভেদ হল। কতো গ'লি গোট হ'ল। মঞি ও গৌৰীকান্ত লক্ষ্মীকান্তৰ ঘৰতে থাকিলো। ও মহাফেজ ককাইৰ ঘৰ নুপুৰিলে, ৰ'ল॥ ৪৩৪ ॥

মঞি লক্ষ্মীকান্তৰ ঘৰতে থাকি সেই ঠাইতে ঘৰ কৰিবৰ উদ্যম কৰিছিলো। গৌৰীকান্ত পৰগণাৰ পৰা আহি,—'এই ঠাইত এক বৎসৰ নৌ-হৱে, এইমান দুৰ্গতি হল। ঠায়ো ঠেক, ইয়াত ঘৰ নকৰোঁ, আগৰ ঠাইতে ঘৰ কৰো' বুলি কোৱাত মঞি বিবেচনা কৰিলোঁ, গৌৰীকান্ত আগৰ সোণাৰি ভেঠিত ঘৰ কৰিলে, মঞি ইয়াত থকা উচিত নহয়। বিশেষ, জয়ৰাম মিহিৰাম সেই ঠাইতে আছে, তালৈকে যোৱা ভাল। হেন জানি

সোণাৰি ভেঁটীত ঘৰ কৰা

একমাহৰ অনুগ্রহৰ ছুটীলৈ, সেই সোণাৰি ভেঁটিত ঘৰ কৰি অগ্রায়ণ মাহে ঘৰ ললোঁ। ও মহাফেজ ককাই ৰূদ্রেশ্বৰে পুনৰ গ'ল। পৰে পুষ্পকান্তৰ মাক নদীৰ কাখৰৰ পৰা ৰূদ্রেশ্বৰে যাই পৃথক মতে থাকে॥ ৪৩৫ ॥

তদপৰ মঞি গৌৰীকান্তক দিয়া টাকা অঙ্কিত কৰিলোঁ ঃ— ॥ ৪৩৬ ॥

গৌৰীকান্তক দিয়া টকা

| | |
|---|---|
| পৰগণে হাজোৰ মোখনীয়া প্ৰভিতি | |
| খাতৰ তেউ পৰগণাৰ নিজে কৰ্ম্ম কৰা | |
| ইস্তক, মঞি নিজে দিয়া | ১৭০০৲ |
| ১২৬৮ সনৰ বৈশাগ মাহে দিয়া | ৫০০৲ |
| এই ১২৭০ সনে বিভক্ত হোৱাত দিয়া .. | ৫০০৲ |
| | ২৭০০৲ |

তদনন্তৰ মঞি সৰকাৰী কৰ্ম্মত, অথচ ছুটী বাদে, ডিপুটী কালেক্টৰি পদে হাজিৰ হৈ মপস্বলে তয়েনাত হলোঁ। এবং স্থানাস্থান ভ্ৰমণ কৰি, পৰতাল কৰি ফুৰিছিলোঁ। এবং ৰামদিয়াৰ মহীৰাম চৌধাৰী চাপাচী ৰাখা বাবত, তাতে একমাহমান থাকি চাপাচী তদন্ত পূৰ্ব্বক নিৰ্দ্দেশ জানি, ৰেপট পঠাই পূৰ্ব্বপাৰ, পাতি দৰঙ্গ আদি পৰতাল কৰি, গোহাটী আহিলোঁ॥ ৪৩৬ ॥

মপস্বলে পৰতাল কৰা

# সপ্তম অধ্যায়

১৭৮৬ শক। ১২৭১ সন। ১৮৬৪-৬৫ ইং

বিষয়া সকল—পৰগণা বন্দবস্ত—ভোটৰ লগত যুঁজ—মঞি যুঁজত ইংৰাজৰ আজেণ্ট—সম্পত্তি বিভাগ—অন্যান্য কথা।

হফ্‌কিঞ্চন কমিচনৰ ও এগ্‌লো সাহেব জুডিচীল কমিচনৰ। ও লয়েড্‌ সাহেব ডিপুটী কমিচনৰ। পৰে এওঁ দানাপুৰে যোৱাতে, ৰেবান সাহেব কিয়ৎকাল কৰ্ম্ম কৰে। পৰে তেঁউ ভাঠী যোৱাতে, ছেয়াৰ সাহেব ডিপুটী কমিচনৰ হয় ॥ ৪৩৭ ॥

পৰগণা বন্দবস্ত

লয়েড সাহেব ডিপুটী কমিচনৰ গত সনৰ নিৰিখ ও নিয়ম মতে পৰগণা সকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। ও হাজো পৰগণাও গৌৰীকান্ত সহিত বন্দবস্ত কৰিলে। তেওঁ স্বয়ং পৰগণাৰ ঠাকুৰীয়া, কাকতী, মকৰৰ কৰি, খাজানা শোধায়। কিন্তু আখেৰি শেষ কিস্তিত খাজানা বাকী জন্যে বৰ টানা-টানি, জামিনদাৰ, ও ঠাকুৰীয়া, কাকতী, টাকা ভৰিব ধৰিলে ॥ ৪৩৮ ॥

ইংৰাজে দেবানগাৰী লোৱা।

এই সনৰ অগ্ৰায়ণ মাস অবধি মঞি মপস্বল ভ্ৰমণ কৰি পৰতাল কৰি, বাক্‌চা দুৱাৰৰ তামোলপুৰ ও ঘোড়ামাৰা প্ৰভিতি ঘুৰি বিৰক্ত হলোঁ। এবং অগ্ৰায়ণ মাহে কেম্বল সাহেব কয়েক চিপাহী সহিত যাই, ভোটৰ পৰ্ব্বত দেৱানগাৰী ললে। কিন্তু ভোটৰ সহিত পুনৰ গোলমাল হব সম্ভব, জানি ফাগুন মাহে এক মাহৰ অনুগ্ৰহৰ ছুটী লৈ ঘৰতে থাকি দুৰ্গাকান্তৰ উপনয়ন দিবৰ মন কৰি, আয়োজন কৰিব ধৰিলোঁ। এবং শ্ৰীমান মল সোণাৰিক আনি ঘৰতে ৰাখি পোৰা গহনাদি তৈয়াৰ ও ভাল কৰাবৰ আৰম্ভ কৰিলোঁ। ইতিমধ্যে, গৌৰীকান্তৰ স্ত্ৰী, আমাৰ বোৱাৰী কেতেকী, ভাগ বস্তু নিদিয়ে বুলি, অনেক

ধুম্‌ধাম কৰাতে, মঞি বিৰক্ত হৈ, সোণাৰিৰ কাম কৰা মহকুফ্ কৰিলোঁ। ও সেই সময় ভোট পুনৰ্ব্বাৰ দেৱানগাৰী লোৱাতে বৰ গোলমাল হল। এবং ইংৰেজী খবৰ, চিপাহী ফৌজ চলিব ধৰিলে। মঞি ভাবিলোঁ, কিজানি দেশৰ বিভ্ৰাট হয়, ক'ৰ বস্তু কলৈ যায়, থাকে,—বুজিব নোৱাৰি। পোৰা দ্ৰব্যজাত সম্পূৰ্ণে ভাল কৰিব নোৱাৰিলোঁ। যাহক, কত কথা শুনিম? ভাগ কৰিয়ে দিওঁ। এই বুলি মহাফেজ ককাইক মতাই আনি ৺মাতৃ-মোকাবিলায়, ভাগ কৰি দিলোঁ।

ভোটে দেৱানগাৰী পুনৰ্ব্বাৰ লোৱা।

দেশৰ বিভাট ভাবি দ্ৰব্যজাত ভাগ কৰা

(১) ৰূপৰ জাৰী —১
তামৰ ৰূপখতা জাৰী —১
কঁাহৰ শৰাই —১
মিনাকৰা বাখৰামি বিৰি—১
হীৰাপতা ৰেবাৰ কেৰু —১ জোৰ
মিনাকৰা মুনিহ কেৰু —১ „
ৰূপৰ সোণখতা কাপঘৰা—১ টা
পোৰা বাখৰ ডালিমা —৩০০ মান
হীৰা আঙ্গঠি —২ টা
৯ দফা
বাখৰপতা আঙ্গঠি —১
১০ দফা

শ্ৰীচন্দ্ৰকান্তক দিয়া:—
সোণৰ বাখৰামি গাম খাৰু —১ জোৰ
সোণৰ লং বাখৰামি কেৰু—১ „
সোণৰ মালামণি —১ ধাৰ
সোণৰ হাৰ —১ ধাৰ
সোণৰ বৰ ডালিমাৰ আঙ্গঠি —১ গোট
৫

গৌৰীকান্তৰ স্ত্ৰীক দিয়া:—
সোণৰ ওকা খাৰু —১ জোৰ
ৰূপৰ সোণখতা খাৰু —১ „
বাখৰামি আঙ্গঠি —৫ গোট
সোণৰ ওকা বিৰি —১ ধাৰ
সোণৰ বাখৰামি কেৰু —১ জোৰ
তথা ৰেৱাৰ কেৰু —১ „
সোণৰ ওকা বিৰি —১ „
সোণৰ গেজেৰা —১ টা
তথা চন্দ্ৰ মণি —১ টা
সোণৰ বাখৰামি গলপতা—১ ধাৰ
কিংখাপৰ মেখেলা —১ খন
গাজৰ ৰিহা —১ „
জুৰীয়া কাপুৰ —১ „
পাটৰ ৰিহা-মেখেলা —১ জোৰ
খনীয়া কাপুৰ —১ খন
১৫ দফা

টোকা—(১) গৌৰীকান্তক দিয়া।

| | | | |
|---|---|---|---|
| তন্তু জীয়েক মঞ্জীৰাক দিয়া সোণৰ খাৰু | —১ জোৰ | ইজা | —৭ দফা |
| ৰূপৰ খাৰু | —১ জোৰ | সোণৰ গেজেৰা সহিত ছোট মুকুতা | —১ ধাৰ |
| সোণৰ বাখৰামি কেৰু | —১ „ | কিংখাপৰ মেখেলা | —১ খন |
| মিনাকৰা কেৰু | —১ „ | গাজৰ ৰিহা | —২ „ |
| আঙ্গঠি বাখৰামি | —৫ গোট | জুৰীয়া কাপুৰ | —১ „ |
| সোণৰ আদমহীযাৰ গলপতা | —১ ধাৰ | ক'লা কাৰৃচিপি মেখেলা | —১ „ |
| সোণৰ জামুগুটীয়া বিৰি | —১ ধাৰ | গছদিয়া কাপুৰ | —১ „ |
| | | পাৰি দিয়া কাপুৰ | —১ „ |
| দফা | ৭ দফা | | ১৪ দফা |

॥ ৪৩৯ ॥

* * * *

মূল পুথিৰ ১৭৪ আৰু ১৭৫ পৃষ্ঠাত একো লিখা নাই।

—সম্পাদক

এই সকল দ্ৰব্য ভাগ কৰি দিলোঁ এক ডলাতে। গৌৰীকান্তে লৈ ভিতৰলৈ গ'ল। কিয়ৎক্ষণ পৰে পুনৰ সেই ডলা সহিতে দ্ৰব্যজাত আনি কলে, "মোক একো নালাগে, ককাইৰ দ্ৰব্য ককায়ে নিয়ক।" এই বুলি কোৱাতে মহাফেজ ককাই ও মঞি জানিলো, তেওঁৰ ঘৈণীয়েকে মানা কৰাতহে ফিৰাই আনিলে। পূৰ্ব্বে তেওঁ কৈছিল, "সমান ভাই, সমান সমান ভাগ লম।" সেই কথা সকলোৱে জানে। মঞি একো মতা নাছিলোঁ। মহাফেজ ককায়ে তেওঁক অনেক তিৰস্কাৰ কৰি কলে, "মূৰ্খ তোক ককায়েৰে অনুগ্ৰহ কৰি দিছে। নিদিলে, তোৰ একো দাবী নাই।" এই বুলি কোৱাতে, সেই সকল দ্ৰব্য লৈ গ'ল ॥ ৪৪০ ॥

দুৰ্গাকান্তৰ উপনয়ন

পৰে ফাগুন মাহে দুৰ্গাকান্তৰ উপনয়ন দিবৰ জন্যে উত্তম কৰি, উপনয়ন দি হোম কৰিছোঁ, এনেতে লয়েড্ সাহেব কালেক্টৰ একজন চাপ্ৰাচী পঠাই মোক তলব দিলে। মঞি কলোঁ "দেখিছ, সাহেবত চালাম দি কবি, কালিলৈ মঞি যাম, আজি যাব নোৱাৰু।" এনে কোৱাতে চাপ্ৰাচী গ'ল ॥ ৪৪১ ॥

ভোটৰ গোলমাল ও মঞি এজেণ্ট হৈ ৰঙিয়া যোৱা

তদপৰ দিন মঞি খাই বৈ সোনকালে সাহেবৰ পাশ গলোঁ। তেতিয়া সাহেব লতাশিলৰ বাঙ্গালাতে আছিল। ৰজা ঘৰৰ ওচৰ সড়গতে সাহেব কাছাৰীলৈ অহাত, বাটতে লগ পাই, চালাম দিয়াতে বোলে "ভোটে পুনৰ দেৱানগাৰী ললে। ফৌজ গৈছে। আৰু আহিব। তোমি এজেণ্ট মকৰৰ হৈছা। ৰঙিয়াত থাকি চিপাহীৰ কুলী আদি যোগাৰ কৰিব লাগে। কাছাৰীৰ পৰা ২০০০৲ দুই হাজাৰ টাকা লৈ এতিয়াই যোৱাগৈ।" মঞি কলো "মোৰ ছুটী আছে।" সাহেবে কলে "কিছু খেতি নাই, সৰকাৰী জৰুৰী কৰ্ম্ম, নগলে নহয়।" তদপৰ কাছাৰী যাই, দুই হাজাৰ টাকা ললোঁ। আৰু সাহেব কলে "লাগে, আৰু টাকা নিয়া।" মঞি কলোঁ "নালাগে, যেতিয়া লাগে, নিম।" আৰু সাহেবে কলে "১০ আইন মকৰ্দ্দমাকো কৰিবা। চৌধাৰী সকলে ক্ৰুটী গাফিলি, ৰচদ কুলী আদিৰ কৰিলে, তোমি বহাল বৰখাস্ত কৰি ৰেপট কৰিবা। এই এক্তাৰো দিলো।" এনে কোৱাতে, দেবীচৰণ মহৰিৰ, চেৰস্তাৰ কাগজাদি লৈ, বেলা চাৰি দণ্ড মান থাকাতে, পাৰ হলো। সেইদিন বৰ পচোৱা বতাহ হৈছিল ॥ ৪৪২ ॥

কামো নালাগে, যাবকো নালাগে

পাৰ হৈ ঘৰ পোৱাতে ৺মাতৃ ও বৰ ঘৈণীৰ আগত বৃতান্ত কোৱাতে, "কামো নালাগে ও যাবকো নালাগে" বুলি কোৱাতে, মঞি নিৰ্ভয় পূৰ্ব্বক কোৱাৰ পৰ ভাত ৰান্ধিলে। এবং খাই-বৈ যাওঁতে নিশা চাৰি দণ্ডমান হৈছিল। তামাম

ৰাতি যাই ৰঙিয়াৰ ব্ৰহ্মানন্দ দলৈৰ ঘৰ পাই থাকিলোঁ। এনেতে, ৰাতি পোৱাল ॥ ৪৪৩ ॥

প্ৰভাত হোৱাতে দলৈৰ আগত সমস্ত বৃতান্ত কৈ চৌধাৰী সকলৰ পাশ ৰচদ কুলী তলব দি ১০ আইনৰ মোকৰ্দ্দমা কৰিবৰ আৰম্ভ কৰিলো। ও কুলী পহুচাতে গোহাটী হৈতে চালান হোৱা ৰচদ আদিৰ বোৰা, ৰাত্ৰিদিবা দ্বাৰ বাক্‌চাৰ তামোলপুৰে চালান কৰিব। ইতিমধ্যে গোড়া গোহাটী হৈতে ৰওনা হৱা, তাহাদেৰ খাদ্য সামগ্ৰী প্ৰস্তুত ৰাখাৰ ৰোবকাৰী পোৱাতে দেবীচৰণ মহৰিৰ সহিত যুক্তি পূৰ্ব্বক হাঁহ-পাৰ, পাঠা-খাহী, দুদ্, খৰি-কাঠ, তলব দিয়া গল। এনেতে গোড়া পাঁচশও, প্ৰভাতে যাঁই পহুচাতে, তৰাতৰিতে প্ৰথমে দুদ্ কয়েক দি, পৰে, পাঠা ও খাহী পহুচাতে, কয়েক তেওঁলোকক দি, ৰাতি ৰওনা কৰি পঠালো। তদপৰ দিনা, হফ্‌কিঞ্চন্ কমিচনৰ পহুচাতে, তেওঁকো যোগাৰ দি, দেৱানগাৰী পঠালো। এবং পুনৰ কমিচনৰ সাহেব গোড়া শিক্ চিপাহী দ্বাৰা যুদ্ধ কৰি ভোটক হঠাই দেৱানগাৰী লৈ, ৰঙিয়া পহুচাতে, গোহাটী পঠালোঁ। তদপৰ লযেড সাহেব ৰঙিয়া পহুচি চাই, গোহাটী আহিল। তেওঁ দানাপুৰ জেলায় ডিপুটী কমিচনৰ হৈ যাব, মোত কলে। এবং দানাপুৰ যোৱাতে ৰেবান সাহেব ইনচাৰ্জ্জ্ হল। তদপৰ চৈত্ৰ মাহৰ শেষ হোৱাতে ৰঙিয়াত চিপাহীলোক থাকিবৰ বাৰিক অথচ ঘৰ তৈয়াৰ কৰিবৰ হুকুম পালোঁ ॥ ৪৪৪ ॥

ৰচদ কুলী ও গোৰা পহুচা

দেৱানগাৰী পুনৰ ইংৰাজে লোৱা

চিপাহী লোকৰ বাৰিক তৈয়াৰী

এবং চৌধাৰীলোকৰ পাশ খেৰ বাঁহ ও কাষ্টাদি তলব দি ঘৰ তৈয়াৰ কৰিবৰ আৰম্ভ কৰিলোঁ। ও সেই কৰ্ম্ম গঙ্গানাথ মনচুফ্ ও বৰপেটা হৈতে মাকেঞ্জি সাহেব আহি তদ্বিৰ কৰিব ধৰিলে। সেই সময় অল্প অল্প বৃষ্টি। সেই বৃষ্টিতে তিতি কুলীৰ দ্বাৰা ঘৰ কৰাইছিলোঁ। অনেক মেহনত হোৱাতে মোৰ জ্বৰ ও বাত হব ধৰিলে। তিন দিন অনাহাৰ। গোহাটী

মোৰ জ্বৰ হৈ গোহাটী অহা

যাবৰ নিমিত্তে মোক, মেকেঞ্জি সাহেবত কোৱাতে, তেওঁ ছুটী দিব নোৱাৰা কলে। এনেতে গৌৰীকান্ত খেৰ বাঁহৰ গোলমালত ৰঙিয়া পহুচাতে, ভাত দুটামান ৰান্ধি দিলে। খাব নোৱাৰিলোঁ। ক্রমে জ্বৰ বেচি হল। মঞি গোহাটী ৰওনা হলো বুলি ৰেবান সাহেবেৰ পাশ এত্যালা পঠাই, দোলাৰে গোহাটী ৰওনা হৈ বেলা দুই দণ্ডমান থকাতে পালোহি ॥ ৪৪৫ ॥

---

## অষ্টম অধ্যায় (শক ১৭৮৭-৮৯)

### ক—শক ১৭৮৭। ১২৭২ সন। ১৮৬৫-৬৬ ইং

বিষয়া সকল—পৰগণা বন্দবস্ত—নৰীয়া পৰা—বংশত জন্ম-মৃত্যু—বিবাহ—আন আন খবৰ।

এইসনে হফ্‌কিঞ্চন্ কমিচনৰ ও এগ্‌লো সাহেব জুডিচীল কমিচনৰ ও কামৰূপে ৰেবান সাহেব ইনচাৰ্জ্জ্। তেওঁ যোৱাতে ছেয়াৰ সাহেব ডিপুটী কমিচনৰ হল ॥ ৪৪৬ ॥

মঞি গোহাটীৰ ঘৰ পাই ঔষধাদিৰে চিকিৎসা কৰাতে, জ্বৰ বাত কিছো শান্ত হোৱাতে, ৰেবান পাশ হাজিৰ হৈ ডিপুটী কালেক্টৰি কৰ্ম্মত থাকিলোঁ। পুনৰ ৰঙিয়া যোৱা নহল। কিন্তু মধ্যে মধ্যে কাছাৰীতে জ্বৰ উঠে। পৰে ঔষধ খোৱাতে ভাল হ'ল ॥ ৪৪৭ ॥ মোৰ জ্বৰ

ৰেবান সাহেব ভাঠী যোৱাতে, ১৮৬৫ ইংৰেজীৰ ৬ জুলাই, ছেয়াৰ সাহেব ডিপুটী কমিচনৰ হ'ল। এওঁ সাহেব পৰগণাসকল, গত সনৰ নিৰিখ ও নিয়ম মতে, এক এক সনা ম্যাদে বন্দবস্ত কৰিলে ॥ ৪৪৮ ॥ ইংৰাজ বিষয়া বদলি

পৰগণা বন্দবস্ত — হাজো পৰগণাও গৌৰীকান্ত সহিত বন্দবস্ত কৰিলে। তেওঁ আমাৰ যুক্তি-দিহামতে নচলি, নিজে ঠাকুৰীয়া, কাকতী আদি মকৰৰ কৰি, খাজানা তহচীল কৰি সৰকাৰে দাখিল কৰে। কিন্তু মোখনীয়া প্ৰভিতি মাটিৰ খাজানা মঞি দিওঁ। আখেৰি কিস্তিৰ খাজানা ঠাকুৰীয়া, কাকতী সকলোৱে ভৰে ॥ ৪৪৯ ॥

কালীকান্ত ফৌত, শ্ৰীভূমিৰ জন্ম — এই সনৰ শ্ৰাবণ মাহে কালীকান্ত নদীৰ কাখৰৰ মাটিত থকাতে ফৌত হ'ল। ও ফাগুন মাহে শ্ৰীভূমিকান্ত জন্ম হয়। তাৰ পৰে ৰুদ্ৰেশ্বৰে যায় ॥ ৪৫০ ॥

শ্ৰীকেশৱৰ জন্ম — আৰু এই সনৰ আশ্বিন মাহৰ ৩ দিন যোৱাতে শ্ৰীকেশৱকান্ত জন্ম হয় ॥ ৪৫১ ॥

শ্ৰীদেব-কান্তৰ জন্ম — ও কাৰ্ত্তিক মাহৰ ১৬ দিন যোৱাত মঙ্গলবাৰ নিশা ১১ দণ্ড সময় সোণাৰি ভেটিত শ্ৰীদেবকান্ত জন্ম হয় ॥ ৪৫২ ॥

শ্ৰীমতী জয়ন্তীৰ বিবাহ — আমাৰ দুহিতৃ শ্ৰীমতী জয়ন্তীৰ বিবাহৰ সময় হল। এবং টোকৰ ওৰফে পৰশুৰাম টঙ্গাদলৈৰ ঘৰৰ পুতেক শম্ভুৰামলৈ ধৰি 'সোণাৰি ভেঁটিলৈকে উঠি যাওঁ' বুলি কোৱাতে, মাধবানন্দ অধ্যাপকৰ যুক্তি মতে, অগ্ৰায়ণ মাহৰ ১৩ দিন যোৱাতে শম্ভুৰামত মঞি নিজে বিবাহ দিওঁ। এবং ঐ বিবাহে দিয়া দ্ৰব্য :—

বিবাহে দিয়া দ্ৰব্য — বৰক দিয়া :—

| | |
|---|---|
| সোণৰ আঙুঠি | —১ টা |
| পাটৰ ধুতী-চাদৰ | —১ জোৰ |
| কোখা-অৰ্ঘা | —১ „ |
| তাম-পিতল | —১ সজোলী |
| তোলী, পাটী, গাৰু আঠুবা, বানাত, চালপীৰা | —১ দফা |
| | মোট ৫ দফা |

শ্ৰীজয়ন্তীক দিয়া :—

| | |
|---|---|
| ৰূপৰ সোণখতা খাৰু | —১ জোৰ |
| বাখৰপতা আঙুঠি | —৫ টা |
| সোণৰ বাখৰামি কেৰু | —১ জোৰ |
| তথা মিনা কৰা কেৰু | —১ „ |
| সোণৰ ওকা বিৰি | —১ ধাৰ |
| সোণৰ বিৰিসহ থুপীয়া মণি | —১ থোপা |
| ৰূপৰ টেমী | —১ টা |
| কিংখাপৰ মেখেলা | —১ খন |
| গাজৰ ৰিহা | —১ „ |
| বানাৰসী ৰিহা | —১ „ |
| পাৰি দিয়া কাপোৰ | —১ খন |
| পাটৰ ৰিহা মেখেলা | —১ জোৰ |
| পৰে দিয়া বাখৰপতা আঙুঠি | —২ টি |
| | মোট ১৩ দফা |

শ্ৰীজয়ন্তীক দিয়া :—

| | |
|---|---|
| ইজা | —১৩ |
| সোণৰ বাখৰামি গলপতা | —১ ধাৰ |
| সোণৰ বাখৰপতা বিৰি | — „ |
| কৰ্পূৰৰ বাখৰপতা খাৰু | — ১ জোৰ |
| ৰূপৰ টেমা | — ১ (মস্ত্ৰি খৰচ ) |
| কাঁহৰ কাহী | — ১ খন |
| তথা বাটি | — ২ টা |
| পিতলৰ চৰিয়া | — ১ „ |
| কাঁহৰ কলহ | — ১ „ |
| তথা লোটা | — ১ „ |
| পিতলৰ লোটা | —১ „ |
| নগদ | —১০০্ টাকা |
| | সৰ্ব্ব মোট—২৩ দফা |

তদপৰ বিবাহন্তে ও খোপাখোপনী সভা অন্তে, মপস্বল ভ্ৰমণ পূৰ্ব্বক পৰতাল কৰি ফুৰিছিলোঁ। শেষে উত্তৰ সৰুবংশৰ দামপুৰ মৌজাৰ বালকৰাম চৌধাৰীৰ গ্ৰেণ্টৰ মাটি তহ্‌কীক্ কৰি গোহাটী আহিলোঁ ॥ ৪৫৩ ॥ মপস্বল ভ্ৰমণ

## অষ্টম অধ্যায় (ক্রমশঃ)

### খ—১৭৮৮ শক। ১২৭৩ সন। ১৮৬৬-৬৭ ইং।

বিষয়া সকল—পৰগণা বন্দবস্ত—সম্পত্তি বিভাগ—মঞি তেজপুৰে মুনচুফ—অন্যান্য খবৰ।

হফ্‌কিঞ্চন কমিচনৰ, ও এগ্‌লো সাহেব জুডিচীল কমিচনৰ। কামৰূপে ছেয়াৰ সাহেব ছুটী লোৱাতে কাৰ্ণীগী সাহেব ইন্‌চাৰ্জ্জ হয়। মঞি ডিপুটী কালেক্টৰিতে আছিলোঁ॥ ৪৫৪॥

প্ৰথমত ছেয়াৰ সাহেব গত সনৰ নিৰিখ ও নিয়মমতে পৰগণাসকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। হাজো পৰগণাও গৌৰীকান্ত সহিত বন্দবস্ত কৰিলে॥ ৪৫৫॥

এই সনৰ জৈষ্ঠ মাহে মঞি কাউৰবাহাৰ ধান আনিব কাৰণে নাউ-মানুহ পঠালো। বোধকৰোঁ চেচামুখ-মান পাইছিল, এনেতে শ্ৰীমান গৌৰীকান্ত, কাউৰবাহা আদি খাতত তেউৰ নামজাৰি থাকা বুলি ধান আনিব নিষেধ কৰাতে, মঞি অবাক হৈ, ববককাই গোপীকান্ত বৰুৱাক মাতি পঠালত, আহিল। এবং তেউৰ নামজাৰি থকা বুলি কাউৰবাহাৰ ধান আনিব নিষেধ কৰা বুলি কোৱাতে, তেউ গৌৰীকান্তক অনেক তিৰস্কাৰ কৰি কলে যে, "পাপীষ্ট, মুৰ্খ, সকলো মাটিবাৰী শ্ৰীগৌৰী কান্তৰ নিষেধ ককায়েৰে কৰিছে। তঞি এটা পইচাকো দিয়া নাই। তেওঁ সৰকাৰী কৰ্ম্মত আছে। তোমালৈ সৰল চিত্ত দেখি, সকল মাটি তোমাৰ নামজাৰি কৰি দিছে ও লৈছে। এতিয়া তোমি ধান আনিবৰ মানাহি কৰা। তোমাৰ সমান মুৰ্খ কোন আছে?" এইমত তিৰস্কাৰ কৰি, মোক শান্ত্বনা কৰি কলে, "বপা, তোমাৰ ভায়েৰ মুৰ্খ, সেহেতু এনে কথা কয়।

তোমি ধান আনা। বেজাৰ নকৰিবা।" মঞি কলোঁ, "ধান আনিম কিন্তু তেউৰ আশয়টি কেনে বুজক।" এইবুলি কলোঁ॥ ৪৫৬॥

কিন্তু মঞি বিবেচনা কৰিলোঁ, "মঞি বৰ্ত্তমানে ইমান! মঞি অবৰ্ত্তমানে মোৰ লৰাহতে মাটিবাৰী পাবনে? এতেকে মঞি বৰ্ত্তমানে বিভাগ কৰি এটি ফৰ্দ্দ কৰি দিয়া ভাল।" এইবুলি ফৰ্দ্দ এটি কৰি শ্ৰীকমলাকান্ত, এটি মহাফেজ ও এটি গৌৰীকান্তক দি কলোঁ, "এইমত নামজাৰি কৰি দিয়া। খাজানা ধানৰ তোমিয়েই নিৰ্ব্বাহ কৰিবা।" কিন্তু নামজাৰি কৰি নিদিলে। মাটি জমা ফৰ্দ্দ মত :— জমি ভাগ কৰি দিয়া

শ্ৰীচন্দ্ৰকান্তৰ —
পৰগণে হাজোৰ
মোখনীয়াৰ খেৰাজ
তলীয়াৰ
তেতেলীয়াৰ
ডিমৌৰ
কেন্দুকুচি-লাখৰাজ— ২০
ওখৰাৰ খেৰাজ

শ্ৰীগৌৰীকান্তৰ :—
পূৰ্ব্বপাৰ পৰগণাৰ
লাখৰাজ— ১২ পূৰা
তথা বাজপ্তী

শ্ৰীকমলাকান্তৰ :—
কাউৰবাহা খেৰাজ
পৰগণে খাতাৰ
কেন্দুকুচি লাখৰাজ— ২০

শ্ৰীৰত্নকান্তৰ :—
বৰিগোগৰ কৰকুচিৰ
লাখৰাজ গৰাবাদ— ৪০

শ্ৰীদুৰ্গাকান্তৰ —
পাতিদৰঙ্গৰ নকুচি
খেৰাজ— ২২
পূৰ্ব্বপাৰ মলঙ্গৰ
খেৰাজ— ২২

শ্ৰীধৰ্ম্মকান্তৰ :—
শিলভঁৰালৰ লাখৰাজ—
৪০ পূৰা
মোৰ পৰগণে হাজোৰ
হিডলাদলৰ লাখৰাজ—
১০ "

এইমতে ফৰ্দ্দ কৰি দিলোঁ। তাতে মহাফেজ ককায়ে কৈছিল "শ্ৰীদেৱকান্তক মাটি নিদিলা?" মঞি কলোঁ, "নাই

নাই, পাৰোঁ যদি পাচেকৈ দিম।" এমত কলোঁ। ঐ দশ বাৰ পুৰা মাটি মঞ্জি গৌৰীকান্ত নামে ৰাখাৰ কাৰণ এই,— লৰাইঁতে আমাক ধান খাব নিদিলে, সেই মাটিৰ পৰা প্ৰবৰ্ত্তন হব ॥ ৪৫৭ ॥

ডেপুটী কালেক্টৰি পদ উঠাত আমি মুনচুফ হোৱা

এই সনৰ শ্ৰাবণ মাহে গোহাটীতে আছিলোঁ, তথাপি ফৰ্দ্দমত নামজাৰি কৰি নিদিলে। এনেতে এ জেলাৰ ডেপুটী কালেক্টৰি পদ 'এবালিচ্' (১)। মোক তেজপুৰে ২০০৲ টাকা দৰমহাত মনচুফ মকৰৰ কৰি, তেজপুৰ যাই লঠৌধৰ ফুকন পাশ চাৰ্জ্জ্ লৈ, তেওঁক বিদায় দিবৰ ১৮৬৬ ইংৰেজী ৩১ জুলাই, হফ্‌কিঞ্চন কমিচনৰ সাহেবৰ হুকুম পোৱাতে, ২৪ শ্ৰাবণ শ্ৰীশম্ভুৰাম জামাতা ও জয়ৰাম, দাসী ও নেতো লগুৱাক লৈ ৰওনা হৈ নাৱেৰে ৮ দিনত যাই পাই, লঠৌফুকনৰ পাশ ১ আগষ্ট চাৰ্জ্জ লৈ লেম সাহেব পাশ হাজিৰ হৈ, হাতীমতাৰ ঘৰতে থাকিলো ॥ ৪৫৮ ॥

জিনকিঞ্চন্ কমিচনৰ ফোত্

তাতে ১৮৬৬ ইংৰেজী ২৮ আগষ্ট, ১২৭৩ সনৰ ১৩ ভাদ্র মঙ্গলবাৰ, ৩ বজাৰ সময়, জিনকিঞ্চন্ কমিচনৰ সাহেব গোহাটীত জ্বৰ হৈ ফোত্ হোৱা শুনিলো। এওঁ সাহেবক আসামৰ সকল লোকে ভাল পাইছিল ॥ ৪৫৯ ॥

ঐ হাতীমতা দৈবজ্ঞৰ ঘৰে থাকি কুমাৰ গাঞৰ ওচৰত মটীয়াত ঘৰ কৰিবৰ আৰম্ভ কৰিলোঁ। এবং আশ্বিন মাহৰ পূজাৰ বন্দ হোব, ছুটীৰ জন্যে এক মাহৰ এত্যালা দিয়াতে, সদৰে ৰেপট কৰিলে। এবং বন্দৰ ভিতৰতে মঞ্জুৰী পহুচাতে, লেম সাহেব পাশ্ চাৰ্জ্জ দি গোহাটী ৰওনা হৈ দুই দিনে সংক্রান্তি দিনা গোহাটী সন্ধ্যাৰ পূৰ্ব্বে পাওঁ। দেৱৰৰ বৰদলৈ, ঐ দিনে ফোত হোৱা, অশ্বক্রান্তত খৰি দিয়া, নাৱতে খবৰ পালোঁ। তদপৰ ঘৰত উঠি কেইদিন মান আছিলোঁ ॥ ৪৬০ ॥

দেৱৰৰ বৰদলৈ ফোত

টোকা—(১) এবালিচ্ = Abolished = উঠাই দিয়া।

পুনৰ কাৰ্ত্তিক মাহে ৰওনা হৈ যাই, তেজপুৰ পহুচাতে মটীয়াৰ ঘৰতে থাকিলোঁ। ও চাৰ্জ্জ্ গ্ৰহণ কৰিলোঁ॥ ৪৬১॥

তদপৰ মটীয়াতে এটি চৌচাল ঘৰ কৰি ফাগুন মাহে ঐ ঘৰ লওঁ। শ্ৰীমান ৰত্নকান্তক শ্ৰীমতী ৰবৈণী মোৰ পাশ পঠাই, শ্ৰীমতী জয়ন্তী দ্বিতীয় বিবাহ অথচ যুবৎ হোৱা লিখাতে, শান্তি লবৰ কাৰণে শ্ৰীশম্ভুৰামক গোহাটী পঠাই, শ্ৰীৰত্নকান্তক মোৰ লগত ৰাখিলোঁ॥ ৪৬২॥ শ্ৰীজয়ন্তীৰ শান্তি বিবাহ

ঐ তেজপুৰ থাকাতে,—শ্ৰীকমলাকান্তে ঈশৰামক ছয় শও টাকাদি পাখামাৰা খাত লোৱা শুনিলোঁ॥ ৪৬৩॥

---

## অষ্টম অধ্যায় (ক্ৰমশঃ)

গ—শক—১৭৮৯। ১২৭৪ সন। ১৮৬৭-৬৮ ইং।

বিষয়া সকল —পৰগণা বন্দবস্ত—মঞ্জি প্ৰথম শ্ৰেণীৰ মুনচুফ আৰু সদৰামীন আৰু দ্বিতীয় শ্ৰেণীৰ মেজেষ্টাৰ—ঘৰুৱা খবৰ।

হফ্‌কিঞ্চন্ কমিচনৰ ও বিবৰ সাহেব জুডিচীল কমিচনৰ। কামৰূপে ছেয়াৰ সাহেব ডিপুটী কমিচনৰ ও কালেক্টৰ। তেজপুৰে লেম সাহেব কালেক্টৰ॥ ৪৬৪॥ ইং বিষয়া

ছেয়াৰ সাহেব কামৰূপে গত সনৰ নিৰিখ মতে ও নিয়ম মতে পৰগণাসকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। হাজো পৰগণাও গৌৰীকান্ত সহিত এক সনা ম্যাদে বন্দবস্ত হ'ল॥ ৪৬৫॥ পৰগণা বন্দবস্ত

আৰু এই সনৰ বৈশাগ মাহৰ ৩০ দিন যোৱাত শ্ৰীচন্দ্ৰকান্তৰ কন্যা এটী জন্ম হয়। নাম শ্ৰীকুমুদী॥ ৪৬৬॥ শ্ৰীকুমুদীৰ জন্ম

তেজপুৰে আমি মুনচুফ ও ফৌজদাৰী ২য় শ্ৰেণী মাজেষ্টৰ

আমি তেজপুৰে মুনচেফ ও ফৌজাদাৰীৰ দ্বিতীয় শ্ৰেণীৰ মাজেষ্টৰ হৈ কৰ্ম্ম কৰিছিলোঁ। নগাঞৰ ৰাধাকান্ত বৰুৱা মুনচেফ্ তেজপুৰে বদল হব হেতু, তেওঁৰ পাশ চাৰ্জ্জ্ লবৰ হুকুম পোৱাতে শ্ৰীৰত্নকান্ত ও শ্ৰীজয়ৰাম সহিত ৰওনা হৈ লাউখোৱা ঘাটে পাৰ হৈ, হাতী ঘোঁৰা পাল্‌কী অহাতে, ৭ জুন ২৫ জৈষ্ট ৰওনা হৈ বেলা চাৰি দণ্ড মান থকাতে পাই, মহীধৰৰ ঘৰত থাকি, ৮ জুন ২৬ জৈষ্ট ৰাধাকান্ত হৈতে চাৰ্জ্জ্ গ্ৰহণ কৰি কৰ্ম্মে প্ৰবৰ্ত্ত হলোঁ। ও ফিলিপ্ সাহেব ও মিছিল সাহেব আচিষ্টণ্ট্ সহিত দেখা হলোঁ ॥ ৪৬৭ ॥

নগাঞে বদলি

ৰণ্‌জয় ফোকনৰ বেমাৰ দেখা

এবং ৰণ্‌জয় ফোকন নাজীৰৰ সেই সময় বেমাৰ। তেওঁক দেখিলো ও তেওঁৰে মাটি একখণ্ড লৈ ঘৰ কৰি ওচৰতে থাকিলো ॥ ৪৬৮ ॥

আমি নগাঞে ১ম শ্ৰেণীৰ মুনচুফ

মঞি নগাঞত থকাতে, প্ৰথম শ্ৰেণীৰ মুনচুফ ও সদৰামীন ও দ্বিতীয় শ্ৰেণীৰ মাজেষ্টৰ, ২০০্ টকাৰ জৰিমনা, ৬ মাহ ফাটক ও বেত দিবৰ এক্তাৰ পালো। আৰু ১৮৬৭ ইং ১৮ মেই হৈতে ১০০্ একশ টকা বৃদ্ধি হৈ এক যোগে ১৩ মাহৰ ১৩০০্শ টকা সৰকাৰ হৈতে পালোঁ ॥ ৪৬৯ ॥

জমি নাম-জাৰি অৰ্থে গোহাটী অহা

গৌৰীকান্ত আমাৰ ফৰ্দ্দমত নামজাৰি কৰি নিদিয়াত, তেজপুৰৰ পৰাও চিঠি লিখাত, নামজাৰি কৰি, লৰাইতক নিদিয়া হেতু, অনেক বিবেচনা পূৰ্ব্বক গোহাটী যাবৰ নিমিত্তে নিজ কৰ্ম্মোপলক্ষে ১ ফেব্ৰুৱাৰী হৈতে ৩১ মাৰ্চ্চতক ২ মাহৰ ছুটী লৈ গোহাটী আহিলোঁ ॥ ৪৭০ ॥

গোহাটীৰ কেঞাপটি বালিত মেলা

সেই সময় গোহাটীত কেঞাপটি বালিত মেলা হোৱাতে, এগ্‌লৌ সাহেব মোক ও কেফায়ৎউল্লা সদৰামীনক মেম্বৰ মকৰৰ কৰাতে, দ্ৰব্যজাত পছন্দ্ কৰিছিলো ॥ ৪৭১ ॥

শ্ৰীমান গৌৰীকান্ত ফৰ্দ্দমত লৰাইতৰ মাটিত নামজাৰি কৰি নিদিয়ে। পূৰ্ব্বে পঞ্চ ভাই বেলেগ হলো। কি কি

দ্ৰব্য পালোঁ ও আছে, মহাফেজ ককাই, মাতৃ আছে, সমাজ পাতি তেওঁলোকক সোধোৱা আৱশ্যক। এই ভাবি গৰ্গৰাম বৰুৱা সদৰামীন, ও হৰিমল বৰা, ও জ্যেষ্ঠ গোপীকান্ত বৰুৱা, ও জয়ৰাম, ও লক্ষ্মীকান্তক মাতি আনি ফাগুন মাহে ৺মাতৃ মোকাবিলায় সোধালোঁ। অৰ্থাৎ মঞি এই কলোঁ, "আমি পঞ্চ ভাই পূৰ্ব্বেই বিভক্ত হলোঁ। তেতিয়া গৌৰীকান্ত সৰু আছিল। ভাগত যি যি দ্ৰব্য পাইছিলোঁ, দেৱৰৰ বৰদলৈৰ জীয়েকক, বিবাহৰ জোৰণ দিয়া গ ল। যি অৱশেষ আছিল, ঘৰ পোৰাত পুৰিল। মঞি গৌৰীকান্তক প্ৰতিপাল কৰি, নিজে পঢ়াই শুনাই, উপনয়ন ও বিবাহ ও পুতেৰহঁত ও জীয়েকক উপনয়ন ও বিবাহ দিছোঁ। তেওঁ ৩০ বৎসৰ পৰগণা খাই এটি পাই পইচাকো মোক নিদিয়ে। সকলো ঘৰৰ খৰচা মঞি দি আছো। ও পিতৃ আৰ্জ্জনৰ কোনো সম্পত্তি নাই। ও তেওঁৰ আৰ্জ্জনৰো মোক এটি পাই পইচা দিয়া নাই। মাটিবাৰী হাতী গৰু গাই কাপৰ-কানি, সকলো মোৰ আৰ্জ্জনৰ। এতেকে গৌৰীকান্ত ও তদপুত্ৰ ও শ্ৰীকমলাকান্ত প্ৰভৃতি, সকল মোৰ পুত্ৰ। এহেতু মঞি পুত্ৰ বিবেচনা কৰি সকলোকে সমানাংশে দিছোঁ। ও মঞি যি ৰাখিছোঁ, তেওঁক তাকে দিছোঁ। এতিয়া মোৰ ফৰ্দ্দমত, তেওঁৰ নামজাৰি থাকা বুলি, কি কাৰণ নামজাৰি কৰি নিদিয়ে সোধক। এই জন্যে মঞি আহ্বান কৰি আপুনালোকক আনিছোঁ" ॥ ৪৭২ ॥ *গৌৰীকান্তৰ বিৰুদ্ধে মেল মতা*

সদৰামীন, প্ৰথম জ্যেষ্ঠ গোপীকান্ত বৰুৱাক সোধাত, তদ্ৰূপ কলে ও ৺মাতৃকো সোধাত সেই ৰূপ কৈ, পিতাদিনৰ এটি লোটা থাকা, তেওঁ আচৰণ কৰা আন সকল সম্পত্তি মোৰ আৰ্জ্জনৰ, তেওঁ কোন টাকা-কড়ি মোক বা ককায়েকক নিদিয়া, সকল খৰচা মঞি চলোৱা বুলি কলে ॥ ৪৭৩ ॥ *পঞ্চায়ত মেলৰ ফলাফল*

তদপৰ গৌৰীকান্তক সোধাতে, কোনো খৰচাদি তেওঁ

নিদিয়া, সকল মাটিবাৰী মঞি কিনি লোৱা বুলি কৈ, কেবল আপত্তি কৰিলে—“কাউৰবাহাখন মোক দিয়ক।” এই বুলি কোৱাতে, মঞি এই কথা কলোঁ, “মোখনীয়াৰ খাতখন হাজো পৰগণাৰ অন্তৰ্গত। এক সমান মাটি, কছাৰী মানুহো দুইখন খাতে সমান আছে। তেওঁ হাজো পৰগণাৰ চৌধাৰী, এহেতু, কাজিয়া, আয়েন্দা নহবৰ নিমিত্তে কাউৰবাহাৰ খাত, শ্ৰীকমলা-কান্তক দিছোঁ। ই কি বঞা হৈছে ?” তাতে সদৰামীন প্ৰভৃতি, তেওঁক ধিক্কাৰ দি কলে, “মনচুফে যি বেৱস্থা কৰি দিছে, এহাত আমি কবৰ মুখ নাই। বপা তুমি অবহেলে ফৰ্দ্দমত নামজাৰি কৰি দিয়া” বুলি কলে। গৌৰীকান্ত সন্মত হ’ল। তেওঁলোক উঠি গ’ল ॥ ৪৭৪ ॥

তথাপি মাটি নামজাৰি কৰি নিদিযাত, মঞি কেইদিনমান থাকি নগাঞে যাবৰ উদ্যম কৰিলো। এবং মোৰ লগত শ্ৰীৰত্নকান্ত ওলাল। সেই দিনে নামজাৰি দৰখাস্ত দিওঁ বুলি কোৱাতে, শ্ৰীমান ৰত্নকান্তক নাৱৰ পৰা তুলি পঠাইছিলো। শ্ৰীকমলাকান্তৰ নাম জাৰি কৰিবৰ দৰখাস্ত দিয়া বুলি কলে। পাচে, মোৰ লগতে তেওঁ ৰওনা হ’ল। এবং নগাঞ পাই, ১১ মাৰ্চ্চ ২৯ ফাগুন মঞি চাৰ্জ্জ্ গ্ৰহণ কৰি কৰ্ম্মে প্ৰবৰ্ত্ত হলোঁ ॥ ৪৭৫ ॥

তেজপুৰে চাৰ্জ্জ্ লোৱা

তদপৰ তেজপুৰৰ ৰাধাকান্ত বৰুৱা মুনচেফ বেমাৰ হোৱাতে, তেওঁৰ চাৰ্জ্জ্, মঞি লবৰ হুকুম হৱাতে ১৮৬৮ ইং, ৩, আপৰেল ১২৭৪ চনৰ ২৩ চৈত্ৰ নগাঞেৰ ফিলিপ সাহেবক চাৰ্জ্জ্ দি, যাই, লাউখোৱা ঘাটত থাকি, ৰাতি কুমাৰহঁতে নাউ লৈ অহাতে, পাৰ হৈ যাই, মোৰ টিলাৰ ঘৰতে থাকিলোঁ। পৰদিন, ৫ আপৰেল ২৪ চৈত্ৰ, তেজপুৰৰ লেম সাহেব পাশ হাজিৰ হৈ, ৰাধাপটু সাহেব পাশ চাৰ্জ্জ্ লৈ কৰ্ম্মে প্ৰবৰ্ত্ত হলোঁ। মোৰ লগতে শ্ৰীমান ৰত্ন গৈছিল ॥ ৪৭৬ ॥

## নৱম অধ্যায় ( শক ১৭৯০-৯৩ )

### ক—১৭৯০ শক। ১২৭৫ সন। ১৮৬৮-৬৯ ইং।

বিষয়া সকল – নগাঞে বদলি—পথৰ কষ্ট – খাজানাৰ নিৰিখ—দ্বিতীয়া ভাৰ্য্যা বিবাহৰ উদ্যোগ – গৌৰীকান্তৰ কথা—অন্যান্য।

হফ্‌কিঞ্চন্ সাহেব কমিচনৰ ও বিবৰ সাহেব জুডিচীল কমিচনৰ। কামৰূপে ছেয়াৰ সাহেব, তেজপুৰে লেম সাহেব, নগাঞে ফিলিপ সাহেব ও মিছিল সাহেব এচিষ্টেণ্ট কমিচনাৰ। কামৰূপে হাবিৰাম বৰুৱা চেৰস্তাদাৰ হৈ, ছেয়াৰ সাহেবৰ বৰ বল্লভ হৈছিল ॥ ৪৭৭ ॥

এই সনৰ বৈশাগ ও জৈষ্ট মাহে আমি শ্ৰীৰত্নকান্ত সহিত তেজপুৰে আছিলোঁ। আষাড মাহে ভাঠীৰ পৰা দ্বাৰিকানাথ ঘোষ মনচুফ্ হৈ আহিব বুলি শুনিলোঁ এবং গেজেট জাৰি হ'ল। পৰে তেওঁ আহি তেজপুৰ পঁহুচাতে, মঞি ৮ জুলাই ২৫ আষাড ঐ মনচুফকে চাৰ্জ্জ দি ২৭ আষাড নাৱেদি শ্ৰীৰত্নকান্ত ও গুণী ও দুখু সহিত কুমাৰ গাঞৰ নাউ মানুহ লৈ ৰওনা হৈ ভোমোৰাগুৰিৰ উজান মাজুলীত থাকিলোঁ। ২৮ আষাড প্ৰাতসে নাউ-খোৱাদি দক্ষিণ পাৰে কলিয়াবৰ পৰ্ব্বত ধৰি, দুপৰীয়া তাতে ভাত খাই পৰ্ব্বতৰ পূবফালে, জয়সাগৰ দলেদি কলঙ্গ নদীত পৰি ভটীয়াই যাব বুলি কোৱাত, সেই পিনে, পানী ও হাবি-দলনি'দি যাই, সন্ধ্যা হ'ল। তাতে বৰষণ হ'ল, নেদেখা হল। নাউ কিছুমান টানি-টুনি, হাবিৰ মাজ, তলে পানী, তাতে থকা গ'ল। থাকিবৰ ঠাই নাই। দুখু আদি কেইজনমান নাৱৰ ছৈৰ ওপৰতে থাকিল। এবং

মঞি তেজপুৰ হৈতে বদলি

কলিয়াবৰৰ হাবিৰ মাজত থকা

পানী শুকাব ধৰিলে। যাহক, প্ৰভাত হলত দেখা গল, কলং নদীৰ পাৰতে নাউ লাগি আছে। পাচে, সকলোৱে টানি কলং নদীত নাউ পেলাই ভটীয়াই যাই কলিয়াবৰৰ কিছো নামতে, দুপৰীয়া নাউ ৰাখি, ভাত খোৱা গ'ল। সেইদিন ২৯ আষাড ॥ ৪৭৮ ॥

তদপৰ ভাত খাই নাউ ভটীয়াই মেলি দিয়া গ'ল। এবং নদীৰ পাকত থাকি, যাওঁতে যাওঁতে ৰাতি হ'ল। তামাম ৰাতি যাই, জেলাৰ ঘাট পালোঁ। প্ৰভাত হ'ল। এবং ভাত খাই, ৩০ আষাড, ১৩ জুলাই ফিলিপ সাহেব ডিপুটী কমিচনৰ পাশ চাৰ্জ্জ্ লৈ কৰ্ম্মে প্ৰবৰ্ত্ত হলো। এবং পূৰ্ব্বোক্ত মাটি, ঘৰতে, থাকিলো। পূজাৰ বন্দত, এই বেলি ছুটী নহল। নগাঁওতে পূজা চালো। ও মোৰ দৰমহা ১০০৲ একশও বেচি হোৱাতে ১৩ মাহৰ ১৩০০৲ টাকা একেবাৰে পোৱা গল ॥ ৪৭৯ ॥

নগাঁওত চাৰ্জ্জ লোৱা

দৰমহা বৃদ্ধি

এইসনে হফ্কিঞ্চন্ কমিচনৰ সাহেবেৰ ১৮৬৮ ইং ১৪ নওম্বৰেৰ ৬৬৫ নম্বৰৰ চিঠিৰ আজ্ঞামত ৰূপিত ফি পুৰা ২॥০ টাকা, বস্তিত ৪৲ টাকা, বাউতলীত ২৲ টাকা, ফৰিঙ্গতিত ২৲ টাকা, বৰিত ২৲ টাকা নিৰিখ ধাৰ্য্য কৰি লাখৰাজ তদৰ্দ্ধমতে এক এক সনা ম্যাদে বন্দবস্ত কৰাৰ হুকুম জাৰি কৰিলে। সেইমত সকল জেলায় হল ॥ ৪৮০ ॥

পৰগণা বন্দবস্ত

আৰু এওঁ সাহেবেৰ দিনৰে পৰা দস্তুৰমত কাছাৰী, তেওঁ কৰা গুচিল। কোঠা বা অন্দৰত থাকি 'পাৰ্চনেল' দ্বাৰা হুকুম জাৰি কৰায় ॥ ৪৮১ ॥

আৰু পৰগণাসকলৰ চৌধাৰীৰ শতকৰা ১৪।০ আনা কমিচন গুচাই পাঁচ হাজাৰ প্ৰযন্ত ১০৲ টাকা, তদুৰ্দ্ধ হলে ৫৲ টাকা কমিচন দিবৰ হুকুম জাৰি কৰি, তাকো দৰমহা স্বৰূপ দিবৰ ৰেপট সদৰে কৰিলে ॥ ৪৮২ ॥

চৌধাৰীৰ কমিচন

## নৱম অধ্যায় (ক্ৰমশঃ)

খ—১৭৯১ শক। ১২৭৬ সন। ১৮৬৯-৭০ ইংৰেজী।

শ্ৰীকালিন্দী ও শ্ৰীগোলাপী জন্ম—গৌৰীকান্তৰ ধাৰৰ বিষয়ে যুক্তি—মঞি ওকীলৰ জীয়েকক বিবাহ কৰোৱা—অন্যান্য।

এই সনেও হফ কিঞ্চন কমিচনৰ ও এগ্‌লো সাহেব জুডিচীল কমিচনৰ। নগাঞে ফিলিপ সাহেব ডিপুটী কমিচনৰ ও মিছিল সাহেব এচিষ্টেণ্ট কমিচনৰ গত সনৰ নিৰিখমতে এক এক সনা ম্যাদে বন্দবস্ত কৰিলে ॥ ৪৮৩ ॥

এই সনৰ বৈশাগ মাস অবধি মঞি নগাঞতে থাকোঁ। জৈষ্ট মাহে শ্ৰীকমলাকান্তৰ দুহিতৃ এটী হয়। নামাকৰণে শ্ৰীকালিন্দী নাম হয় ॥ ৪৮৪ ॥ শ্ৰীকালিন্দী জন্ম

নগাঞে ৺পিতাৰ শ্ৰাদ্ধ কৰি ভাদ্ৰ মাহে থাকোঁ। ৪ আক্টুবৰ ১৯ আশ্বিন ইস্তক এক মাহৰ ছুটী লৈ গোহাটী আহোঁ। ইতিমধ্যে শ্ৰীচন্দ্ৰকান্তৰ গোলাপী নামে কন্যা এটী জন্ম হয় ॥৪৮৫॥ ছুটী লোৱা শ্ৰীগোলাপী জন্ম

তদপৰ মঞি নগাঞে যাবৰ উদ্যত হলো। শ্ৰীমান গৌৰী-কান্ত, ছোট বুলনী ঘৰত, মোৰ কাখতে বহি কলে যে, "ধাৰতে তল গলো।" মঞি সোধাত কলে, দেৱকান্ত প্ৰভিতিৰ ৪০০০৲। ৫০০০৲ হাজাৰ টাকাৰ ধাৰ থাকা আৰু শতকৰা ৫।৩ টাকা সুত। এহাতে আমি অনুমান কৰি কলোঁ, "৬০০০৲ ছয় হাজাৰ টাকা সুত সহিত হব। মঞি একযোগে আদায় কৰি দিবৰ কি শক্তি আছে, তাতে আজি মঞি নগাঞে যাওঁ। তথাপি উপায় কৰিলে, চুক্তিতে আদায় কৰিব পাৰি" ॥ ৪৮৬ ॥ শ্ৰীগৌৰী-কান্তে তেওৰ ধাৰৰ কথা কোৱা

শ্ৰীমানে কলে, "কি উপায় কৰে কৰোক।" মঞি কলো, "পৰগণাৰ কমিচন কি পোৱা?" ১০০০৲ এক হাজাৰ বুলি

ধাৰ সুজাৰ যুক্তি

কলে। মঞি সৰল চিত্তে কলোঁ, "ঐ এক হাজাৰ কমিচন মধ্যে যদি তোমি সাড়া, টেকেলা ও লগুৱাত খৰচ কৰিও, ৮০০৲ বা ৯০০৲ টাকা মোক দিব পাৰানে?" তেওঁ কলে, "ঘৰৰ খৰচ চলিলে দিব পাৰোঁ।" "মাহে কিমান খৰচ লাগে?" তেওঁ কলে, ১০।১২ টাকা হলে চলে। মঞি কলোঁ, "মাহে ১৫৲ টাকা দিম। তোমি বৎসৰৰ শেষে, কমিচনৰ ৮০০৲ বা ৯০০৲ টাকা বাপুৰাম ওকিল বা মহাফেজ ককাইৰ হাতত দি, গোলৈ লিখিবা।" তেওঁ স্বীকাৰ হ'ল। মঞি তেতিয়াই কাৰ্ত্তিক মাহৰ বাবত ১৫৲ টাকা দিলোঁ আৰু কলো, "মাহে মাহে ঐ ১৫৲ টাকা পঠাই থাকিম।" এই বুলি মঞি নগাঞে ৰওনা হলোঁ। এবং ভনীয়েকক দেখিবৰ কাৰণে শ্ৰীচন্দ্ৰকান্ত মোৰ লগতে নগাঞে গ'ল। মঞি নগাঞ পাই, ৫ নওম্বৰ ২০ কাৰ্ত্তিক নগাঞৰ চাৰ্জ্জ্‌ গ্ৰহণ কৰিলোঁ। তদপৰ অগ্ৰায়ণ মাস প্ৰবেশ হোৱাতে, ঐ মাহৰ খৰচা ১৫৲ টাকা হুণ্ডি কৰি, শ্ৰীমান পাশ পঠালোঁ। ৪৮৭॥

ওকীলৰ জীয়েকক বিবাহৰ কাৰণ গহনা অনা

ইতিমধ্যে লখীমপুৰৰ বিষ্ণুৰাম ও জীউৰাম পেচ্‌কাৰৰ পত্ৰ পালো যে, ওকীলৰ জীয়েকক গহনা পিন্ধাই, নি, মঞি বিবাহ কৰাবৰ কাৰণে। সেই চিঠি পাই গহনা আনিবৰ কাৰণে বগা টেকেলাক গোহাটী পঠাই, গহনা নিয়ালো ॥ ৪৮৮ ॥

তদপৰ পৌষ মাহে শ্ৰীচন্দ্ৰকান্ত ঘৰে অহাতে পৌষ, মাঘ মাহৰ খৰচ ৩০৲ টাকা দি, আৰু শ্ৰীচন্দ্ৰকান্তৰ আঙ্গুঠি সোণৰ এটা কৰাই দিলো। ও বোৱাৰী কাৰণ বনকৰা ৰিহা একখন দি পঠালো ॥ ৪৮৯ ॥

গহনা পঠোৱা

মাঘ মাহ প্ৰবেশ হলত, ওকীলৰ জীয়েকক আনিবৰ কাৰণে কলিয়াবৰত নাউ-মানুহ লৈ, বগা টেকেলা ও শান্তিৰাম শৰ্ম্মাকে গহনা সহিত পঠালো। যথা ঃ—

| | | | |
|---|---|---|---|
| সোণৰ খাৰু | —১ জোৰ | সোণৰ বাখৰামি আঙ্গঠি | —৫ গোট |
| সোণৰ বাখৰামি কেৰু | —১ „ | কিংখাপৰ মেখেলা | —১ |
| সোণৰ মিনাকৰা বাখৰামি শিকলি | | বানাৰসী বিহা | —১ |
| | | খনীয়া কাপুৰ | —১ |
| সহিত বিৰি | —১ ধাৰ | পাটৰ বিহা মেখেলা | —১ জোৰ |
| সোণৰ ওকা বিৰি | | ইজা | —৫ |
| পোবাল সহিত | —১ „ | | মোট ১০ দফা |
| সোণৰ বিৰি সহিত মণি | —১থোপা | | |
| | ৫ দফা | | ॥ ৪৯০ ॥ |

তদপৰ মঞি নগাঞে থকাতে, ফাগুন মাহ প্ৰবেশ হল। এনেতে মঙ্গলদৈ যাবৰ হুকুম পালোঁ এবং চম্পক নাৰাযণ মনচুফ আহি নগাঞ পালে। ও ওকীল, জীয়েক সহিত কলিয়াবৰ পাই সম্বাদ দিলে। ও লাউখোৱা ঘাটে বিবাহ কৰাই, ভটীয়াই মঙ্গলদৈ যাবৰ স্থিৰ কৰি ১৮৭০ ইংৰেজীৰ ২ মাৰ্চ্চ, ১২৭৬ সনৰ ২০ ফাগুন চম্পক নাৰায়ণ মনচুফক চাৰ্জ্জ্ দি, লাউখোৱা ঘাট পহুচি, ২৪ ফাগুন ওকীলৰ জীয়েকক, লগত লৈ অহা ব্ৰাহ্মণ, দ্ৰব্যৰ, দ্বাৰা ভোজনী উসৰ্গি বিবাহ কৰাই, ২৬ ফাগুন ওকীলক বিদায় দি, মঞি তেজপুৰ পৰা কুমাৰহঁতৰ নাউ মানুহ লৈ ব্ৰহ্মপুত্ৰে ভটীয়াই শিঙ্গৰী পব্বতৰ কাখত ৰাতি থাকিলোঁ ॥ ৪৯১ ॥ ওকীলৰ জীয়েকক বিবাহ কৰোৱা

তদপৰ কড়াইখোৱা ঘাট পাই বামেদি উঠি যাই, মঙ্গলদৈৰ দ্ৰাইবৰ্গ এচিষ্টেণ্ট কমিচনৰ সাহেবেক কাছাৰীত দেখা দি, ১৮৭০ ইংৰেজীৰ ১০ মাৰ্চ্চ, ২৮ ফাগুন তিলক গুপ্ত মনচুফ্ পাশ চাৰ্জ্জ্ লৈ, কৰ্ম্মে প্ৰবৰ্ত্ত হলোঁ। ও বঙ্গচন্দ্ৰ ওকীলৰ ঘৰত থাকি কাছাৰী ওচৰত এক খণ্ড মাটি ও ঘৰ এটা কিনি লৈ, ঘৰ কৰি থকা গ’ল ॥ ৪৯২ ॥ মঙ্গলদৈত থকা

এনেতে কমলাকান্ত ও বৰ ঘৈণীৰ চিঠি পালো, গৌৰীকান্ত সপৰিবাৰে নদীৰ কাখৰে উঠি যোৱা। তদুত্তৰে, তাতে থাকিবৰ লিখিলোঁ। এবং শ্ৰীচন্দ্ৰকান্তৰ চিঠি পালোঁ, মাক বাপেকৰ সহিত কিবা দন্দ্ লাগিছিল "মঞি তেওঁলোকক ঘৰ ৰাখিবলৈ কি দৰঙ্গী চাকৰ ৰাখিছোঁ।" এমত তেউৰ মাকে ব্যাখ্যা কৰা লিখি, খৰচ চাইছিল। এবং মঞি বিৰক্ত হৈ, আৰু খৰচা দিয়া নহল ॥ ৪৯৩ ॥

শ্ৰীচন্দ্ৰকান্তৰ চিঠি

এবং তাতে (মঙ্গলদৈত) থাকোতে, তেজপুৰৰ লেম সাহেব ১৮৭০ ইংৰেজীৰ ১০ আপ্ৰেল, ১২৭৬ সনৰ ৩০ চৈত্ৰ কামৰূপে বদল হৈ আচালতন ডিপুটী কমিচনৰ মকৰৰ হল ॥ ৪৯৪ ॥

---

## নৱম অধ্যায় (ক্ৰমশঃ)

**৫।—১৭৯২ শক। ১২৭৭ সন। ১৮৭০-৭১ ইংৰেজী।**

বিষয়া সকল—খাজানাৰ নিৰিখ—মোৰ ৪০০৲ দৰমহা হোৱা—শ্ৰীৰত্নৰ বিবাহৰ আয়োজন—মোৰ টান নৰীয়া।

হফ্কিঞ্চন কমিচনৰ। এগ্লো সাহেব জুডিচীল কমিচনৰ। কামৰূপে লেম সাহেব (ডিপুটী কমিচনৰ)। মঙ্গলদৈত ড্ৰাইবৰ্গ সাহেব এচিষ্টেণ্ট কমিচনৰ। এওঁলোকে পৰগণাসকল ৰুপিত ২৷৷ টাকা, বস্তি ৪৲ টাকা, ও বাকী বৰি, ফৰিঙ্গতী বৰিতে দুই দুই টাকা নিৰিখে ও কমিচনো ১০৫ টাকা দি, এক এক সনা ম্যাদে বন্দবস্ত কৰিলে ॥ ৪৯৫ ॥

এই সনৰ বৈশাগ মাহে মঞি মঙ্গলদৈতে আছিলোঁ। কিন্তু এই মাহৰ শেষত মোৰ জ্বৰ গ্ৰহণী হোৱাতে, ১৮৭১ ইংৰেজী ২২ মেই, ৯ জৈষ্ট, ১৪ দিনৰ চাটুফিকেট খৰত ছুটী লৈ নাৱেদি গোহাটী পহুচি চিকিৎসা কৰাত ভাল পাই পুনৰ ৬ জুন ২৪ জৈষ্ট মঙ্গলদৈত উপস্থিত হৈ চাৰ্জ্জ লওঁ ॥ ৪৯৬ ॥

বেমাৰ ভাল হোৱাত মঙ্গলদৈত হাজিৰ হোৱা

তদপৰ মঙ্গলদৈত থাকি শ্ৰাৱণ মাহে পিতাৰ শ্ৰাদ্ধ কৰোঁ। ও অগ্ৰায়ণ মাহ পৰাতে শ্ৰীমতী বৰ ঘৈণী ও শ্ৰীদেবকান্তক নিয়াই, মঙ্গলদৈত থাকোঁ ॥ ৪৯৭ ॥

ইতিমধ্যে মঙ্গলদৈৰ পৰা ড্ৰাইবৰ্গ সাহেব বদল হৈ ( গলত ) বয়ড্ সাহেব ( তালৈ ) গ'ল। মঞি কাছাৰী যাওঁতে, বাটতে ডাকুৱালে লেফাফা এটী দিলে। ওপৰত মোৰ নাম আৰু ৪০০৲ টাকাৰ অঙ্ক আছে। ভালকৈ পঢ়িব নোৱাৰি ওচৰতে মালখানাত বয়ড্ সাহেব থকাতে তেওঁক দেখোৱালোঁ। তেওঁ মোৰ ৪০০৲ টাকা দৰমহা ১৮৭১ ইংৰেজীৰ ২৪ জানৱাৰী হৈতে হোৱা গবৰ্ণমেন্টৰ সনন্দ চিঠি বুলি কোৱাতে কাছাৰী গৈ বহিলোঁ। এনেতে গেজেট্ পালোঁ, মোৰ দৰমহা হৰনাথ পৰ্ব্বতীয়া বৰুৱা সদৰামীন মৰাতে হ'ল ॥ ৪৯৮ ॥

আমাৰ ৪০০৲ টাকা দৰমহা হোৱা

তদপৰ মাঘ মাহ পৰাতে ঘৰ উদং দেখি, শ্ৰীপঞ্চমী দিনা, শ্ৰীমতী বৰ ঘৈণী ও শ্ৰীদেবকান্তক ৰঙ্গামাটি ঘাটত নাৱত তোলি দিওঁ। মঞো নাৱেদি যাই, একত্ৰে নাৱত থাকি, পৰদিনা নাউ মেলাই, খডখডি দ্বাৰা মঙ্গলদৈ গলোঁ ॥ ৪৯৯ ॥

তদপৰ শ্ৰীমান ৰত্নকান্ত জন্যে বিবাহ কৰাবৰ আবশ্যক জানি ছোৱালীৰ অনুসন্ধান পূৰ্ব্বক জাগীৰ গাখীৰা কাকতী ঘৰৰ পোৱালৰ ভনীয়েক শ্ৰীকুন্তীক খুজি চাবৰ কাৰণ, জয়নাথ ডেকা ও বেথাৰাম ভকত অহাতে, জাগীক পঠালো। ছোৱালী চালে এবং পোৱালে দিবৰ কবুল কৰিলে। কিন্তু কোষ্টী দুৰ্ব্বাদত্তে নি ৰাখিছে। তেওঁলোকৰ ঘৰলৈ ছোৱালী নিদি, আমাৰ ঘৰলৈকে

শ্ৰীৰত্নৰ কাৰণে ছোৱালী স্থিৰ কৰা

শ্ৰীৰত্নক ছোৱালী দিবৰ স্থিৰ কৰি, আগত বৈশাগ মাহে ছোৱালী গোহাটী নি, বিবাহ কৰিবৰ কথা কলে। পুনৰ মঞি বেথাৰাম ভকতৰ হাতত খৰচ-পত্ৰ দি চৈত্ৰ মাহে জাগীক পঠালোঁ॥ ৫০০ ॥

আমাৰ জ্বৰাতিসাৰ হোৱা ও গোহাটী অহা

তদপৰে ঐ চৈত্ৰ মাহ শেষে মোৰ জ্বৰ গ্ৰহণী উপস্থিত হোৱাতে, শ্ৰীযুত বলীন্দ্ৰ নাৰায়ণ ৰাজাৰ হাতী এটা আনি, তদ্দাৰা গোহাটী খবৰ দি পঠালোঁ। পৰদিনা শ্ৰীগোপীকান্ত বৰুৱা মহাফেজ ককাই ও শ্ৰীগৌৰীকান্ত ও শ্ৰীকমলাকান্ত উপস্থিত হৈ, চিকিৎসা কৰাতে বেঁচি হৈ জ্বৰ, জ্বৰাতিসাৰ ও বমি হব ধৰাতে গোহাটী নগলে নহয় জানি ১৮৭১ ইংৰেজী ৮ আপ্ৰেল, ২৬ চৈত্ৰ, দুই হপ্তা চাৰ্টুফিকেট খৰত এত্যালা দি শ্ৰীকমলাকান্ত সহিত নাৱেদি গোহাটী ৰওনা হলোঁ। ও গোপীকান্ত জেস্ট, গৌৰীকান্ত বামেদি হাতীৰে গ'ল। পৰদিন বেলা একপ্ৰহৰ সময় ঘাট পাই খবৰ দিয়াতে, খডখডি পঠালত উঠি গৈ শয্যাত, মাৰল ঘৰতে শোলোঁ। এবং ঔষধপাতি খুৱাব ধৰিলে। ক্ৰমে মঞি উঠিব নোৱাৰা হলো॥ ৫০১ ॥



## নৱম অধ্যায় ( ক্রমশঃ )

### ঘ—১৭৯৩ শক। ১২৭৮ সন। ১৮৭১-৭২ ইং।

বিষয়া সকল—পৰগণা বন্দবস্ত—মঞি আৰাম হোৱা—শ্ৰীৰত্নৰ বিবাহ—নন্দীৰাম ইন্‌চ্‌পেক্টৰ—ভ্ৰাতৃ ভাৰ্য্যা, বিধবা পদ্মাৰ মৃত্যু ও সম্পত্তি বিভাগ—গঃ জানৰেল মেওক হত্যা—অন্যান্য।

হফ্‌কিঞ্চন কমিচনৰ ও এগ্‌লো জুডিচীল কমিচনৰ। কামৰূপে লেম সাহেব ডিপুটী কমিচনৰ। মঙ্গলদৈত বয়ড্‌ সাহেব গত সনৰ নিৰিখ ও নিয়মমতে পৰগণাসকল বন্দবস্ত কৰিলে ॥ ৫০২ ॥

এই সনৰ বৈশাগ মাহে মঞি বেমাৰ পৰি গোহাটীৰ ঘৰতে আছিলো। কিন্তু দুই হপ্তা ছুটী প্ৰায় যাবলগা হ'ল দেখি, গোহাটীৰ ডাক্তৰ সাহেবক আনি টাকাদিয়েক 'ভিজিট' দি পুনৰ দুই হপ্তাৰ চাট্টফিকেট্‌ লৈ এত্যালাসহ মঙ্গলদৈ পঠালো। ও ডাক্তৰ সাহেবে ঔষধ দিলে। সেই ঔষধ খোৱা নহল ॥ ৫০৩ ॥ ছুটী লোৱা

ইতিমধ্যে জাগীৰ ছোৱালী বহাগত বিবাহৰ থিক হোৱাত ও মোৰো শৰীৰ, ঘৰত ঔষধ খোৱাতে সম্পূৰ্ণ আৰাম নোহোৱাত, ও শ্ৰীমান ৰত্নৰ বিবাহ মঞি আগত থাকি পতাৰ মনস্থে গোহাটী, খডখডি দ্বাৰা ডাক্তৰ সাহেবেৰ পাশ যাই পুনৰ কয়েক টাকা দি দুই মাহৰ চাট্টফিকেট্‌ লৈ এত্যালাসহ মঙ্গলদৈ পঠালো ॥ ৫০৪ ॥ ছুটী বঢাই লোৱা

তদপৰ জাগীলৈ, ছোৱালী আনিবৰ কাৰণে, ভোটক ও ভদাইক পঠাই, শ্ৰীৰত্নকান্তক আনিবৰ ( কাৰণে ) শ্ৰীগৌৰী-কান্তক নাউ-মানুহ সহিতে পঠালোঁ ॥ ৫০৫ ॥

জাগীৰ পৰা পোৱাল সহিত ছোৱালী ও নগাঞ্ৰৰ পৰা শ্ৰীৰত্নকান্ত ও শ্ৰীগৌৰীকান্ত শ্ৰীমঙ্গীৰা সহিত পহুচাতে দস্তুৰমত পানী তোলী, মোৰ বেমাৰ হেতু মহাফেজ ককাইৰ দ্বাৰা নান্দীমুখ শ্ৰাদ্ধ কৰাই, ১৫ বৈশাগ বিবাহ কৰান গ'ল। ঐ বিবাহে গৰ্গৰাম বৰুৱা প্ৰভিতিক খুৱাই ধুৱাই, ব্ৰাহ্মণ জাতি সকলক দক্ষিণা দিয়া গ'ল। ৰাত্ৰি গান-বাজানাদি দ্বাৰা কৰ্ম্ম সম্পাদন হ'ল ॥ ৫০৬ ॥

শ্ৰীৰত্নৰ বিবাহ

তাৰপৰ মোৰ, ক্ৰমাৎ, শৰীৰ আৰাম হব ধৰিলে। এবং নাউ দ্বাৰা পোৱালক জাগী পঠাই, ছোৱালী ঘৰতে ৰাখি নগাঞে শ্ৰীৰত্নকান্ত কানুনগোক পঠালো ॥ ৫০৭ ॥

মোৰ শৰীৰ কিছো আৰাম হ'ল, মঙ্গলদৈ যাবৰ ওলালোঁ। কিন্তু ভাতপানী ৰান্ধি খোৱাটো টান দেখি, শ্ৰীচন্দ্ৰকান্তক লগত্‌ নিবলৈ শ্ৰীগৌৰীকান্তক কলোঁ, যাব বুলি কলে। এবং পৰগণাতে আছে। মঞি যাবৰ আগদিনালৈ 'একত্ৰে আহিম' বুলি হাতী খুজি লৈ গ ল। পৰে গৌৰীকান্ত আহিল ও চন্দ্ৰকান্ত নাহিল। তেওঁৰ কথা নুশুনা কলে। পাচে,—মঙ্গলদৈ, নগলেও নহয়, টান মচকিল, ভাত দিব পাৰিব বুলি, শ্ৰীজয়ৰাম বেজবৰুৱাক লগত লৈ ৰওনা হৈ যাই, ২৯ মেই, ১৬ জৈষ্ট মঙ্গলদৈত চাৰ্জ্জ ললো ॥ ৫০৮ ॥

ছুটী অন্তে মঙ্গলদৈ যোৰা

কিছো দিন পৰে ফিছৰ সাহেবক ধৰি ১২ টকাত জয়ৰামক মকৰৰ কৰি দিলো ॥ ৫০৯ ॥

তদপৰ আষাড মাহে দেৱৰৰ বৰদলৈৰ জীয়েক পদ্মা ফৌত হোৱা খবৰ পাই কৰ্ম্ম কৰিবৰ কাৰণে, শ্ৰীকমলাকান্ত পাশ টাকা পঠাই চিঠি লিখোঁ ॥ ৫১০ ॥

পদ্মা বিধবা ভাতৃবধুৰ মৃত্যু

ঐ আষাড মাহে নন্দীৰাম ইন্‌চ্‌পেক্টৰ বদল হৈ আহি উপস্থিত হোৱাতে হলিৰাম বৰুৱাৰ পুত্ৰ জানি সমাদৰ পূৰ্ব্বক ঘৰ এটা দি ৰাখিলোঁ ॥ ৫১১ ॥

তদপৰ শ্ৰাবণ মাহে কুন্তী বোৱাৰী গোহাটীত যুবৎ হোৱা শুনি ও চিঠি পাই শ্ৰীমান ৰত্নকান্তকে শাস্তি লবৰ কাৰণে গোহাটী আহিবৰ লিখাতে, ছুটী নোপোৱা বুলি লিখিলে ॥৫১২॥

ভাদ্ৰ মাহে নন্দীৰাম ইন্‌চ্‌পেক্টৰৰ ঘৈণীয়েক, হীৰামতীৰ জীয়েক আহি উপস্থিত হোৱাতে, নন্দীৰামে ফিৰাই পঠাব খুজিছিল। মঞি বিবেচনা কৰিলো—অনেক দিনৰ পৰে গিৰীয়েকৰ কাখলৈ দূৰ স্থানৰ পৰা আহিছে। মঞি নন্দীৰামক তিৰস্কাৰ কৰি ঘৈণীয়েকক সৰু জীয়েক এটী সহিত ৰখাই, নাউ ফিৰাই পঠালো। সেই নাৱতে, মোৰ লগত থকা গুৱাই বড়া তাৰ ঘৰে নগাঞে গল। তাৰপৰ নন্দীৰাম তস্য ঘৈণীয়েক সহিত দন্দ কৰি থাকে। মোৰ পাশ ৬০০৲ টাকা আমানত হৈছিল ॥ ৫১৩ ॥ নন্দীৰাম ইন্‌চ্‌পেক্টৰ

মঞি গোহাটীৰ পৰা খবৰ পালো। শ্ৰীমান কমলাকান্ত, সদৰামীনৰ জীয়েক পদ্মাৰ কৰ্ম্ম কৰিলে। শ্ৰীমান গৌৰীকান্ত মহাফেজ ককাই ও লক্ষ্মীকান্তক নি চন্দ্ৰধৰৰ ঘৰে যাই, মৃত পদ্মাৰ মাল আনিব ধৰাত, নিদিয়াত, ফিৰি আহিল ॥ ৫১৪ ॥

তদপৰ শৰৎকাশি আশ্বিন মাহৰ পূজাত ছুটী লৈ ঘৰে আহিব খোজাত, ফিছৰ সাহেব গোহাটী যোৱা হেতু, ছুটা নিদি কেবল পূজাৰ ১২ দিনৰ ছুটী জেলাৰ সাহেব মঞ্জুৰ কৰিলে। সেহেতু ২৫ অক্টোবৰ হৈতে ১২ দিনৰ ছুটী লৈ গোহাটী আহি, শ্ৰীগৌৰীকান্ত সহিত চন্দ্ৰধৰ বৰদলৈ ঘৰে যাই, মৃত পদ্মাৰ মাল চোৱাত, ৮০৲ টাকা তেওঁৰ বায়েক ধাৰ কৰা বুলি, মোলৈ চাই কোৱাত, ঐ টাকা বাবত জয়নাথ বৰদলৈক মুখেৰে জামিন দি সোণৰ কেৰু ১ জোৰ, চিপত মণি ১ ধাৰ, বাখৰ পতা আঙুঠি ৫ গোট, সোণৰ বিৰি ১ ধাৰ আনিলোঁ। পৰদিনা জয়নাথ বৰদলৈ লক্ষ্মীকান্তৰ ঘৰে অহাতে, ৮০৲ টাকা দি পঠালোঁ। কিন্তু গৌৰীকান্তৰ ঘৈণী কেতেকী বোৱাৰী অনেক মৃত পদ্মাৰ গহনা অনা

ধুমধাম কৰিব ধৰিলে যে বস্তু আনি মোহ ধৰিছে। কিয় নিদিয়ে ? পাচে দুই দিনৰ মূৰত উমাকান্ত ও লক্ষ্মীকান্ত ও মহাফেজ ককাই ও জয়ৰাম বেজবৰুৱা ও জয়ৰাম জামাতাক মতাই নিলো। এবং সোণৰ খাৰু আদি মাল, সকলোৰে মোকাবিলায়, শ্ৰীগৌৰীকান্তৰ আগত দি কলোঁ যে, এতিয়া এই মাল দুই ভাগ হব লাগে কি নালাগে। তাতে কলে, হব লাগে। তেতিয়া মঞি উমাকান্তত কলোঁ, দুই ভাগ কৰা। সেই মত ভাগ কৰিলে। কিন্তু ৺মাতৃয়ে তেতিয়া চিপত মণিধাৰ ও ছোট মুকুতা ধাৰ তেওঁৰ জোৰণৰ বুলি কোৱাতে, মঞি কলোঁ— "তোমাৰ হলেও আমালোকে পাওঁ। ভাগ কৰক।" তদনুসাৰে দুই ভাগ কৰিলে॥ ৫১৫ ॥

গহনা ভাগ কৰা

তাৰে এক ভাগত মঞি হাতেৰে ছুই কলোঁ 'মঞি ভাগ পালো কিন্তু এই মাল হৈতে মোক বঞ্চিত কৰিবৰ জন্যে গৌৰীকান্ত তস্য ঘৈণীয়েকে অনেক যন্ত্ৰণা-মন্ত্ৰণা কৰিছিল যে, শ্ৰীচন্দ্ৰকান্তক পদ্মাই পুত্ৰস্থানী কৰি ৰাখিহে, বানামা কৰি মালখিনি দিয়ে। এইমত মন্ত্ৰণা কৰি ৪।৫ দিন সদৰামীনৰ জীয়েক পদ্মাক গোপনে ৰাখে। ঘৰৰ পৰা ওলাই যাওঁতে বেটীইঁতে দেখি কয়, তেহে, ৺মাতৃ ও আমালোকে জানোঁ। আৰু পদ্মা ফোত হোৱাতো মঞি খৰচা দি বৰ্ম্ম কৰালোঁ। সেই মাল আনিবৰ কাৰণে, চন্দ্ৰধৰৰ ঘৰে গৈছিল, মাল নিদিলে। এই সকল নানা ফিকিৰ কৰিছিল। মঞি চাই আছিলোঁ, কি কৰে কৰোক। কিন্তু গৌৰীকান্তে আগে মোত কোৱা হলে, সমুলি মাল, তাক মঞি এৰি দিলোঁ হয়। এতিয়াও, যি হল, হল। মোৰ ভাগৰো, সমুলি মাল, মঞি তাক এৰি দিলোঁ। কিন্তু পিতৃৰ দিনৰ মোক এটা বস্তু দিয়ক, মঞি সেৱা কৰি থাকিম।" এনে বোলাতে সকলোৱে ধন্যবাদ দিলে। তেতিয়া সকলোৰে অনুমতি মতে ছোট বাখৰপতা বিৰি এক ধাৰ দিলে।

মোৰ ভাগৰ মাল গৌৰী-কান্তক দিয়া

আৰু গৌৰীকান্তৰ ভাগৰ ৮০৲ টাকা মধ্যেৰ ৪০৲ টাকাত মাৰি, ছোট মুকুতা ধাৰ দিলে। যেতিয়া টাকা দিব পাৰে, নিব বুলি, সকল মাল তেওঁক দিলোঁ॥ ৫১৬ ॥

তদপৰ মঞ্জি মঙ্গলদৈ যাবৰ কাৰণে ৰওনা হৈ গোহাটীত হক্‌কিঞ্চন্ কমিচনৰ সাহেবক শুক্রেশ্বৰৰ বাঙ্গালাত দেখা দি, লতাশিলৰ পদ্মৰেখা ৰাণীক দেখা দি বিদায় হৈ, লতাশিলৰ বালিত ৰাতি থাকি, পৰদিনা ৰওনা হৈ, যাই ৬ নওম্বৰ মঙ্গলদৈ চাৰ্জ্জ গ্রহণ কৰিলোঁ। এবং নন্দীৰামৰ আমানতিৰ ৬০০৲ টাকা দিলোঁ। কাৰ্ত্তিক মাহে, তেওঁ বদলি হৈ ঘৈণীয়েক সহিত গল। ॥ ৫১৭ ॥ মঙ্গলদৈত চাৰ্জ্জ লোৱা

তাহাৰ পৰ অগ্রায়ণ মাহে শ্রীদুর্গাকান্ত ও শ্রীধৰ্ম্মকান্ত গোহাটীত পৰীক্ষা দি ইস্কুল বন্দ হোৱাত শ্রীশম্ভুৰাম জামাতা সহিত মোক দেখা হবৰ কাৰণে মঙ্গলদৈ যায়। দুর্গাকান্ত বেমাৰ পৰি ভাল হোৱাতে শম্ভুৰাম সহিত গৌহাটী আহে। শ্রীধৰ্ম্মকান্ত থাকিল। কিন্তু তেওঁৰ বেমাৰ হল দেখি, শ্রীবৰ-ঘৈণীক নিয়ালোঁ। পৰে আৰাম হোৱাতে, গোহাটী পঠাই দিওঁ। সেইদিনা ডাইনী গাৱত থাকি পৰদিনা গ'ল॥ ৫১৮ ॥ বৰ ঘৈণীক গোহাটী পঠোৱা

অতঃপৰ শ্রীশ্রীমেয়ো গৱৰ্ণৰ জানৰেল আন্দামান দ্বীপে যোৱাতে, একজন মচলমান, জাহাজত উঠিবৰ যোৱাতে, ছিৰীত ছুৰীৰ দ্বাৰা পেটত খুঁচি, পানীত পেলাই মাৰিলে। তদৰ্থে, শোক কৰাৰ, ও কলা কাপৰ পৰিধান কৰাৰ কাৰণ, শ্রীবয়েড্ সাহেব মোত কৈছিল। কিন্তু তদ্রূপ আচৰণ নহল। অন্যান্য লোক, সাহেবান, আচৰণ কৰিছিল। পৰে তৎকৰ্ম্মে শ্রীশ্রীনৰ্থব্রুক গবৰ্ণৰ জানৰেল হল॥ ৫১৯ ॥ গৱৰ্ণৰ জানৰেল মেয়ো ফৌত নৰ্থব্রুক গৱৰ্ণৰ জানৰেল

কুন্তী বোৱাৰী যুবৎ হৈ গোহাটীত থকা শুনিলোঁ। এবং ছুটী লৈ আহিবৰ কাৰণে শ্রীমান ৰত্নকান্তক লিখাতে, ছুটী নোপোৱাত শাস্তি দি থৈ আহিবৰ কাৰণে, শ্রীমতী বৰ ঘৈণী ও

শ্ৰীবনুই কুন্তী বোৱাৰীক শান্তি লোৱা

শ্ৰীকমলাকান্তকে লিখিলোঁ। কিন্তু বসন্ত ওলোৱা গতিকে যাব নোৱাৰিলে। পৰে কুন্তী বোৱাৰী বসন্ত ওলাই ভাল হোৱাতে ফাগুন মাহৰ শেষে শ্ৰীমতী বৰ বৈণী ও মাধব দত্ত অধ্যাপক সহিতে বোৱাৰীক নগাঞে শান্তি দি অধ্যাপক গোহাটী আহিল। বৰ বৈণী তাতে থাকিল॥ ৫২০ ॥

---

# দশম অধ্যায়

১৭৯৪ শক। ১২৭৯ সন। ১৮৭২-৭৩ ইং।

বিষয়া সকল—পৰগণা বন্দবস্ত—প্ৰথম মণ্ডল নিযুক্তি—ওকীলৰ জীয়েকৰ কথা—আন ঘৰুৱা খবৰ—চীফ কমিচনৰ শাসন প্ৰৱৰ্ত্তন।

শ্ৰীশ্ৰীহফ্‌কিঞ্চন্ কমিচনৰ ও এগ্‌লো জুডিচীল কমিচনৰ। কামৰূপে লেম সাহেব ডিপুটী কমিচনৰ॥ ৫২১ ॥

জঙ্গলা মাটিৰ খাজানা

এই সনে, পৰগণা সকল গত সনৰ নিৰিখ মতে এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। আৰু পৰগণা সকলৰ জঙ্গলা মাটি ফি পুৰা ফৰিঙ্গতী নিৰিখে ২৲ টাকা খাজনা কবুল ধৰি নক্সামত দৰখাস্ত কৰিলে, তদন্তক্ৰমে পাট্টা দিবৰ নিয়ম কৰিলে ॥ ৫২২ ॥

মণ্ডলৰ দৰমহা চৌধাৰী নাম গুচাই মৌজাদাৰ নাম ও দৰমহা

আৰু ঠাকুৰীয়া কাকতী উঠাই মণ্ডল মকৰৰ কৰিলে। প্ৰত্যেক মণ্ডলৰ মাহে ৬৲ টকা দৰমহা ও চৌধাৰী সকলৰ নাম উঠাই মৌজাদাৰ নাম দিলে। আৰু যি কমিচন তহচীল অন্দৰে পাইছিল, তাকে দৰমহা গণ্য কৰি সৰকাৰৰ পৰা সাল্‌তামামিতে নিবৰ নিয়ম কৰিলে॥ ৫২৩ ॥

এই সনৰ বহাগ মাহে বৰ ঘৈণী নগাঞত আছিল। গোহাটীৰ ঘৰ উদং হল হেতু, পঠাবৰ কাৰণে মঞি মঙ্গলদৈৰ পৰা নগাঞে শ্ৰীৰত্নকান্ত কানুনগোকে চিঠি লিখনে বহাগৰ শেষে পঠাই দিয়ে। প্ৰথম জৈষ্ট মাহে বৰঘৈণী মঙ্গলদৈ সোমাই মোত কলে, "বোৱাৰীক শান্তি দি থৈ আহিছোঁ।" এবং দুই ৰাতি মঙ্গলদৈত আছিল ॥ ৫২৪ ॥ বৰ ঘৈণী নগাঞৰ পৰা মঙ্গলদৈ অহা ও যোৱা

এনেতে গোহাটীত মহাফেজ ককাইৰ জ্বৰ হোৱা শুনিলোঁ। ও ঘৰ উদং দেখি জৈষ্ট মাহে বৰ ঘৈণীক গোহাটী পঠাই দিলোঁ। কয়েক দিন পৰে মহাফেজ ককাই জ্বৰ বেমাৰ হৈ ঢুকাল। সৰু জনা, যোগেশ্বৰ গোসাঞীৰ চিঠি কাছাৰীতে পালোঁ। এবং বিমৰ্ষ হৈ নৰপতি শৰ্ম্মাৰ হাতত কৰ্ম্ম কৰিবৰ কাৰণে নগদ ১০০৲ এক শ টকা পঠাই শ্ৰীকমলাকান্তকে চিঠি লিখিলো ॥ ৫২৫ ॥ মহাফেজ ককাইৰ মৃত্যু

শ্ৰীবিষ্ণুৰাম ওকীলৰ জীয়েকক—গত সনৰ শিৱৰাত্ৰি দিনা ওকীলৰ চিঠি পাইছিলোঁ, বহাগত পঠাওঁ বুলি নপঠালে। সেহেতু, ভাদ্ৰমাহে মোৰ লগত থকা গুৱাই কেওট বুড়াক, ও জয়নাথ ডেকা, মানুহ এজনী দিয়াতে সেই সহিতে, আনিবৰ কাৰণে নাউ মানুহ পঠাই, পঠালো। তদপৰ আশ্বিন মাহৰ শেষে শ্ৰীকুঞ্জৰাম, ওকীলৰ পুতেক ও সৰু চকু বেটী, শ্ৰীশুকুৰা, আৰু একজন লোক সহিত জীয়েক আহি পালেহি দেখি, গোহাটী চিঠি লিখি শ্ৰীমাধব দত্ত অধ্যাপকক নিয়াই কাৰ্ত্তিক মাহে শান্তি ললোঁ। কিন্তু আমাৰ নিজ ঘৰ নেদেখা হেতু অগ্ৰায়ণ মাহে গোহাটী ৺মাতৃপাশ পঠাই দিলোঁ॥ ৫২৬ ॥ ওকীলৰ জীয়েক সৰু ঘৈণীক শান্তি লোৱা ও গোহাটী পঠোৱা

তদপৰ পৌষমাহে নগাঞে শ্ৰীমতী কুন্তী বোৱাৰীৰ গৰ্ভ হোৱা শুনিলোঁ। এবং ফাগুন মাহে সৰু ঘৈণীক মঙ্গলদৈ নিয়াতে শ্ৰীমতী বৰ ঘৈণীও পৃথক নাৱে ৰঙামাটি ঘাট পহুচা শুনিলোঁ। ঘৰ উদং কৰি অহা বুলি বৰ ঘৈণীক খং কৰি ফিৰাই পঠাই, সৰু সৰু ঘৈণীৰ সহিত বৰ ঘৈণী মঙ্গলদৈ যোৱাত, বৰ ঘৈণীক ফিৰত পঠোৱা

ঘৈণীক খড়খড়ি দ্বাৰা মঙ্গলদৈ নিওঁ। বৰ ঘৈণী ফিৰি গোহাটী গ'ল ॥ ৫২৭ ॥

এৱং হফ্‌কিঞ্চন কমিচনৰ পেনচিন লৈ ভাটী যোৱাতে ১৮৭৪ ইংৰেজীৰ ১৩ ফেব্রুৱাৰী ও ৩ ফাগুন, শ্রীযুত কাপ্তান কিটিং চীফ্ কমিচনৰ হৈ চাৰ্জ্জ্ ললে। এই অবধি আসাম দেশে চীফ্ কমিচনৰ হ'ল ॥ ৫২৮ ॥

কাপ্তান কিটি, প্রথম চীফ্ কমিচনৰ

( প্রথম খণ্ড সমাপ্ত )

সোণামুৱাৰ

# সদৰামীন হৰকান্ত শৰ্ম্মা মজুন্দাৰ বৰুৱাৰ

# আত্মজীৱনী

## দ্বিতীয় খণ্ড

( শক ১৭৯৫—১৮১১ )

## চীফ্* কমিচনৰৰ শাসন

## প্ৰথম অধ্যায়

ক—১৭৯৫ শক। ১২৮০ সন। ১৮৭৩-৭৪ ইং।

বিষয়া সকল—পৰগণা বন্দবস্ত—শ্ৰীৰত্নৰ দ্বিতীয় বিবাহৰ উদ্যোগ—অন্যান্য।

এইসনে শ্ৰীশ্ৰীকিটিং চীফ্ কমিচনৰ ও এগ্‌লো সাহেব জুডিচীল কমিচনৰ॥ ৫২৯॥

কামৰূপে লেম সাহেব ডিপুটী কমিচনৰ গত সনৰ নিৰিখ মতে পৰগণাসকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে॥ ৫৩০॥

এই সনৰ বৈশাগ মাহে, মঞি মঙ্গলদৈত আছিলোঁ। জৈষ্ট মাহে নগাঞে শ্ৰীমতী কুন্তী বোৱাৰীৰ গৰ্ভ ও বেমাৰ হোৱা শুনি, শ্ৰীমতী বৰ ঘৈণীক নগাঞে যাবৰ কাৰণ লিখাতে, শ্ৰাবণ মাহে শ্ৰীদুৰ্গাকান্ত ও শ্ৰীদেবকান্ত সহিত ৰওনা হৈ যাই নগাঞে আছিল। আশ্বিন মাহে প্ৰবেশ হ'ল। বোৱাৰী আৰাম নোহোৱা শুনি ভবক ( ভৰত ? ) নামক দৈবজ্ঞক আনি গুৱাই

* টোকা—মূল পুথিত “সীব কমিসনৰ।”

নগাঁওঁ শ্ৰীকুন্তী বোৱাৰী মৃত

বড়া সহিতে বামে নগাওঁ পঠাই দি কাছাৰী অহাতে, শ্ৰীৰত্ন-কান্তৰ চিঠি পালোঁ, লৰা এটি হৈ বোৱাৰী মৃত হ'ল। তদনন্তৰ মানুহ পঠাই বাটৰ পৰা বৈদ্যক ফিৰাই নিলো। ও কৰ্ম্ম কৰিবৰ ১০০৲ টকাৰ নোট পঠালোঁ॥ ৫৩১॥

শ্ৰীৰত্নৰ বেমাৰ ও গৌৰীকান্ত নগাওঁ যোৱা

তদপৰ কৰ্ম্ম কৰি শ্ৰীমান ৰত্নকান্ত কাৰ্ত্তিক মাহে বেমাৰ হোৱা চিঠি পাই অতি বেস্ত হৈ ঔষধ পাতি পঠাই, গোহাটীৰ পৰা শ্ৰীমান গৌৰীকান্তক হাতীৰ দ্বাৰা নিয়াই, জয়নাথ ডেকা সহিত নগাওঁ পঠাই দিলোঁ যে সকলোকে গোহাটী (হৈতে) লৈ যায়। তাহাৰ পৰ, গৌৰীকান্ত যাই জীয়েকৰ ঘৰত আছিল। পৰে মঞি চিঠি লিখাতে শ্ৰীমানৰ ঘৰে যাই আছিল। বেমাৰ কিছু আৰাম হোৱাতে বৰ ঘৈণী সহিতে সকলো গোহাটী গ'ল॥ ৫৩২॥

শ্ৰীৰত্নৰ ছোৱালী চাবৰ কাৰণে উজানলৈ শ্ৰীগৌৰী-কান্তক খৰচ দিয়া

শ্ৰীমান ৰত্নকান্ত চিকিৎসা কৰি অগ্ৰায়ণ, পৌষ, মাঘ, গোহাটীত আছিল। ইতিমধ্যে, মাঘ মাহে শ্ৰীমান গৌৰীকান্ত সপৰিবাৰে আওনীআটী সত্ৰ ও জীওৰাম পেচ্‌কাৰৰ পাশ যাবৰ কাৰণ কড়াইখোৱা ঘাট পাই, মোৰ পাশ যাই খৰচৰ কথা কোৱাতে ৮০৲ টকা পঠাই দিলোঁ। তদপৰ ৰঙামাটি ঘাট পহুচি খবৰ দিয়াতে, ঘোড়াৰ দ্বাৰা মঙ্গলদৈ নিয়ালোঁ। এক ৰাতি আছিল। এবং আৰু কিছু খৰচ দি কলোঁ যে "উজনিত শ্ৰীৰত্নকান্ত জন্যে (ছোৱালী) ঠিকনা কৰি মোলৈ লিখিবা।" এই বুলি কড়াইখোৱা ঘাটত তোলি দিলোঁ॥ ৫৩৩॥

শ্ৰীজয়ন্তীৰ কন্যা জন্ম নাম ৰোহিণী থোৱা

আৰু এই সনৰ মাঘ মাহৰ ২১ দিন যোৱাত শ্ৰীজয়ন্তী ও শ্ৰীশম্ভুৰামৰ শ্ৰীৰাজেশ্বৰী নামে কন্যা এটি হয়। পৰে ৰোহ-ঠেহ কৰি থকা হেতু মঞি শ্ৰীৰোহিনী নাম দিলোঁ॥ ৫৩৪॥

শ্ৰীমান ৰত্নকান্তৰ ছোৱালীৰ কথা শ্ৰীমান গৌৰীকান্তত কৈ কড়ি (টকা) পঠালোঁ হয়, তথাপি মোৰ মন শান্ত নহৈ,

শ্ৰীকণিকা ও দাসীক ছোৱালী বিচাৰি উজানে পঠাই দিলোঁ ॥ ৫৩৫ ॥ শ্ৰীৰত্নৰ জন্য শ্ৰীকণিকা ও দাসীক ছোৱালী চাবলৈ পঠোৱা

তদপৰ শ্ৰীমান ৰত্নকান্ত আৰাম হোৱাতে ফাগুন মাহে নগাঞে যাবৰ নিমিত্তে, সকলো লৰাইত নাৱে ৰওনা হৈ ৰঙামাটি ঘাট পালে। তাৰে পৰা শ্ৰীৰত্নকান্ত, ও শ্ৰীকমলাকান্ত, ও শ্ৰীদুৰ্গাকান্ত যাই মোক দেখা হৈ এক ৰাতি আছিল। পৰ দিনা সকলো ৰঙামাটি ঘাটত উঠি, শ্ৰীৰত্নকান্ত নায়েদি নগাঞে গ'ল, অপৰ লৰাহঁত গোহাটী গ'ল ॥ ৫৩৬ ॥ আৰাম হৈ শ্ৰীৰত্ন নগাঞে যোৱা

এই সনৰ ফাগুন মাহৰ ৩ দিন যোৱাত শ্ৰীচন্দ্ৰকান্তৰ বিচিত্ৰী নামে কন্যা জন্ম হয় ॥ ৫৩৭ ॥ শ্ৰীচন্দ্ৰৰ বিচিত্ৰী কন্যা জন্ম

হাজো পৰগণা, এই সন শ্ৰীচন্দ্ৰকান্তৰ জেম্মা থকাত চৈত্ৰ মাহৰ আখেৰি কিস্তিত ১২০০৲ টাকা খাজানা বাকী নিমিত্তে লেম সাহেব ফৌজদাৰীত সপৰ্দ্দ কৰিবৰ মনস্থ হোৱা শুনি, ৪০০৲ টাকা শ্ৰীকমলাকান্ত পাশ পঠাই আৰু যি লাগে ধাৰ কৰি লেঠা মাৰি দিবৰ লিখাতে, হাবিৰ পুতেকৰ পাশ শতকৰা ১৲ টাকা সূতে ধাৰ কৰি, ৪০০৲ টাকা লৈ মোট ৮০০৲ টাকা আৰু লক্ষীকান্তে ১০০৲ টাকা, ও ঠাকুৰীয়া কাকতী দ্বাৰা বাকী টাকা দিয়াই লেঠা মাৰিলে। ফৌজদাৰীত সপৰ্দ্দ কৰা গুচি, পৰগণা ৰ'ল ॥ ৫৩৮ ॥ ৮০০৲ টকা দি শ্ৰীচন্দ্ৰ-কান্তৰ খাজানাৰ লেঠা মাৰা

তদপৰ কণিকা ও দাসী উজানে যাই, নানা স্থানে ছোৱালী চাই, ভাল নাপাই, মাজোলীত শ্ৰীবাপলী বৰদলৈৰ জীয়েকক পছন্দ কৰি বুড়া চৰন্দুৱা ও শ্ৰীগৌৰীকান্ত মোলৈ লিখি, সিহঁত কাৰ ঘৰৰ বুলি শ্ৰীগৌৰীকান্ত সোধাত, সিহঁত বেজবৰুৱা ঘৰৰ, ও উমা দাৰোগা প্ৰভিতি সিহঁতৰ বংশ, হলিদলৈৰ পুত্ৰ বাপালী ভাল ঘৰ বুলি লিখি, কোষ্ঠীৰ নকল পঠাবৰ লিখিলোঁ ॥ ৫৩৯ ॥ শ্ৰীৰত্নৰ জন্য মাজোলীত ছোৱালী পছন্দ কৰা

তদপৰ কোষ্ঠীৰ নকল পঠাই তাতে যাই বিবাহ কৰাবৰ শ্ৰীবাপালী ও শ্ৰীশ্ৰীআউনীআটীয়া অধিকাৰী গোসাঞী লিখাতে, কোষ্টীৰ দ্বাৰা জোৰা চোৱাই শ্ৰীৰত্নকান্তকে নগাঞে চিঠি লিখাতে, ভকতৰ জীয়ৰী বুলি অমনস্থ পূৰ্ব্বক উত্তৰ লিখাতে, আমি পুনৰ লিখিলোঁ,—"সিইঁত ভাল ঘৰৰ। আউনীআটী সত্ৰৰ কাখত থাকিলেই ভকত হয়নে ?" ইত্যাদি লিখি ছুটী লবৰ লিখিলোঁ ॥ ৫৪০ ॥

শ্ৰীৰত্নৰ আপত্তি

উজনি সত্ৰত শ্ৰীগৌৰীকান্ত থাকাতে লিখিলোঁ যে, বোৱাৰী সহিত তাতে থাকি বৈশাগ মাহে শ্ৰীৰত্নক বিবাহ কৰাই, একেলগে আহিব। এখেৰ পৰা শ্ৰীৰত্নকান্ত ও শ্ৰীকমলাকান্তক পঠাব ধৰিছোঁ ॥ ৫৪১ ॥

বিবাহৰ আয়োজন

তদপৰ শ্ৰীবলীন্দ্ৰ নাৰায়ণ ৰাজাৰ নাও একখন লৈ গোহাটী পঠালোঁ। তাতে বিবাহৰ সামগ্ৰী—বোকা-চাউল, তামোল-পাণ আদি ও গহনা লৈ মঙ্গলদৈ আহে। এবং তদনুসাৰে শ্ৰীকমলাকান্ত ২৮ চৈত্ৰ মঙ্গলদৈ পহুচে ॥ ৫৪২ ॥

ইত্যবসৰে, গৌৰীকান্ত ভটীয়াই আহি কডাইখোৱা ঘাটে পহুচি ক'লামণি ও ধনীৰামক পঠাই দিলে। ৰাত্ৰি এক প্ৰহৰ সময় সিইঁত উপস্থিত হোবাতে, মঞি আৰ্চৰ্য্য হৈ, সিইঁতক—কৰপৰা আহিলি—বুলি সোধাত, সিইঁতে, 'গৌৰীকান্ত সহিত উজাই সত্ৰলৈ যোৱা, তাৰপৰা কলঙ্গপুৰে জীৱৰাম পেচ্‌কাৰেৰ পাশ যাই, তাৰে পৰা বাহিৰ বাহিৰ আহি, কডাইখোৱা ঘাট পাই, নাও বান্ধি, আমাক আপুনাৰ পাশ পঠাই দিছে", বুলি কলে ॥ ৫৪৩ ॥

মঞি বৰ বিৰক্ত হৈ কলোঁ যে আসাৰে আগত বৈশাগ মাহে মাজোলীতে বিবাহ পাতি শ্ৰীকমলাক সালঙ্কাৰে গোহাটীৰ পৰা আনিছোঁ ও শ্ৰীৰত্নলৈকো লিখিছোঁ,—তাৰেপৰা যাই বিবাহ কৰাই, শ্ৰীগৌৰীকান্ত সহিত একলগে গুচি আহিব। তথাপি

শ্ৰীগৌৰীকান্ত প্ৰতি আমাৰ বিৰক্তি

যে, সি আহিল। যাহক শ্ৰীকমলাক পঠাই বিবাহ কৰাম বুলি বেজাৰ কৰাত, সিহঁত তেতিয়াই নাৱলৈ গ'ল ॥ ৫৪৪ ॥

পৰদিন, প্ৰাতঃকালে শ্ৰীগৌৰীকান্ত কডাইখোৱা ঘাটৰ পৰা উঠি যাই, মোৰ কাখতে বহি কলে যে, "তেওঁৰ ঘৈণীয়েকক ভটীয়াই গোহাটী পঠালে। তেওঁ শ্ৰীকমলাকান্ত সহিত উজাই যাই, বিবাহ কৰাই আহিব। এই হেতু, আহিল," বুলি কলে। তথাপি মঞি বেজাৰতে 'যা যদি যা' বুলি কলো ॥ ৫৪৫ ॥

তদপৰ গধূলি সময়, শ্ৰীকমলাকান্ত সহিত ২৯ চৈত্ৰ, নাৱত কডাইখোৱা ঘাটত তোলি দি, লাওখোৱা ঘাটত শ্ৰীৰত্নকান্তক তোলি লৈ বহাগ মাহে বিবাহ কৰাবৰ বন্দবস্ত কৰি, ৰওনা কৰি পঠালোঁ। ও ঐ দিনে বিহু আৰু আমাৰ হাতী ও বিষ্ণুনাৰায়ণ কোঞৰৰ হাতীকো বামেদি পঠাম বুলি কৈ গহনাদি দিলোঁ ॥ ৫৪৬ ॥

আমাৰ ও বিষ্ণু-নাৰায়ণ কোঞৰৰ হাতী পঠোৱা

এই সনৰ চৈত্ৰ মাহে শ্ৰীৰত্নকান্তৰ বোৱাৰীক দিয়া ঃ—

বিবাহত দিয়া দ্ৰব্যজাত

| | |
|---|---|
| সোণৰ থাৰু— | ১ জোৰ |
| সোণৰ বাখৰামি কেৰু— | ১ ,, |
| তথা বাখৰামি গলপতা— | ১ ধাৰি |
| সোণৰ ওকা বিৰি পোৱাল, সোণৰ মণি সহিত— | ১ ধাৰ |
| সোণৰ বাখৰপতা আঙঠি | ১ গোট |
| | ৫ দফা |
| কিংখাপৰ মেখেলা— | ১ |
| গাজৰ বন কৰা ৰিহা— | ১ |
| পাৰি দিয়া কাপুৰ— | ১ |
| পাটৰ ৰিহা মেখেলা— | ১ |
| খনিয়া কাপোৰ— | ১ |
| | ১০ দফা |
| পৰে দিয়া প্ৰাচীন্থ বাখৰামি বিৰি— | ১ ধাৰ |
| সৰ্ব্বমোট — | ১১ দফা |

॥ ৫৪৭ ॥

## খ—১৭৯৬ শক। ১২৮১ সন। ১৮৭৪-৭৫ ইং

বিষয়াসকল—পৰগণা বন্দবস্ত—শ্বিলঙত চীফ কমিচনৰ থকা—শ্ৰীৰত্নৰ দ্বিতীয় বিবাহ—আমাৰ কৃত গীতা গ্ৰন্থ—তীৰ্থ যাত্ৰা—অন্যান্য।

এই সনে শ্ৰীশ্ৰীকিটিং চিফ্ কমিচনৰ সাহেব ও এগ্‌লো জুডিচীল কমিচনৰ, কামৰূপে লেম সাহেব ডিপুটী কমিচনৰ। মঙ্গলদৈত বঁয়েড্ সাহেব এচিষ্টেণ্ট কমিচনৰ ॥ ৫৪৮ ॥

( এওঁলোকে ) গত সনৰ নিৰিখ মতে পৰগণা ও মৌজা-সকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে।

আৰু কমিচনৰ সাহেব শাল-কাষ্টৰ পৰ বৰকৈ নজৰ শ্বিলিঙত সৰ্ব্বদা থাকাৰ নিয়ম কৰিলে ॥ ৫৫০ ॥

শ্ৰীজয়নাথ ডেকাক নগাঞে পঠোৱা কাৰণ

মঞি মঙ্গলদৈত থাকি ১ বৈশাগ, আমাৰ হাতী মঞ্জুৰ মাহুত সহিত আৰু বিষ্ণুনাৰায়ণ কোঞৰৰ হাতী কেৰয়াত লৈ জয়নাথ ডেকাক নগাঞে পঠাই, এই বন্দবস্ত কৰি দিলোঁ যে, ১১ বৈশাগ শ্ৰীৰত্নকান্তক উজানে বিবাহ হেতু লাউখোৱা ঘাটত নাৱত তোলি ৰওনা কৰি দি, তেওঁ তেজপুৰেদি ভুৰামৰ ছোৱালী চাই আহিব। ও বামেদি, দুই হাতী আগধৰি মাজোলী যাই পহুচিব ॥ ৫৫১ ॥

বিবাহ হেতু টকা পঠোৱা

২ বৈশাগ শ্ৰীশ্ৰীআউনীআটীয়া গোসাঞীকে চিঠি লিখি, বিবাহাৰ্থে সম্প্ৰতি ৫০৲ টাকা গাখীৰ, গুৰ, তামোল পান বাবত, লোট পঠালোঁ। এবং শ্ৰীৰত্ন ও শ্ৰীকমলা ও শ্ৰীগৌৰীকান্তক ৰওনা কৰি পঠালোঁ,—২৯ বৈশাগ বিবাহ ত'তে হব। ও বুঢ়া চৰঙ্কুৱাকে চিঠি লিখিলোঁ,—যদ্যপি, কদাচিত ২৯ বৈশাগ বিবাহ

হব নোৱাৰে, তবে অন্য দিন এটা জৈষ্ট মাহতে কৰি, শ্ৰীবাপালীৰ জীয়েকক বিবাহ কৰাব ॥ ৫৫২ ॥

শ্ৰীচন্দ্ৰৰ জামিনৰ লোক

হাজো পৰগণাৰ শ্ৰীচন্দ্ৰকান্তৰ জামিন, দেৱকান্ত, যজ্ঞৰাম দলৈক দিবৰ কাৰণে লক্ষ্মীকান্তকে চিঠি লিখোঁ ॥ ৫৫৩ ॥

মাহাৰা কাকতীৰ জীয়েকক চাই, কণিকা দাসী আহিব লিখোঁ

৬ বৈশাগ, কণিকাৰ চিঠি পাওঁ,—উজানৰ পৰা তেওঁলোক আহিব কি বিবাহৰ সাপক্ষে থাকিব। তদুত্তৰে ৭ বৈশাগ চিঠি লিখোঁ,—মাহাৰা কাকতীৰ জীয়েকৰ ঠিকনা কৰি, বামে দাসী সহিত আহিবৰ বিষয় ॥ ৫৫৪ ॥

শ্ৰীৰত্নকান্ত লাউখোৱা ঘাট যোৱা

১৩ বৈশাগ, জয়নাথ ডেকা তেজপুৰৰ পৰা পহুচি শ্ৰীৰত্নৰ চিঠি পাই, ১১ বৈশাগ ৰওনা হৈ লাউখোৱা ঘাটে যোৱা। ও গৌৰীকান্ত হাতীৰে উজানে আগধৰি যোৱা, থিৰাং কলে ও লিখিলে ॥ ৫৫৫ ॥

লৰাহঁত উজানে ৰওনা

১৪ বৈশাগত, শ্ৰীশ্ৰীআউনীআটীয়া গোস্বামীকে চিঠি লিখোঁ, লৰাহঁত ১২ বৈশাগ লাউখোৱা ঘাটৰ পৰা ৰওনা হৈ যোৱা। ২৯ বৈশাগ কদাচিত বিবাহ নহলে, জৈষ্ট মাহৰ আগ পক্ষতে দিন এটা কৰাই শ্ৰীৰত্নৰ, শ্ৰীবাপালীৰ জীয়েক সহিত বিবাহ কৰাব ॥ ৫৫৬ ॥

জীৱৰাম পেচ্‌কাৰ ও বিষ্ণুৰাম ওকিলক চিঠি

১৫ বৈশাগ,—জীৱৰাম পেচ্‌কাৰ ও বিষ্ণুৰাম ওকিলক পত্ৰ লিখোঁ,—মাজোলীত বাপালীৰ জীয়েক সহিত শ্ৰীমান ৰত্নকান্তৰ বিবাহ হেতু লৰাহঁত ১২ বৈশাগ ৰওনা হৈ যোৱা। পাৰিলে, তেওঁলোক যাই বিবাহ কৰায়। এবং তেওঁলোকলৈ খাম্পা থঙ্গা তিনখন পঠাই দিওঁ ॥ ৫৫৭ ॥

২৮ বৈশাগ,—শ্ৰীগৌৰীকান্তৰ উজানৰ পৰা ১৯ বৈশাগৰ চিঠি পাওঁ,—১৮ বৈশাগ, হাতীয়েদি সত্ৰ পহুচা ও বিবাহৰ কাৰবাৰ কৰা। ও লৰাহঁত নাৱেদি আহি নোপোৱা ॥ ৫৫৮ ॥

৩০ বৈশাগ, শ্ৰীকমলাকান্তৰ ২৪ বৈশাগ,—শ্ৰীৰত্নকান্তৰ ২৩ বৈশাগৰ চিঠি পালোঁ,—২২ বৈশাগ সত্ৰ পহুচি নামঘৰত

২৯ বৈশাগ শ্ৰীৰত্নৰ বিবাহ হোৱা

উঠি, বিবাহৰ আয়োজন কৰা। পৰে চিঠি পালোঁ,—২৯ বৈশাগ সুমঙ্গলে বিবাহ হোৱা ॥ ৫৫৯ ॥

১ জৈষ্ট, শ্ৰীবয়েড্ সাহেব ও ফিছৰ সাহেব সহিত ইস্কুলত কমিটী কৰা গায়। শ্ৰীক্ষেত্ৰত দুৰ্ভিক্ষ হেতু চান্দা হয়। ও ফিছৰ সাহেব নগাঞে বদলি হৈ যাব, কলে ॥ ৫৬০ ॥

শ্ৰীৰত্ন নগাঞে অহা

৬ জৈষ্ট, উজান সত্ৰৰ পৰা শ্ৰীগোৰীকান্তৰ ৩০ বৈশাগৰ চিঠি পাওঁ,—২৯ বৈশাগ সুমঙ্গলে বিবাহ হোৱা হেতু, শ্ৰীৰত্নকান্ত নগাঞে ৰওনা হৈ যোৱা ॥ ৫৬১ ॥

৭ জৈষ্ট, মঞি পূৰ্ব্বে ছুটীৰ এত্যালা দিয়াতে নামঞ্জুৰ হোৱা খবৰ পাওঁ ॥ ৫৬২ ॥

৮ জৈষ্ট,—শ্ৰীশ্ৰীআউনীআটীযা গোস্বামীৰ ৩ জৈষ্ট, শ্ৰীৰত্নকান্তৰ ৩০ বৈশাগৰ, চিঠি পাওঁ—২৯ বৈশাগ বিবাহ হোৱাতে দোচ্ৰা নাৱে নগাঞে ৰওনা হোৱা ॥ ৫৬৩ ॥

শ্ৰীকমলা যোৰহাটে যোৱা

৯ জৈষ্ট,—শ্ৰীৰত্নকান্তৰ, ৭ জৈষ্টৰ চিঠি পাওঁ,—৬ জৈষ্ট নগাঞ পহুচা। ও শ্ৰীকমলাকান্ত ও গোৰীকান্ত যোৰহাটে যোৱা ॥ ৫৬৪ ॥

১১ জৈষ্ট, বিষ্ণুৰাম ওকিলৰ ৬ জৈষ্টৰ পত্ৰ পালো,—আমাৰ পত্ৰৰ উত্তৰে খঞ্জৰ মাহুত আমাৰ হাতী অপৰ হাতী সহিত খৰচাভাবে তথাতে থাকা। ও খৰচা কয়েক টাকা দি পঠালোঁ ॥ ৫৬৫ ॥

ধাৰৰ টাকা পঠাবত

১৩ জৈষ্ট হাবিৰাম চেৰস্তাদাৰৰ পুত্ৰ দেবনাথৰ চিঠি পাওঁ, শ্ৰীচন্দ্ৰকান্তক দিয়া বাবত শ্ৰীকমলাকান্তে ধাৰ কৰা ৪০০৲ টাকা পঠাবৰ কাৰণে ॥ ৫৬৬॥

কেন্দুকুচিৰ মাটি লোৱা

শ্ৰীদুৰ্গাকান্তৰ চিঠি পাওঁ,—কেন্দুকুচিৰ শ্ৰীচন্দ্ৰকান্তৰ মাটি ২০ পুৰা তস্য, অথচ সিহঁতৰ দেনাত ক্ৰোক হোৱা বাবত। তদুত্তৰে নিলামত খৰিদ কৰি লবৰ লিখোঁ ॥ ৫৬৭॥

২৫ জৈষ্ট,— খশুৰ মাহুত সহিত আমাৰ হাতী ও বিষ্ণুনাৰায়ণ কোঞৰৰ হাতী মোৰ পাশ মঙ্গলদৈ পহুচে ॥ ৫৬৮ ॥ হাতী পহুচা

শ্ৰীৰত্নকান্ত নগাঞৰ ২৩ জৈষ্টৰ চিঠি পালোঁ,— শ্ৰীগৌৰীকান্ত ও শ্ৰীকমলাকান্ত অদ্য ৭৷৷০ বজাত উজানৰ পৰা নগাঞ পাই, ঐ ৰোজ গোহাটী ৰওনা হৈ যোৱা ॥ ৫৬৯ ॥ শ্ৰীকমলা গোহাটী যোৱা

৮ আষাড়,— শ্ৰীশম্ভুৰাম জামাতাকে চিঠি লিখোঁ,— এই মঙ্গলদৈ স্থানে মোৰ পাশে আহিবৰ বিষয় ॥ ৫৭০ ॥

১৪ আষাড়,—শ্ৰীকমলাকান্তৰ চিঠি পাওঁ,—কেন্দুকুচিৰ মাটি ২০ পুৰা ৫২৫ টাকাত নিলামত খৰিদ কৰা ॥ ৫৭১ ॥ কেন্দুকুচিৰ মাটি লোৱা

১৬ আষাড়,—জীৱৰাম পেচ্‌কাৰৰ চিঠি পাওঁ,—আমাৰ কৃত গীতা গ্ৰন্থ শুনি অতি হৰ্ষ পোৱা ॥ ৫৭২ ॥ আমাৰ কৃত গীতা গ্ৰন্থ

৩০ আষাড়,—শ্ৰীদুৰ্গাকান্ত ও শ্ৰীশম্ভুৰাম জামাতা মঙ্গলদৈ পহুচে। ২ শ্ৰাৱণ পুনৰ গোহাটী পঠাওঁ ॥ ৫৭৩ ॥ শম্ভুৰাম মঙ্গলদৈ

১১ শ্ৰাবণ,—শ্ৰীলাটুস সাহেব মঙ্গলদৈ পহুচে। তেওঁৰ সহিত কথোপকথন ॥ ৫৭৪ ॥

১৯ শ্ৰাৱণ, ৩ আগষ্ট,—আমি ভাঠী যাবৰ মনস্তে পূজাৰ বন্দ সমেত ৩ মাহৰ ছুটীৰ এত্যালা দিওঁ ॥ ৫৭৫ ॥ ভাঠী যাবৰ ছুটীৰ এত্যালা

১ ভাদ্ৰ—১৬ আগষ্ট, শ্ৰীশ্ৰীনৰ্থব্ৰুক গবৰ্ণৰ জানৰেল কাছাৰ পহুচে, খবৰ পাওঁ ॥ ৫৭৬ ॥ গবৰ্ণৰ জানৰেল

৪ ভাদ্ৰ—শ্ৰীশম্ভুৰাম জামাতা গোহাটীৰ পৰা পহুচে। গধূল সময়, শ্ৰীলাটুস্ সাহেব পাশ হাজিৰ কৰি, মকৰৰ কৰিবৰ কওঁ, স্বীকাৰ কৰে ॥

৬ ভাদ্ৰ—শ্ৰীশম্ভুৰাম জামাতাকে ২৫ টাকাত একটিং মহৰিৰ মকৰৰ কৰে ॥ ৫৭৭ ॥ শম্ভুৰাম মকৰৰ

১২ ভাদ্ৰ, ২৭ আগষ্ট ১৮৭৪ ইং শ্ৰীশ্ৰীনৰ্থব্ৰুক গবৰ্ণৰ জানৰেল গোহাটী পহুচি, ১৫ ভাদ্ৰ, ৩০ আগষ্ট ভটীয়াই কলিকাতা যায় ॥ ৫৭৮ ॥ গবৰ্ণৰ জানৰেল যোৱা

১৮ ভাদ্র, ২ সেপ্তাম্বৰ,—আমাৰ ছুটীৰ এত্যালাতে—২ মাহৰ অনুগ্রহৰ ছুটী দিব খোজা চিঠি পাই, ৩ মাহৰ নহলে নহয়, বুলি পুনৰ চিঠি লিখোঁ ॥ ৫৭৯ ॥

গঙ্গাস্নান যাব খোজা

২০ ভাদ্র—শ্রীমান গৌৰীকান্তকে চিঠি লিখোঁ,—ভাবী গঙ্গাস্নানে ৺মাতৃ সহিত আমি যাব খোজা, ও তেওঁ ওলাবৰ বিষয় ॥ ৫৮০ ॥

২৯ ভাদ্র, ১৩ সেপ্তাম্বৰ, শ্রীমিছিল সাহেব মঙ্গলদৈ পহুচে। ৩০ ভাদ্র, মঞি তেওঁক খাজানা-খানাৰ ছাবি আদি চমজাই দিওঁ। ৭ আশ্বিন মঞি ৩ মাহৰ ছুটী পাওঁ ॥ ৫৮১ ॥

৩ মাহৰ ছুটী

৭ আশ্বিন,—শ্রীজীৱৰাম পেচ্‌কাৰকে চিঠি লিখোঁ,—মঞি ভাঠী যাবৰ কাৰণে ৩ মাহৰ ছুটী লোৱা। তদ্বিষয় গোহাটীতে শ্রীকমলাকান্তকে লিখোঁ যে, বাঙ্গালী নাও একখন ঠিকনা কৰি ৰখা বিষয় ॥ ৫৮২ ॥

ভাঠী যোৱা বিষয় লিখা

লাটুস্ সাহেব যোৱা

১০ আশ্বিন, ২২ সেপ্তাম্বৰ লাটুস্ সাহেব চক্ষুৰ বেদনাতে বদল হৈ, তেজপুৰে যায়। তৎকৰ্ম্মে মিছিল সাহেব হয় ॥ ৫৮৩॥

১৮ আশ্বিন, ৩ আক্তুবৰ,—মিছিল সাহেব সহিত বাটত দেখা ও কথোপকথন। কালিলৈ ছুটী গ্রহণ কৰি গোহাটী যাবৰ বিদায় হলোঁ। তদপৰ— বাসাত ৰেপট্ শুনি, ১০ আক্তোবৰ হৈতে— তিনি মাহৰ ছুটী গ্রহণ পূৰ্ব্বক, গোপীনাথ শৰ্ম্মা চেৰস্তাদাৰেৰ পাশ চাৰ্জ্জ দি, ৰোবকাৰী, মিছিল সাহেব এচিষ্টেন্ট পাশ পঠাই বেলা দুইটা সময় সৰু ঘৈণী ও শুকুৰা, ও সৰু চক্ষু, ও গুণী সহিত ৰওনা হৈ ধলপুৰৰ বালিত থাকিলোঁ। ও মঙ্গলদৈৰ ঘৰ আদি শ্রীশম্ভুৰাম জামাতা ও জয়ৰাম জেম্মা ৰাখিলোঁ ॥ ৫৮৪ ॥

মঞি তিনি মাহৰ ছুটী পোৱা

ভাঠী যাত্রা

২৬ আশ্বিন ধলপুৰ হৈতে ৰওনা হৈ দুইটা সময় গোহাটী ঘৰ পাওঁ ॥ ৫৮৫ ॥

৫ কাৰ্ত্তিক, ২১ আক্তুবৰ ভাঠী গঙ্গা স্নানে উষা যাত্রা কৰি ৺মাতৃ ও শ্রীবৰ ঘৈণী ও মহাকেজনী ও সুপাহী শাশুৰী ও

গৌৰীকান্ত ও দুৰ্গাকান্ত ও টোকৰ মিত্ৰ ও যজ্ঞৰাম দলৈ ও গুণী ও ভাখৰী ও জয় টেকেলা, মাধবানন্দ অধ্যাপক সহিত ঘাটত বাঙ্গালী নৌকাত উঠি ৰওৈনা হৈ অশ্বক্রান্তত স্নান কৰি ভটীয়াই যাই, ১৪ কাৰ্ত্তিক গোৱালন্দ পালোঁ। এবং পদ্মা নদী ও ৰেল দেখোঁ ॥ ৫৮৬ ॥ ভাটী হৈ গোবালন্দ

১৬ কাৰ্ত্তিক, ১ নওম্বৰ দিবা ১১টা সময় নাউ গোৱালন্দতে এৰি, সকলো ৰেলত উঠি ৰাতি ৮টা সময়, কলিকাতাৰ শিয়ালদহ পহুচি, ৰাতি একজন লোকৰ ঘৰত, কেৰেয়া কৰি থাকিলো। খোৱা নহল ॥ ৫৮৭ ॥ শিয়ালদহ

১৭ কাৰ্ত্তিক, প্রাতসে তথা হৈতে ৺কালীঘাট, ঘোৰাৰ গাড়ীদি যাই, ছয় দণ্ড সময় পাই, ৺গঙ্গাদৰ্শন কৰোঁ। কাল অশুদ্ধ হেতু, বিধিমত শ্রাদ্ধ নহল ॥ ৫৮৮ ॥ কালীঘাট

১৮ কাৰ্ত্তিক, গঙ্গাস্নান কৰি ভাঠী বেলা গাড়ীত উঠি গৌৰীকান্ত ও দুৰ্গাকান্ত ও যজ্ঞৰাম দলৈ সহিত কলিকাতাৰ গবৰ্ণৰ সাহেবেৰ বাঙ্গালা ও গঙ্গাৰ সাঁকো প্রভিতি ও বডবাজাৰ ও চীনাবাজাৰ আদি দেখি ফিৰি আহি পুনৰ কালীঘাটত থাকোঁ ॥ ৫৮৯ ॥ গঙ্গাস্নান ও কলিকাতা চহৰ দেখা

১৯ কাৰ্ত্তিক, ৫ নওম্বৰ,—গোহাটী শ্রীকমলাকান্তকে চিঠি লিখোঁ। ভাঠী বেলা কলিকাতাৰ বডবাজাৰ দেখোঁ ও গলিৰ ৰাস্তা দেখোঁ। সভাচান্দ্ ও যশ্ৰাজৰ গোলাৰ জোৱাৰমল পাশ যাই, ৪৪৲ টাকাৰ গুণা, ৬৲ টাকাৰ সূতা, নগদ মোট ৫০৲ টাকাত লৈ গোহাটীত দিবৰ কাৰণে চিঠি লিখি, পুনৰ কালীঘাটে থাকিলোঁ ॥ ৫৯০ ॥ কলিকাতা চহৰ দেখা

২১ কাৰ্ত্তিক, ৬ নওম্বৰ শুক্রবাৰ,—যজ্ঞৰাম দলৈ জাহাজ দ্বাৰা জগন্নাথে যাবৰ বিদায় হ'ল। আমালোক পুনৰ গোৱালন্দ যাবৰ কাৰণে উত্তম পূৰ্ব্বক, দিবা ৪টা সময় কালীঘাটৰ পৰা ৰওৈনা হৈ—শিয়ালদহ পালোঁ। এবং ১৫ জন মানুহৰ তৃতীয় গোৱালন্দ পহুচা

কেলাচেৰ ডেডাভাড়া ৫০৲ টাকাৰ হুণ্ডী দি টিকিট লৈ, ৰাতি ৮টা সময়, ৺মাতৃ বৰঘৈণী প্ৰভিতি সহিত, ৰেলত ৰওনা হৈ তামাম্ ৰাতি যাই, প্ৰভাতে গোৱালন্দ পালোঁ। এবং হাৰো মাঝিৰ পাঞ্চে নৌকা এক পাই, কেৰেয়া পূৰ্ব্বক লৈ, তাতে উঠি বামত ভাত খালোঁ ॥ ৫৯১ ॥

২২ কাৰ্ত্তিক, ৭ নওম্বৰ নৌকাৰ গোলমালে, তাতে থকা গল। ২৩ কাৰ্ত্তিক বেলা দুপ্ৰহৰ সময়, ঐ পাঞ্চে নৌকায় নাউজৰা ৰওনা হৈ পদ্মা নদী পাৰ হৈ উজান নাউজৰাত থাকোঁ ॥ ৫৯২ ॥

কৈলাচৰ ২৪ কাৰ্ত্তিক, ৯ নওম্বৰ, তথা হৈতে ৰওনা হৈ কৈলাচৰত ৰাতি থাকোঁ ॥ ৫৯৩ ॥

ফুলবাৰীয়া ২৫ কাৰ্ত্তিক, ১০ নওম্বৰ, তথা হৈতে ৰওনা হৈ ফুলবাৰীয়া গ্ৰামৰ বালিত থাকোঁ ॥ ৫৯৪ ॥

বেলবাৰী ২৬ কাৰ্ত্তিক, ১১ নওম্বৰ, তথা হৈতে ৰওনা হৈ বেলবাৰীৰ বালিত উত্তৰ পাৰে থাকোঁ ॥ ৫৯৫ ॥

২৭ কাৰ্ত্তিক, ১২ নওম্বৰ, তথা হৈতে ৰওনা হৈ চিৰাজগঞ্জৰ ভাঠী বালিত থাকোঁ ॥ ৫৯৬ ॥

চিৰাজগঞ্জ ২৮ কাৰ্ত্তিক, ১৩ নওম্বৰ, তথা হৈতে ৰওনা হৈ চিৰাজগঞ্জত থাকোঁ ॥ ৫৯৭ ॥

২৯ কাৰ্ত্তিক, ১৪ নওম্বৰ, তথা হৈতে ৰওনা হৈ চিৰাজগঞ্জত চাৰাগ্ৰাম চাউল আদি খৰিদ কৰি, চাৰাগ্ৰামত থাকোঁ ॥ ৫৯৮ ॥

৩০ কাৰ্ত্তিক, ১৫ নওম্বৰ, তথা হৈতে ৰওনা হৈ মাণিকগঞ্জত মাণিকগঞ্জ থাকোঁ ॥ ৫৯৯ ॥

১ অগ্ৰায়ণ, ১৬ নওম্বৰ তথা হৈতে ৰওনা হৈ বগুৰা জেলাৰ গ্ৰামৰ-লখিলা গ্ৰামৰলখিলা গ্ৰামত থাকোঁ ॥ ৬০০ ॥

২ অগ্ৰায়ণ, ১৭ নওম্বৰ তথা হৈতে ৰওনা হৈ বগুৰা জেলাৰ মোছাপাৰা মোছাপাৰাত থাকোঁ ॥ ৬০১ ॥

৩ অগ্ৰায়ণ, ১৮ নওম্বৰ, তথা হৈতে ৰওনা হৈ খাটীয়ামাৰি গ্ৰামৰ বালিত থাকোঁ ॥ ৬০২ ॥ খাটীয়ামাৰি

৪ অগ্ৰায়ণ, ১৯ নওম্বৰ, তথা হৈতে ৰওনা হৈ ৰঙ্গপুৰ জেলাৰ কালীগঞ্জত মানাস্ নদীত থাকোঁ ॥ ৬০৩ ॥ কালীগঞ্জ

৫ অগ্ৰায়ণ, ২০ নওম্বৰ তথা হৈতে ৰওনা হৈ জামালপুৰ জেলাৰ মাদিৰগঞ্জত দক্ষিণ পাৰে পৰ্ব্বতৰ কিনাৰত থাকোঁ। উত্তৰে চিলমাৰি ॥ ৬০৪ ॥ মাদিৰগঞ্জ

৬ অগ্ৰায়ণ, ২১ নওম্বৰ, তথা হৈতে ৰওনা হৈ চিলমাৰিৰ উজান বালিত, দক্ষিণ পাৰে থাকোঁ ॥ ৬০৫ ॥ চিলমাৰি

৭ অগ্ৰায়ণ, ২২ নওম্বৰ, তথা হৈতে ৰওনা হৈ ৰৌমাৰি এৰাই শলমাৰিত ৰাতি থাকোঁ ॥ ৬০৬ ॥ ৰৌমাৰি

৮ অগ্ৰায়ণ, ২৩ নওম্বৰ, তথা হৈতে ৰওনা হৈ ৰঙ্গপুৰ জেলাৰ যাত্ৰাপুৰ গ্ৰামৰ মাজোলী বালিত থাকোঁ ॥ ৬০৭ ॥ যাত্ৰাপুৰ

৯ অগ্ৰায়ণ, ২৪ নওম্বৰ, তথা হৈতে ৰওনা হৈ শিঙ্গীমাৰি বালিত থাকোঁ ॥ ৬০৮ ॥ শিঙ্গীমাৰি

১০ অগ্ৰায়ণ, ২৫ নওম্বৰ, তথা হৈতে ৰওনা হৈ ধুবুৰীৰ ভাঠী মণিচৰে থাকি গোৱালপাৰা (পাওঁ) ॥ ৬০৯ ॥ মণিচৰ

১১ অগ্ৰায়ণ, ২৬ নওম্বৰ, তথা হৈতে ৰওনা হৈ দক্ষিণ পাৰ ফকীৰগঞ্জত থাকোঁ। উত্তৰে ধুবুৰী ॥ ৬১০ ॥ ফকীৰগঞ্জ

১২ অগ্ৰায়ণ, ২৭ নওম্বৰ, তথা হৈতে ৰওনা হৈ, চেনিপাৰা দক্ষিণ পাৰে থাকোঁ ॥ ৬১১ ॥ চেনিপাৰা

১৩ অগ্ৰায়ণ, ২৮ নওম্বৰ, তথা হৈতে ৰওনা হৈ চান্দৰ-ডিঙ্গি পৰ্ব্বতৰ কাখৰ বালিত থাকোঁ ॥ ৬১২ ॥ চান্দৰ-ডিঙ্গি

১৪ অগ্ৰায়ণ, ২৯ নওম্বৰ, তথা হৈতে ৰওনা হৈ পগলাটেকৰ ভাঠী, বালিত থাকোঁ ॥ ৬১৩ ॥ পগলাটেক

১৫ অগ্ৰায়ণ, ৩০ নওম্বৰ, তথা হৈতে ৰওনা হৈ গোৱালপাৰাৰ ভাঠী পঞ্চৰত্ন পৰ্ব্বতৰ পূবফালে, বালিত থাকোঁ ॥ ৬১৪ ॥ পঞ্চৰত্ন পৰ্ব্বত

গোৱাল-পাৰা বদলি কাৰণ চিঠি

১৬ অগ্ৰায়ণ, ১ ডিচাম্বৰ, বেলা এক পৰ মান হোৱাতে গোৱালপাৰা পাওঁ। বালিত ভাত খাই ভাঠী বেলা পূৰ্ণানন্দ বৰুৱা একষ্ট্ৰা এচিষ্টেন্ট কমিচনৰ ও প্ৰিয়নাথ বৰুৱা চুপ্ৰেডেণ্ট(১) সহিত হৈ চীফ্ কমিচনৰ সাহেবেৰ চেকেট্টৰ (২) নামে চিঠি লিখিলোঁ যে, মঙ্গলদৈত বেমাৰ হৈ থাকোঁ। হাৱাপানী বড়দাস্ত্ (৩) নহয়। গোহাটী ৰাখাৰ বিষয় ॥ ৬১৫ ॥

নগৰবেৰা

১৭ অগ্ৰায়ণ ২ ডিচাম্বৰ, অথ, প্ৰাতে তথা হৈতে ৰওনা হৈ নগৰবেৰা পৰ্ব্বতৰ উত্তৰ বালিত থাকোঁ ॥ ৬১৬ ॥

১৮ অগ্ৰায়ণ, ৩ ডিচাম্বৰ, তথা হৈতে ৰওনা হৈ নগৰবেৰা ভাঠী বালিত থাকোঁ ॥ ৬১৭ ॥

১৯ অগ্ৰায়ণ ৪ ডিচাম্বৰ—তথা হৈতে ৰওনা হৈ নগৰবেৰা পৰ্ব্বতৰ উজান বালিত থাকোঁ ॥ ৬১৮ ॥

চ'মুৰীয়া মন্দিয়া গ্ৰাম

২০ অগ্ৰায়ণ, ৫ ডিচাম্বৰ, তথা হৈতে ৰওনা হৈ পূৰ্ব্ব চ'মুৰীয়া, মন্দিয়া গ্ৰামৰ বালিত থাকোঁ ॥ ৬১৯ ॥

দুবামাৰি

২১ অগ্ৰায়ণ, ৬ ডিচাম্বৰ তথা হৈতে ৰওনা হৈ পূৰ্ব্ব চ'মুৰীয়াৰ দুবামাৰি বালিত থাকোঁ ॥ ৬২০ ॥

যোগেশ্বৰ গোসাঞী ফোত হোৱা

২২ অগ্ৰায়ণ, প্ৰাতসে তাতে থকাতে, যোগেশ্বৰ সৰুজনা গোসাঞী কাৰ্ত্তিক মাহে ফোত হোৱা ও শ্ৰাদ্ধ যোৱা, মহেশ্বৰ নাৱৰীয়া ভটীয়াই যোৱাতে কলে ॥ ৬২১ ॥

হীৰাপাৰা

২৩ অগ্ৰায়ণ, ৮ ডিচাম্বৰ তথা হৈতে ৰওনা হৈ দক্ষিণ সৰু বংশৰ পৰগণাৰ হীৰাপাৰাত থাকোঁ ॥ ৬২২ ॥

খানামুখ

২৪ অগ্ৰায়ণ, ৯ ডিচাম্বৰ, তথা হৈতে ৰওনা হৈ খানামুখত ৰাতি থাকোঁ ॥ ৬২৩ ॥

উত্তৰ গোহাটী ঘৰ পহুচা

২৫ অগ্ৰায়ণ, ১০ ডিচাম্বৰ, তথা হৈতে ৰওনা হৈ শগুনঠুঁটি বালিৰ পৰা খোৱা দি ব্ৰহ্মপুত্ৰৰ, উত্তৰ পাৰে হৈ, অশ্বক্ৰান্তত

টোকা :—(১) চুপ্ৰেডেণ্ট = Superintendent

(২) চেকেট্টৰ = Secretary (৩) বৰদাস্ত্ নহয় = সহ্য নহয়।

স্নান পূৰ্ব্বক বেলা ভাঠী সময়ত উত্তৰ গোহাটী ঘৰ পাই, গোপীনাথ চেৰস্তাদাৰ মঙ্গলদৈ ও উজান বিষ্ণুৰাম ওকীলকে চিঠি লিখোঁ। আমি ⁄মাতৃ ও ৰৰঘৈণী সহিত, নান্দীমুখ শ্ৰাদ্ধ নকৰা হেতু, গোসাঞী ঘৰতে থাকোঁ॥ ৬২৪ ॥

২৬ অগ্ৰায়ণ, অদ্য তীৰ্থ নান্দীমুখ শ্ৰাদ্ধ কৰোঁ। ও ব্ৰাহ্মণ গ্যাতি কয়েক জনক ভোজন কৰাই গৃহে প্ৰবেশ হওঁ॥ ৬২৫ ॥ গৃহ প্ৰবেশ

১ পৌষ, ১৫ ডিচাম্বৰ,—অদ্য গোহাটী যাই শ্ৰীলেম সাহেব সহিত বাঙ্গালায় দেখা। তথা হৈতে দ্ৰাইবৰ্গ সাহেব সহিত দেখা, কথোপকথন॥ ৬২৬ ॥

২ পৌষ, শ্ৰীশ্ৰীকিটিং চীফ্ কমিচনৰ বৰ কাছাৰীতে থাকাতে দেখা ও কথোপকথন, ও কলিকাতাৰ কথা সোধা, ও 'কোনদিন আহিলা',— সোধাতে, কলোঁ,—গলিৰ দিগে দুৰ্গন্ধ ও গৰম, ও অনেক লোক, নিশ্বাস বন্ধ হোৱা আদি কথা কোৱাতে হাঁহিলে। আৰু মঞি গোৱালপাৰা হৈতে গোহাটী থকা বিষয় এক চিঠি লিখা কথা সোধাতে, সম্প্ৰতি একো কব নোৱাৰা, ও দ্ৰাইবৰ্গ সাহেবত কবৰ কথা কলে। তেওঁতে পুনৰ আহি সোধাতে, সম্প্ৰতি মঙ্গলদৈ মঞি যাবৰ কলে ॥ ৬২৭ ॥ কিটিং চীফ্ কমিচনৰ সাহেব সহিত দেখা

৩ পৌষ, মঙ্গলদৈৰ শ্ৰীমিছিল সাহেবেৰ চিঠি পাওঁ। মঞি মঙ্গলদৈ যাবৰ একো হুকুম নোপোৱা হেতু, গোহাটীত চীফ্ কমিচনৰ সাহেবত, মঞি সুধিবৰ লিখে॥ ৬২৮ ॥ মিছিল সাহেবৰ চিঠি

৫ পৌষ, ১৯ ডিচাম্বৰ, শ্ৰীএগ্‌লো জুডিচীল কমিচনৰ সাহেব সহিত দেখা হওঁ ও কথোপকথন, ও সম্প্ৰতি মঞি মঙ্গলদৈ যাবৰ কথা কলে॥ ৬২৯ ॥

৬ পৌষ ঘৰে থাকোঁ ॥ ৬৩০ ॥

৯ পৌষ ঈশ্বৰামৰ বস্তিমাটি ২৭০৲ টাকাত লিলাম হোৱাতে ৰতিকান্ত ওকীলে খৰিদ কৰাতে; তাৰ পাশ, ৩০০৲ টাকাত শ্ৰীকমলাকান্ত খৰিদ কৰে॥ ৬৩১ ॥ ঈশৰামৰ মাটি খৰিদ

গোহাটী অহা

১০ পৌষ, ২৪ ডিচাম্বৰ, বৰ-কাছাৰীত এগ্‌লৌ সাহেব সহিত মিছিল সাহেব থকা শুনি, তথা যাই। পুনৰ ১০ জানুৱাৰী গোহাটী আহি, গঙ্গানাথ মুনচুফ পাশ চাৰ্জ্জ্‌ লবৰ কথা কলে॥ ৬৩২॥

গঙ্গানাথ মুনচুফৰ চিঠি

১১ পৌষ, অদ্য বৰ দিন হেতু ঘৰে থাকোঁ। গঙ্গানাথ মুন্‌চেফৰ চিঠি পাওঁ,—তেওঁ গোৱালপাৰা যোৱা ও মঞি গোহাটীতে থকা ঠিক হোৱা লিখে॥ ৬৩৩॥

জামাতা শম্ভুৰামৰ জ্বৰ হেতু মঞি মঙ্গলদৈ যোৱা

১২ পৌষ,—গোপীনাথ চেৰস্তাদাৰ মঙ্গলদৈৰ পৰা আহি মোক দেখা দিয়ে এবং একখন জয়ৰামৰ চিঠি দি কলে যে, আমাৰ জামাতা শম্ভুৰামৰ জ্বৰ হোৱা। শুনি মঙ্গলদৈ যাবৰ উদ্যম কৰি ১৪ পৌষ শ্ৰীধৰ্ম্মকান্তক লগত লৈ গুণী লগুৱা সহিতে ৩টা সময়, মঙ্গলদৈ ৰওনা হৈ, দক্ষিণ পাৰে পদ্মৰেখা ৰাণীক দেখা দি, লতাশিলৰ উজান মাজোলী বালিত থাকিলোঁ। ১৬ পৌষ তথা হৈতে ৰওনা হৈ ভাঠী সময় ৰঙামাটি ঘাট পাই মোৰ নিজ হাতীৰে যাই, ৰাত্ৰি ৮টা সময়, মঙ্গলদৈৰ ঘৰ পাওঁ। এবং জামাতাক দেখি ঔষধ খোৱাওঁ॥ ৬৩৪॥

১৭ পৌষ, ৩১ ডিচাম্বৰ কাছাৰীত হাজিৰ হৈ গঙ্গাগোবিন্দ মুনচুফ সহিত দেখা। এবং চন্দ্ৰমোহন গোস্বামী মুনচুফ পাশ চাৰ্জ্জ্‌ গ্ৰহণ কৰি কৰ্ম্মে প্ৰবৰ্ত্ত হওঁ॥ ৬৩৫॥

আমি গোহাটী বদলি হোৱা

১৮ পৌষ, ১ জানৱাৰী,—কাছাৰী বন্দ। ও মঞি গোহাটীতে মুনচুফি কৰ্ম্মত মকৰৰ হোৱা আসাম গেজেটত ছাপে। তাহা চন্দ্ৰমোহন গোস্বামী আহি দেখালে॥ ৬৩৬॥

শম্ভুৰাম জামাতা ফৌত

১৯ পৌষ, ২ জানৱাৰী শনিবাৰ কাছাৰীত দেৱানী কৰো। ৰাতি শম্ভুৰাম জামাতা জ্বৰাতিসাৰতে ফৌত হ ল। আমি শোকে-দুখে অস্থিৰ হৈ, ভাৰলুৱা ঘৰৰ ত্ৰাহিৰামৰ সমন্ধীয় দুই-দৈবজ্ঞক অনাই জয়ৰাম সহিত নিয়াই যথাবৎ অগ্নিকৰ্ম্ম কৰা গল। অথচ নিজে থাকি অগ্নিকৰ্ম্ম কৰালো। অতিকষ্টে, ৰাতি বাহিৰ ঘৰতে থকা গ'ল॥ ৬৩৭॥

২২ পৌষ, ৫ জানৱাৰী মঙ্গলবাৰ, দেৱানী কৰোঁ। দিবা ৫টা সময়, মিছিল সাহেব মপস্বলৰ পৰা পহুচাতে, বাঙ্গালা যাই চাৰ্জ্জ্ দিবৰ সোধাত, চন্দ্ৰমোহন গোস্বামীক চাৰ্জ্জ্ দি গোহাটী যাবৰ কথা কোৱাতে, তেতিয়াই কাছাৰী যাই চাৰ্জ্জ দিলোঁ ॥ ৬৩৮ ॥ গোহাটী বদলি হোৱাত চাৰ্জ্জ্ দিয়া

২৩ পৌষ, মঞি গোহাটী যাবৰ উদ্যম হৈছোঁ, এনেতে এগ্লো জুডিচীল কমিচনৰ সাহেবেৰ ৰোবকাৰী পালোঁ যে শীঘ্ৰে গোহাটীত গঙ্গানাথ মুনচুফ পাশ চাৰ্জ্জ্ লবৰ। তখনেই, মিছিল সাহেবক কাছাৰীতে বিদায় হৈ মাটিবাৰী ঘৰ আদি জইৰামৰ জেম্বা পূৰ্ব্বক শ্ৰীধৰ্ম্মকান্ত সহিত, মোৰ হাতীৰে যাই, ৰঙামাটিৰ ঘাটত নাৱত উঠি, হাতী বামে গোহাটী পঠাই, মঞি নাৱেদি গৈ, ধলপুৰত ৰাতি থাকো ॥ ৬৩৯ ॥ গোহাটী যাত্ৰা

২৪ পৌষ, ৭ জানৱাৰী বৃহস্পতিবাৰ প্ৰাতে ধলপুৰ হৈতে ৰওনা হৈ ১২ বাজাৰ সময় গোহাটী পাই, কাছাৰী ঘাটতে নাউ ৰাখি কাছাৰীত উঠি, গঙ্গানাথ মুনচুফ পাশ চাৰ্জ্জ লৈ কৰ্ম্মে প্ৰবৰ্ত্ত হলোঁ। অথচ ফৌজদাৰী ও দেৱানী ও কালেক্টৰি কৰি টেটৰ সাহেব ও এগ্লো জুডিচীল কমিচনৰ সাহেবক কাছাৰীত দেখা হৈ, গোহাটীৰ বাসা দেখি উত্তৰ পাৰৰ ঘৰে যাওঁ ॥ ৬৪০ ॥ গোহাটী পহুচি চাৰ্জ্জ লোৱা

২৯ পৌষ শম্ভুৰামৰ কৰ্ম্ম তস্য ভায়েকৰ হতুৱা কৰাওঁ ॥৬৪১॥

২০ ফাগুন জীউৰামৰ জীয়েক ভাদৈক শ্ৰীকিনাৰামত বিবাহ দিয়াওঁ। ও অলঙ্কাৰ, ৰূপৰ খাৰু ও সোণৰ কেৰো, জীউৰামক গা-ধন ২০৲ টাকা দিওঁ ॥ ৬৪২ ॥ ভাদৈক শ্ৰীকিনা-ৰামলৈ বিবাহ কৰোৱা

১৫ চৈত্ৰ, হাজো পৰগণা গৌৰীকান্ত সহিত পুনৰ বন্দবস্ত কৰোৱাত এই সনৰ বাকী বাবত শ্ৰীমান গৌৰীকান্তকে ২০০৲ টাকা ও তদ্বাবতে সুজিৰাম কাঞাৰ দ্বাৰা খত লৈ দিয়াই, বাকীৰ লেঠা মৰাওঁ ॥ ৬৪৩ ॥ শ্ৰীগৌৰী-কান্তৰ খাজানাৰ লেঠা মৰা

৩০ চৈত্ৰ, নীলকণ্ঠ ও দত্তৰামকে চিঠি লিখোঁ মিছিৰ (মিশ্ৰ ?) চেৰস্তাদাৰৰ জীয়েক বাবত ॥ ৬৪৪ ॥

## প্ৰথম অধ্যায় ( ক্ৰমশঃ )

### গ—১৭৯৭ শক। ১২৮২ সন। '৮৭৫-৭৬ ইং।

বিষয়া সকল—পৰগণা বন্দবস্ত—শ্ৰীশ্ৰীটেম্পল লেঃ গৱৰ্ণৰ অহা—মহাৰাণীৰ প্ৰথম পুত্ৰ কলিকাতা অহা—বিশ্বেশ্বৰ গোসাঞীৰ অপমৃত্যু—শ্ৰীৰত্নই শান্তি বিবাহ কৰোৱা—অন্যান্য খবৰ।

শ্ৰীশ্ৰীকিটিং চীফ্ কমিচনৰ ও এগ্‌লো জুডিচীল কমিচনৰ। কামৰূপে লেম সাহেব ডিপুটি কমিচনৰ ॥ ৬৪৫ ॥

এই সনে পৰগণা সকল গত সনৰ নিৰিখ মতে এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। হাজো পৰগণাও গৌৰীকান্ত সহিতে বন্দবস্ত কৰিলে ॥ ৬৪৬ ॥

অশোকাষ্টমী স্নান

১ বৈশাগ—অশোকাষ্টমী হেতু ব্ৰহ্মপুত্ৰত স্নান কৰোঁ ও,—॥ ৬৪৭ ॥

৪ বৈশাগ শ্ৰীবাপালীৰ জীয়েকক পঠাবৰ কাৰণ বুড়া চৰক্সুৱাকে চিঠি লিখোঁ ॥ ৬৪৮ ॥

আমাৰ তেজপুৰ ও মঙ্গলদৈৰ মাটিৰ কথা

৭ বৈশাগ তেজপুৰৰ, আমাৰ নামৰ মাটি অন্য নামে লিখান কাৰণে ধনঞ্জয় সিং পেচকাৰকে চিঠি লিখোঁ। ও মঙ্গলদৈৰ মাটি ইস্তফা দি জয়ৰাম পাশ পঠাওঁ ॥ ৬৪৯ ॥

মাটি তহকীক

৮ বৈশাগ গোহাটীত ফোযাইৰ মাটি সৰেজমি তহকীক্ কৰোঁ ॥ ৬৫০ ॥

কমিটী

১৩ বৈশাগ গোহাটীৰ ইস্কুল ঘৰত, ঘৰৰ কমিটী কৰোঁ ॥ ৬৫১ ॥

দূতীৰামলৈ চিঠি

২৩ বৈশাগ লখীমপুৰৰ দূতীৰামলৈ চিঠি লিখোঁ জীয়েকৰ কোষ্টীৰ নকল পঠাবৰ বাবত ॥ ৬৫২ ॥

২ জৈষ্ট ৰাত্রি শুক্রেশ্বৰ দেবালয়ত 'ৰামৰাজ্যাভিষেক' অভিনয়, নাটক গান দেখা যায়। সেই নাটকে শ্রীএগ্‌লৌ সাহেব প্রভিতি সাহেব লোক গৈছিল ॥ ৬৫৩ ॥ সাহেব লোক অসমীয়া অভিনয় দেখা

৬ জৈষ্ট দূতীৰামৰ জীয়েকৰ কোষ্ঠী পাওঁ ॥ ৬৫৪ ॥

১১ জৈষ্ট, সুৰকান্ত, কৃষ্ণকান্ত বৰুৱাৰ পুতেক ফৌত হোৱা নীলকণ্ঠৰ চিঠি পাওঁ ॥ ৬৫৫ ॥ সুৰকান্ত ফৌত

১৩ জৈষ্ট, লেম সাহেবেৰ বাঙ্গালায় যাই শ্রীৰত্নকান্তকে নগাঞৰ পৰা গোহাটীত মকৰৰ কৰা কথা কওঁ ॥ ৬৫৬ ॥ শ্রীৰত্নক গোহাটী অনা কোৰা

২০ জৈষ্ট, দূতীৰামৰ জীয়েকৰ সহিত দুর্গাকান্তৰ জোৰা অহাত, আগত আশ্বিন বা কাত্তিকত বিবাহ কৰাবৰ বিষয় লিখোঁ ॥ ৬৫৭ ॥ শ্রীদুর্গা-কান্তৰ বিবাহৰ কন্যা

৩১ জৈষ্ট, ১৩ জুন, শ্রীপদ্মৰেখা ৰাণীৰ হাতী লৈ দেশ বেল-তলাৰ নন্দীৰামৰ মাটি, দুৱাৰ আন্দা মৌজাৰ বশিষ্ট দেবালয়ৰ মাটি, সডগত কিমান গৈছে, তাৰ তহকীক, ঠিকনা কৰি, মটৰীয়া মৌজাৰ বলৰাম ফোকনৰ মাটি তহকীক কৰি, ৰাতি ৮টা বাজিবৰ সময় গোহাটী পাই থাকোঁ। মাহুতক কিছো দি বিদায় দিওঁ ॥ ৬৫৮ ॥ বেলতলা মাটি তহকীক

৪ আষাড় মঙ্গলদৈত চন্দ্রমোহন গোস্বামী মুনচুফ উন্মত্ত হৱা শুনো ॥ ৬৫৯ ॥ চন্দ্রমোহন গোস্বামী উন্মত্ত

২০ আষাড, ৩ জুলাই, দিবা ৮ বাজিবৰ সময় লেম সাহেবেৰ বাঙ্গালায় যাই, শ্রীচন্দ্রকান্ত মৌজাদাৰক (হাজোৰ পৰা) বডন্তি পৰগণায় বদল নকৰি, গৌৰীকান্ত সহিত পুনৰ হাজো পৰগণা বন্দবস্ত কৰাৰ আগ্রহি কোৱাতে, সম্মত হৈ পুনৰ গৌৰীকান্তৰ জেম্বা কৰিলে ॥ ৬৬০ ॥ হাজো গৌৰীকান্ত জেম্বা

২৫ আষাড, ৮ জুলাই, শ্রীশ্রীটেম্পল লেফ্‌টেনাণ্ট গবর্ণৰ ছোট জাহাজ একখনি দ্বাৰা গোহাটী পহুচি, ২৬ আষাড শ্বিলিঙে যায়। ১৩ জুলাই গোহাটী পহুচি, মঙ্গলদৈ যায় ॥ ৬৬১ ॥ লেঃ গবর্ণৰ গোহাটী আহি শ্বিলং যোৱা

৩১ আষাড, মঞ্জি ছত্ৰাকাৰ দেবালয় দেখোঁ ॥ ৬৬২ ॥

লেঃ গৱৰ্ণৰ কলিকাতা যোৱা

১ শ্ৰাৱণ ১৬ জুলাই লেফ্‌টেনান্ট গবৰ্ণৰ টেম্পল সাহেব মঙ্গলদৈৰ পৰা আহি কলিকাতা যায় ॥ ৬৬৩ ॥

অন্নদা ফোকনৰ বিবাহ

১৪ শ্ৰাৱণ, পূৰ্ণানন্দ বৰুয়া একষ্ট্ৰা এচিষ্টেন্ট কমিচনৰ জীয়েক সহিত অন্নদাৰাম ফোকনৰ বিবাহত, দিনত কমলনাথ ফোকনৰ ঘৰত, নাউজানত থকাতে, তালৈকে যাওঁ ॥ ৬৬৪ ॥

পাৰ জাহাজ পাতা

১৭ শ্ৰাৱণ, ১ আগষ্ট,—ব্ৰহ্মপুত্ৰৰ ঘাটত, পাৰ হবৰ কাৰণে সৰু জাহাজ পাতে ॥ ৬৬৫ ॥

* * * *

২৪ শ্ৰাৱণ ভৰলুসত্ৰৰ নামঘৰৰ বেৰা দিবৰ বন্দবস্ত কৰোঁ ॥ ॥ ৬৬৬ ॥

প্ৰথম ফেৰী জাহাজ চলা

১ ভাদ্ৰ,—আজিৰ পৰা, ঘাটত পাৰ হোৱা ফেৰী জাহাজ ভালকৈ চলে ॥ ৬৬৭ ॥

১০ ভাদ্ৰ, শ্ৰীবাপালিকে চিঠি লিখোঁ, তস্য জীয়েকক পঠাবৰ বিষয় ॥ ৬৬৮ ॥

৩১ ভাদ্ৰ, কাছাৰীতে লেম সাহেব মোক মাতি নি নতুন ৰামকুমাৰ মুনচুফকে দেৱানীৰ ভাৰ দিবৰ সোধাতে, সম্মত, নতুন বুলি নিদিলোঁ ॥ ৬৬৯ ॥

ও লেম সাহেব যোৱাতে নতুন "হিন্নু" সাহেব সহিত বাঙ্গালায় দেখা ও সম্মান পূৰ্ব্বক বহুৱাই কথোপকথন কৰিলে ॥ ৬৭০ ॥

কামাখ্যা দৰ্শন

১৮ আশ্বিন, ৺কামাখ্যা পৰ্ব্বতে যাই ভগবতী দৰ্শন কৰোঁ ॥ ৬৭১ ॥

২০ আশ্বিন, শ্ৰীৰত্নকান্ত নগাঞৰ পৰা পহুচে ॥ ৬৭২ ॥

গোসানী দেখা

২৩ আশ্বিন, গঙ্গানাথ মুনচুফ ঘৰে গোসানী দেখোঁ। ও ৰজাঘৰৰ গোসানী চাওঁ ॥ ৬৭৩ ॥

২৫ আশ্বিন, ৰবিবাৰ বিজয়া দশমীত খেল নাউ। ও নাউ খেলাওঁ ॥ ৬৭৪ ॥ খেল নাউ খেলোৱা

২৭ আশ্বিন, কার্ণেগী সাহেব সহিত দেখা, কথোপকথন। মঞি কাছাৰীত ফৌজদাৰী কৰোঁ ॥ ৬৭৫ ॥ কার্ণেগী সাহেব

৪ কার্ত্তিক, ২০ আক্টুবৰ শ্রীৰত্নকান্ত ও শ্রীবেথাৰাম ভকতক নগাঞে ৰওনা কৰি পঠাওঁ ॥ ৬৭৬ ॥

৯ কার্ত্তিক, ৰামকুমাৰ মুনচুফ নগাঞে যাব কাৰণ, শ্রীৰত্নকান্তকে চিঠি লিখো ॥ ৬৭৭ ॥

১৫ কার্ত্তিক, শ্রীৰত্ন নগাঞে পহুচা, চিঠি পাওঁ ॥ ৬৭৮ ॥

২২ কার্ত্তিক, সৰুজনা যোগেশ্বৰ গোস্বামীৰ বাৎসৰিক কর্ম্ম কাৰণ, তেওঁলোকৰ ঘৰে যাওঁ ॥ ৬৭৯ ॥

১১ অগ্রায়ণ, ২৬ নওম্বৰ শুক্রবাৰ দেৱানী কৰো ॥ ৬৮০ ॥

শ্রীশ্রীমহাৰাণীৰ প্রথম পুত্র শ্রীশ্রীপ্রিন্স অফ ওৱলচ্ ২৩ ডিচাম্বৰ কলিকাতা পহুচিব, খবৰ হয়। তদবধি ১২ দিন কাছাৰী বন্দ হবৰ গেজেট জাৰি হয় ॥ ৬৮১ ॥ মহাৰাণীৰ পুত্ৰ কলিকাতা অহা কথা

২৭ অগ্রায়ণ কন্দর্পেশ্বৰ ৰাজা শ্রীশ্রীমহাৰাণীৰ পুত্র দেখিবৰ কাৰণে কলিকাতা ৰওনা হয় ॥ ৬৮২ ॥

৩ পৌষ শ্রীশ্রীআউনীআটীযা ধর্ম্মেশ্বৰ শর্ম্মা ডেকা গোসাঞী 'গয়া' কৰিবৰ কাৰণে গোহাটী পহুচে ॥ ৬৮৩ ॥ ডেকা গোসাঞী গয়ালৈ যোৱা

৪ পৌষ প্রাতে, ডেকাজনা গোসাঞীক ভৰলুৰ পাৰে নাৱত সেৱা কৰি, কাছাৰী যাই দেৱানী কৰো। পুনৰ কাছাৰী বাদ নাৱেৰে যাই সেৱা কৰি উত্তৰ পাৰেৰ ঘৰে যাওঁ ॥ ৬৮৪ ॥

২৩ ডিচাম্বৰ—অদ্য মহাৰাণীৰ পুত্র কলিকতা পহুচে হেতু কাছাৰী বন্দ। কিন্তু মঞি কাছাৰী কৰি ৩ টা সময় নাৱে যাই অশ্বক্রান্তত ডেকাজনা গোসাঞীক সেৱা কৰোঁ ॥ ৬৮৫ ॥ মহাৰাণী পুত্র অহা হেতু কাছাৰী বন্দ

ডেকা গোসাঞীৰ ব্ৰাহ্মণ সেৱা

১৪ পৌষ কাছাৰী বন্দ। কিন্তু মঞি ফৌজদাৰী কৰি ৰাতি অশ্বক্ৰান্তত থাকি গোসাঞীৰ ব্ৰহ্মভোজৰ কাৰবাৰ কৰোঁ। ১৫ পৌষ ডেকাজনা ভটীয়াই যায় ॥ ৬৮৬ ॥

যোগেশ্বৰ গোসাঞীৰ ঘৰ পোৰা

৭ মাঘ যোগেশ্বৰ সক্কজনা গোসাঞীৰ ঘৰ দিনতে পোৰে। ১০ মাঘ ৰবিবাৰ বাৰ্ত্তা লবৰ কাৰণে ঐ গোসাঞী ঘৰে যাওঁ ॥ ৬৮৭ ॥

শ্ৰীৰত্নৰ বেমাৰ

২৯ মাঘ নগাঞৰ ৰমাকান্তৰ চিঠি পাওঁ, শ্ৰীৰত্নকান্তৰ বেমাৰ হোৱা। ১ ফাগুন শ্ৰীৰত্নকান্তৰ বেমাৰ শুনি শ্ৰীকমলাকান্তকে নাৱে পঠাওঁ। ৫ ফাগুন শ্ৰীৰত্ন আৰাম হোৱা চিঠি পাওঁ ও আহিবৰ বিষয় লিখোঁ ॥ ৬৮৮ ॥

বিশ্বেশ্বৰ গোসাঞী মৰা

এবং যোগেশ্বৰ গোসাঞীৰ পুত্ৰ বিশ্বেশ্বৰ ডেকা গোসাঞী কমিটী কৰি উত্তৰ পাৰে অহাত উৰ্ব্বিহীৰ উত্তৰ পাৰে শিলত খুন্দা খাই নাউ কাতি হোৱাত পানীত পৰি মৰিল। ও শ, তালাছ কৰি নাপালে ॥ ৬৮৯ ॥

১২ ফাগুন শ্ৰীবাপালীৰ জীয়েকক আনিবৰ কাৰণে নাউ মানুহ সহিত শ্ৰীভদাইক পঠাওঁ ॥ ৬৯০ ॥

২৩ ফাগুন ৰবিবাৰ, মঞি এগ্‌লো জুডিচীল কমিচনৰ সহিত দেখা। তেওঁ পেনচিন্ লৈ ভাঠী যাবৰ কথা কয় ॥ ৬৯১ ॥

শ্ৰীকমলা ও শ্ৰীৰত্ন গোহাটী পহুচা

২৫ ফাগুন শ্ৰীকমলাকান্ত ও শ্ৰীৰত্নকান্ত নগাঞৰ পৰা গোহাটী পহুচে ॥ ৬৯২ ॥

এগ্‌লো সাহেব যোৱা

৩ চৈত্ৰ, ১৫ মাৰ্চ্চ, এগ্‌লো সাহেব জুডিচীল কৰ্ম্ম এৰি ভাঠী যায় ॥ ৬৯৩ ॥

নগাঞে যোৱা

১৮ চৈত্ৰ, ৩০ মাৰ্চ্চ, দিবা ১১ টা সময়, কাছাৰীত চীফ্ কমিচনৰ কিটিং সাহেবেৰ চিঠি পাওঁ। নগাঞৰ ৰামকুমাৰ মুনচুফ বেমাৰ হোৱাতে, কিয়ৎকালৰ জন্য মঞি তথাতে যাবৰ বিষয় ॥ ৬৯৪ ॥

তদপৰ লেম সাহেব সহিত কথোপকথন। শ্ৰীকমলাকান্ত ও দুৰ্গাকে গতাই দিলোঁ॥ ৬৯৫ ॥

২৩ চৈত্ৰ, ৪ আপৰেল, "হিন্দু" সাহেবকে চাৰ্জ্জ দি লেম সাহেবেক বিদায় হৈ ঘৰে আহিলোঁ॥ ৬৯৬ ॥

২৪ চৈত্ৰ, মঙ্গি নগাঞে যাবৰ উদ্যত হৈছোঁ, এনেতে, উজনি মাজোলীৰ পৰা শ্ৰীবাপালীৰ পত্ৰ ও জেঠায়েক সহিত জীয়েকো, ভদাই সহিত পহুচে॥ ৬৯৭ ॥ শ্ৰীবাপালাৰ জীয়েক গোহাটী পহুচা

২৫ চৈত্ৰ শ্ৰীমতী বোৱাৰী, বাপালীৰ জীয়েক যুবৎ হয়। মঙ্গি নগাঞে নগলে নহয়, একাৰণে শ্ৰীৰত্নকান্তৰ ছুটী থকা হেতু শান্তি লৈ, বোৱাৰী সহিত পৰে নগাঞে যাবৰ বেৱস্থা কৰি, ২৬ চৈত্ৰ, ৭ আপৰেল শুক্ৰবাৰ দিবা ১ টা সময়, শ্ৰীধৰ্ম্মকান্ত ও গুণী ও শুকুৰা ও সতাক লগত লৈ নগাঞে ৰওনা হৈ ৩০ চৈত্ৰ চাপৰমুখত যাই থাকোঁ॥ ৬৯৮ ॥ শ্ৰীৰত্নই বাপালীৰ জীয়েকক শান্তি কৰোৱা

---

## প্ৰথম অধ্যায় (ক্ৰমশঃ)

### ঘ—১৭৯৮ শক। ১২৮৩ সন। ১৮৭৬-৭৭ ইংৰেজী

বিষয়া সকল—পৰগণা বন্দবস্ত—নগাঞে ৰওনা ও নগাঞে চাৰ্জ্জ লোৱা—গঙ্গাতীৰৰ আখৰা—শ্ৰীৰত্নৰ শান্তি বিবাহেৰ খবৰ—জুডিচীল কমিচনৰ গুচি জজ খেতাপ হোৱা—শাশুৰীৰ মৃত্যু—ৰাধাকান্ত মুনচুফৰ মৃত্যু—মাতৃৰ পৰলোক হোৱা—শ্ৰীৰত্নৰ ঋণ—শ্ৰীগৌৰীকান্ত ও শ্ৰীচন্দ্ৰকান্তক দিয়া টকা—অন্যান্য।

### শ্ৰীশ্ৰীচীফ্ কমিচনৰ, কিটিং সাহেব

কিয়ৎকাল জন্যে লেম সাহেব জুডিচীল (কমিচনৰ)। এওঁ সাহেব গত সনৰ নিৰিখ-বেৱস্থা মতে পৰগণা সকল এক এক সমা ম্যাদে বন্দবস্ত কৰিলে॥ ৬৯৯ ॥

নগাঁএ পহুচা শ্ৰীধৰ্ম্মৰ জ্বৰ — ১ বৈশাগ, মঞি চাপৰমুখ হৈতে ৰওনা হৈ ২ বৈশাগ ৰাতি ৯ টা সময়, শ্ৰীৰত্নৰ ঘৰতে থাকোঁ। ৰাতি, শ্ৰীধৰ্ম্মকান্তৰ জ্বৰ হয় ॥ ৭০০ ॥

৩ বৈশাগ, শ্ৰীফিলিপ সাহেব ও মিছিল সহিত দেখা, কথোপকথন। গুড্‌ফ্ৰাইদে, সবৰ কাছাৰী বন্দ হেতু, আগত ৬ বৈশাগ চাৰ্জ্জ লবৰ কথা কয় ॥ ৭০১ ॥

৪ বৈশাগ, গোহাটীৰ পৰা অহা নাউ-মানুহ পঠাই দিওঁ ॥ ৭০২ ॥

গঙ্গাতীৰৰ আখৰা — ৫ বৈশাগ, ডেকাজনা গোসাঞীৰ চিঠি পাওঁ। গঙ্গাতীৰৰ আখৰা উঠাবৰ, কি ৰখা, তাৰ যুক্তি সোধে ॥ ৭০৩ ॥

আজ শ্ৰীবাপালীয়ে পুতেক দূতীৰাম দ্বাৰা শান্তি লবৰ লিখে ॥ ৭০৪ ॥

নগাঁএত চাৰ্জ্জ লোৱা — ৬ বৈশাগ, ১৭ আপৰেল সোমবাৰ, মঞি ফিলিপ সাহেব পাশ চাৰ্জ্জ লওঁ ॥ ৭০৫ ॥

১০ বৈশাগ, গোহাটীত শ্ৰীদেবকান্ত ও শ্ৰীজয়ন্তী বেমাৰ হোৱা চিঠি পাওঁ ॥ ৭০৬ ॥

শ্ৰীৰত্নই শান্তি লোৱা — ১২ বৈশাগ, শ্ৰীকমলাকান্তৰ চিঠি পাওঁ। শ্ৰীৰত্নকান্ত ৯ বৈশাগ শান্তি লোৱা, ও ১৭ বৈশাগ নগাঁএ ৰওনা হৈ যাব, লিখে ॥ ৭০৭ ॥

মহীধৰৰ জীয়েকৰ বিবাহ — ১৫ বৈশাগ, মহীধৰ নাজীৰৰ জীয়েকৰ সহিত কলীয়াবৰৰ টিপিৰামৰ পুতেকৰ বিবাহ হয় ॥ ৭০৮ ॥

শ্ৰীধৰ্ম্মকান্তৰ অথৌ (১) জ্বৰ। বাসায়, বিবাহৰ পৰা যাই, ঔষধ খোৱাওঁ ॥ ৭০৯ ॥

শ্ৰীৰত্ন সপৰিবাৰে নগাঁএ যোৱা — ২৭ বৈশাগ, শ্ৰীৰত্নকান্তৰ চিঠি পাওঁ,—নগাঁএ, বোৱাৰী ও শ্ৰীদূতীৰাম ও জেঠায়েক সহিত ৰওনা হোৱা ॥ ৭১০ ॥

---

টোকা :—(১) আথৌ = অত্যন্ত, অতিপাত।

২৭ বৈশাগ, শ্ৰীকমলাকান্তৰ চিঠি পাওঁ,—শ্ৰীদেবকান্ত ও শ্ৰীজয়ন্তী আৰাম হোৱা। ও লেম সাহেব তেউক ছয়ানী পৰগণা দিয়া ॥ ৭১১ ॥

২৯ বৈশাগ, শ্ৰীধৰ্ম্মকান্ত কিছো আৰাম হয়। ও নগাঞে, নতুন তৈয়াৰী ঘৰ, মঁঞি লওঁ ॥ ৭১২ ॥

৩ জৈষ্ট, গঙ্গানাথ মুনচুফ গোহাটী, ও হলিৰাম গোৱালপৰা যাব, চিঠি পাওঁ ॥ ৭১৩ ॥ সপৰিবাৰে শ্ৰীৰত্ন নগাঞে পহুচা

গধূলা, শ্ৰীৰত্নকান্ত ও শ্ৰীমতী বোৱাৰী ও দূতীৰাম ও জেঠায়েক, নগাঞে পহুচে ॥ ৭১৪ ॥

১১ জৈষ্ট, শ্ৰীজীৱৰাম পেচ্‌কাৰৰ চিঠি পাওঁ, দূতীৰামক প্ৰাচিত কৰাই, তেউৰ জীয়েকক বিবাহ কৰাবৰ বিষয় ॥ ৭১৫ ॥

১৫ জৈষ্ট, খ্ৰিলিঙ্গে চীফ্‌ কমিচনৰ পাশ এত্যালা পঠাওঁ, গোহাটী বদলি বিষয় ॥ ৭১৬ ॥ গোহাটী অহা চেষ্টা

১৬ জৈষ্ট, গঙ্গানাথ মুনচুফ গোৱালপাৰা হইতে গোহাটী পহুচে ॥ ৭১৭ ॥

২৫ জৈষ্ট, শ্ৰীকমলাকান্ত ও গিৰিধাৰী ওকীল, ও বগাভোটক চিঠি লিখো। শ্ৰীদুৰ্গাকান্ত জন্যে ভোটকৰ জীয়েকক খুজিবৰ বিষয় ॥ ৭১৮ ॥

৩২ জৈষ্ট, শ্ৰীশ্ৰীওৱাইট্‌ চিবিল জজ সাহেব হৈ নগাঞে পহুচে। এই জনা অবধি জুডিচীল গুচি, জজ খেতাপ হল। ও ৰিবন্যু ( ৰেভিনিউ ) পক্ষে কমিচনৰ হ'ল ॥ ৭১৯ ॥ জুডিচীল কমিচনৰ উঠি জজ খেতাপ

১ আষাড, গিৰীধাৰী ওকীলৰ চিঠি পাওঁ, দূতী (দূতীৰামৰ ?) জীয়েকক দুৰ্গাকান্তলৈ বিবাহ দিব খোজা। ও জীৱৰাম পেচ্‌কাৰক চিঠি লিখোঁ,—দূতীৰাম, তেউৰ জীয়েকক, দুৰ্গাকান্তলৈ বিবাহ কৰোৱা ভাল নহয়। প্ৰকাৰান্তৰে বিবাহ গুচাবৰ বিষয় ॥ ৭২০ ॥

৫ আষাঢ়, শ্ৰীকমলাকান্তৰ চিঠি পাওঁ, আমাৰ শাশুৰী

শাগুৰীৰ মৃত্যু

সুপাহী, ৩২ জৈষ্ট মঙ্গলবাৰ, ফৌত হোৱা হেতু, অষ্টাদশ দান সহিত কৰ্ম্ম কৰাবৰ কাৰণ। ৬ আষাঢ় কমলাকান্তকে চিঠি লিখোঁ ॥ ৭২১ ॥

জজ্জ সাহেব আমাক ছিলহটে বদলি নকৰিবলৈ লিখা

৭ আষাঢ ২৫ জুন, খবৰ পাওঁ, কিটিং চীফ্ কমিচনৰ, মোক ও গঙ্গানাথ মুনচুফক ছিলহটে বদলি কৰাৰ বিষয়, হাইকোটে ৰেপট কৰাতে, জজ সাহেব, পুৰণা লোক, অলপতে, সিবিলাকে পেনচিন পাব, বদল নকৰাৰ বিষয় লিখে ॥ ৭২২ ॥

ৰাধাকান্ত মুনচুফ্ ফৌত

১৪ আষাড মঙ্গলবাৰ ৰাধাকান্ত মুনচুফ গোহাটী উত্তৰ পাৰত তেউৰ ঘৰতে ফৌত্ হয় ॥ ৭২৩ ॥

'এডলীয়া বট' সত্রলৈ যোৱা

২৬ আষাড ৰবিবাৰ 'এডলীয়া বট'ৰ সত্রে যাই, দাসী ৰাজমেধিৰ বেমাৰ দেখোঁ ॥ ৭২৪ ॥

৩১ আষাড, বদলাবদলি ৰেপট্ হোৱা শুনি, মঞি ৬ মাহৰ ছুটীৰ এত্যালা দিওঁ ॥ ৭২৫ ॥

মাতৃৰ পৰলোক হোৱা

২ শ্রাবণ, শ্রীকমলাকান্ত ও শ্রীগৌৰীকান্তৰ চিঠি পাওঁ, মাতৃ, ১ শ্রাবণ শনিবাৰ, দিবা দুপ্রহৰ সময়, জ্বৰ বেমাৰে, কালপ্রাপ্ত হ'ল। কাছাৰীতে চিঠি পাই তেতিয়াই, বাসায় যাই স্নান কৰি, ১৪ দিনৰ ছুটীৰ, গোহাটী যাবৰ এত্যালা দিয়াতে, ডিপুটী কমিচনৰ ছুটী দিবৰ নোৱাৰা বুলি কলে। ঐ দিনে শ্রীশুকুৰাৰ মাক মৰে ॥ ৭২৬ ॥

ছুটীৰ জন্যে শ্বিলিঙে টেলিগ্রাফ্

৪ শ্রাবণ, ১৮ জুলাই, মঞি কাছাৰী নাযাই ১৪ দিনৰ ছুটী জন্যে ৬৷৵০ আনা খৰচ দি, শ্বিলিঙ্গে চীফ্ কমিচনৰ পাশ টেলিগ্রাফ কৰোঁ। কিন্তু কিজানি ছুটী নাপাওঁ, এই ভাবি, অষ্টাদশ দান সহিত, শ্রীমান গৌৰীকান্ত কৰ্ম্ম কৰাৰ জন্যে ৫০০্ টাকাৰ নোট ও কৰ্ম্মৰ ফৰ্দ্দ কৰি, শ্রীকমলাকান্ত পাশ, ৰেজষ্টৰী কৰি পঠাওঁ। ও গৌৰীকান্তকো লিখোঁ। প্রাতসে স্নান কৰি মাতৃ-তৰ্পণ কৰোঁ॥ ৭২৭ ॥

৫ শ্ৰাৱণ—মাতৃ-তৰ্পণ। কাছাৰী নাবাই কৰ্ম্মৰ বেৱস্থা কৰি শ্ৰীকমলাকান্ত ও গৌৰীকান্তকে চিঠি লিখোঁ॥ ৭২৮ ॥ মাতৃ তৰ্পণ।

লখীমপুৰৰ জীউৰাম পেচ্‌কাৰ ও দূতীৰামকে চিঠি লিখোঁ— অঙ্গ অশৌচ হ'ল, দুৰ্গাকান্ত পুত্ৰ বিবাহ কৰাব নোৱাৰে, আন ঠাইত ছোৱালী দিবৰ বিষয়॥ ৭২৯ ॥ অঙ্গ অশৌচ হেতু দুৰ্গাকান্ত বিবাহ কৰিব নোৱাৰা

৭ শ্ৰাৱণ, ২১ জুলাই—প্ৰাতসে তৰ্পণ কৰোঁ। কাছাৰী নাযাওঁ। দিবা ১টা সময়, ১৪ দিনৰ ছুটী চীফ্ কমিচনৰ মঞ্জুৰ কৰা টেলিগ্ৰাফ পাই, যাবৰ উদ্যম কৰি শ্ৰীকমলাকান্তকে চিঠি লিখি, ২২ জুলাই হৈতে ছুটী গ্ৰহণ পূৰ্ব্বক ৰাত্ৰ ১১টা সময়, শ্ৰীৰত্নকান্ত ও বোৱাৰীক নগাঞে ৰাখি, শ্ৰীধৰ্ম্মকান্ত ও সতা ও শুকুৰা সহিত ৰওনা হৈ, তামাম ৰাতি আহি ৯ শ্ৰাৱণ দুপ্ৰহৰ সময়, উত্তৰ পাৰৰ ঘৰ পাওঁ॥ ৭৩০ ॥ ৺মাতৃৰ শ্ৰাদ্ধ কাৰণ, উত্তৰ গোহাটী অহা

১০ শ্ৰাৱণ—শ্ৰাদ্ধৰ আয়োজন কৰো। ৺মাতৃৰ শ্ৰাদ্ধ

১১ শ্ৰাৱণ—অষ্টাদশ দান সহিত শ্ৰাদ্ধ কৰোঁ। মোৰ বেঞা এটা হৈ বৰ ক্লেশ হেতু, গৌৰীকান্তৰ দ্বাৰা নাম-দান দিয়াওঁ॥ ৭৩১ ॥

* *

## শ্ৰীশ্ৰীবে'লি চীফ্ কমিচনৰ

( ১৮০১ শক। ১২৮৬ সন। ১৮৭৯-৮০ ইং। )

৩০ ফাগুন, ১২ মাৰ্চ্চ—গোহাটী, মঞি যাই 'ডনেচন' ডিপুটী কমিচনৰ সাহেব প্ৰভিতি সহিত চহৰৰ কমিটী কৰোঁ। বৰ ফোকন ওবাৰচিয়ৰ বৰখাস্ত হৈ পোৱাল • মকৰৰ হয়॥ ৭৩২ ॥ চহৰৰ কমিটী

শ্ৰীৰত্নকান্ত ও নন্দীনাথ চেৰস্তাদাৰৰ চিঠি পাওঁ—, ভোমসিং ( ভীমসিং ? ) প্ৰভিতিৰ মোট ১১৫৭৲ টাকা ধাৰ হোৱা লিখে। এহাতে মন বিৰক্ত হৈ, তেওঁক দিয়া টাকাৰ ফৰ্দ্দ অথচ তায়েন, পৰপিঠিত লিখা গ'ল:— ধাৰ মৰা বাবত দিয়া টকাৰ ফৰ্দ্দ

টোকা:—মূল পুথিৰ ১৭৯৮ শকৰ ১২ শ্ৰাৱণৰ পৰা ১৮০১ শকৰ ২৯ ফাগুনলৈ পাত পোৱা নহল। —সম্পাদক

১২৭৬ সনৰ ২৮ ফাগুন
মঙ্গলদৈ অহা ইস্তক ১২৮১
সনৰ আষাড়তক পঠোৱা—২২৫০৲
১২৮১ সনৰ ২১ শ্রাৱণ
মঙ্গলদৈ হৈতে নোট ২০০৲
১২৮২ সনৰ ১৬ কার্ত্তিক
গোহাটী হৈতে ৩০০৲
১২৮৩ সনৰ ১ আষাড়
নগাওঁ থকাত ২৫০৲
১২৮৪ সনৰ ১০ পৌষ
ভোম সিংহক স্থতে দিবৰ ১০০০৲
১২৮৬ সনৰ ২২ চৈত্র
পাঠান যায় ৩০০৲

মোট ৪৩০০৲
( আদায় ) পাওনা হল ৪০১।৵০

বাকী ঋণ ৩৮৯৮॥৵০

১২৮৫ সনৰ ৯ আশ্বিন
শ্রীৰত্নৰ চিঠিসহ পোৱা যায়,
ভোম সিংহৰ
আচল বাবদ ২০০৲
স্থত ১০১।৵০
১২৮৫ সনৰ ১ মাঘ
শ্রীৰত্ন গোহাটী অহাত দিয়ে
নগদ ১০০৲

মোট ৪০১।৵০

মঞি বিৰক্ত হোৱা কাৰণ ও তীর্থ ভ্রমণেৰ মনস্থে থকা

শ্রীমান ৰত্নকান্ত নগাঞে ৪০ টকাত কাননগো আদি কর্ম্ম কৰাতো, ওপৰোক্ত টাকাদি ধাৰ মাৰিব নোৱাৰিলে। আৰু ধাৰ বেচি হৈ যোৱা, আৰু শ্রীকমলাকান্ত ঈশৰামৰ পাখা-মাৰা খাত্ লৈ অনেক টাকা ভৰোৱা, শেষে খাত্খনি ইস্তফা দিয়া, ও শ্রীদুর্গাকান্ত কথা মুশুনি কলিকাতা যোৱা, ও শ্রীধর্ম্মকান্ত ইস্কুলত নপঢা, ও কাছাৰীত এপ্রেন্টীচ্ মকৰৰ কৰি দিয়াতো সর্ব্বদা হাজিৰ নথকা, ও লৰাইতে অন্য কোন তদ্বিৰ নকৰা ইত্যাদি হেতুকে মন বিৰক্ত হৈ সকলোকে বিভক্ত ক্রমে, মঞি তীর্থাদি ভ্রমণেৰ মনস্থে থাকিলোঁ ॥ ৭৩৩ ॥

শ্রীচন্দ্রকান্তৰ কন্যা জন্ম

১ চৈত্র, ৰাত্রি শ্রীচন্দ্রকান্তৰ কন্যা এটী জন্ম হয় ॥ ৭৩৪ ॥

৫ চৈত্র, ভটো ভঁৰাল কাকতীৰ ঘৈণী, খুৰী আহি তীর্থ কৰি উপস্থিত হোৱাতে—

৯ চৈত্র বিদায় দি গোহাটী পঠাওঁ।

১২ চৈত্র গোহাটী হৈতে যায় ॥ ৭৩৫ ॥

ঈশৰামৰ খৰিদা মাটি বাবত কালিন্দী মকৰ্দ্দমা কৰাতে শ্ৰীকমলাকান্ত জিত হয়। হাইকোটে আপীল কৰাতে চানি বিচাৰ জন্য আছে ॥ ৭৩৬ ॥

১৫ চৈত্ৰ, ভৰলুৰ আউনীআটী সত্ৰে যাই নতুনকৈ অহা শ্ৰীৰঘুনাথ ৰাজমেধিক দৰ্শন হওঁ ॥ ৭৩৭ ॥

২২ চৈত্ৰ, শ্ৰীৰত্নকান্ত পাশ ৩০০৲ টাকাৰ নোট পঠাও, ধাৰ শোজা কাৰণ ॥ ৭৩৮ ॥

২৭ চৈত্ৰ, চেকেট্ৰৰ (চেক্ৰেটাৰী) সাহেব একটিং জজ হয় ॥ ৭৩৯ ॥

শ্ৰীমান গৌৰীকান্ত ও তৎপুত্ৰ শ্ৰীচন্দ্ৰকান্তকে যে গহনাদি দিয়া গৈছে, তাহা ওপৰে লিখা গৈছে। তদতিৰিক্ত যি নগদ দিয়া হৈছে, তাহা নীচে লিখা গ'ল। তেউ সহিত আমালোকৰ কোনো সংস্পৰ্শ নাই। ইচ্ছামত দিলে দিব পৰা যায়, কোনো দাবী নাই ॥ ৭৪০ ॥ শ্ৰীগৌৰী-কান্ত ও শ্ৰীচন্দ্ৰ-কান্তকে দিয়া টাকা

| শ্ৰীগৌৰীকান্তক দিয়া — | | শ্ৰীচন্দ্ৰকান্তক দিয়া :— | |
|---|---|---|---|
| মোথনীযাৰ খাত প্ৰভিতিৰ খাজানা দিযা নগদ বাঙ্গালা ১২৮৮ সনতক | ৩৫৬৬/০ | ইস্তক ১২৭০ সন নাগায়েদ্ ১২৮৫ সনতক | ১২৩৲॥০ |

---

# দ্বিতীয় অধ্যায়

১৮০২ শক। ১২৮৭ সন। ১৮৮০-৮১ ইং।

## শ্ৰীশ্ৰীবে'লি সাহেব চীফ্ কমিচনৰ (Sir S C Bayley, K C. S I)

বিষয়াদি—পৰগণা বন্দবস্ত—জাহাজত জুইলগা—বংশত জন্ম, মৃত্যু, উপনয়ন, বিবাহ—বিশিষ্ট লোকৰ মৃত্যু—পুত্ৰ দুৰ্গাকান্তৰ বেমাৰ—দ্বাদশস্কন্ধ ভাগৱত—ইন্দুমতীৰ ক্ৰন্দন—কাবেল যুদ্ধৰ

সৈনিকৰ পৰিয়াল কাৰণ চান্দা—বে'লি সাহেব লেঃ গৱৰ্ণৰ হৈ ভাঠী যোৱা—এলিয়ত চীফ্ কমিচনৰ হোৱা—মঞ্জি কৰ্জ্জা কৰা টাকা দিয়া—বৰ কাছাৰীত বজ্রপাত—লোকেল ৰেট্—অন্যান্য খবৰ।

ইংৰাজ বিষয়া সকল

শ্ৰীশ্ৰীবে'লি সাহেব চীফ্ কমিচনৰ ও শ্ৰীৱাৰ্ড সাহেব জজ কমিচনৰ। কামৰূপে ডনেচন সাহেব ডিপুটী কমিচনৰ, গত সনৰ নিৰিখ ও বেৱস্থামতে পৰগণা সকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে॥ ৭৪১॥

১ বৈশাগ—অশ্বক্রান্তত স্নান কৰি ৺জনাৰ্দ্দন ঠাকুৰ সেৱা কৰি আহোঁ॥ ৭৪২॥

৬ বৈশাগ—কিলিং (তিলিং) গাওঁৰ ঘৰৰ টেক্চ্ বেজায়েৰ তহকীক কৰোঁ॥ ৭৪৩॥

৭ বৈশাগ—ৰবিবাৰে অশোকাষ্টমী হেতু ব্ৰহ্মপুত্ৰত স্নান্ কৰোঁ॥ ৭৪৪॥

৮ বৈশাগ—ৰজাদুৱাৰৰ ঘৰৰ টেক্চ্ বেজায়েৰ তহকীক কৰোঁ॥ ৭৪৫॥

কোম্পানীৰ জাহাজত জুই লগা

১১ বৈশাগ, ২২ আপ্ৰেল—দিবা সন্ধ্যা বাদ ৭টা সময় ৰাতি 'নগাহিলে' ৰচদ আদি নিয়া কোম্পানীৰ জাহাজত জুই লাগি কয়েক মানুহ গৰু ঘোৰাদি নষ্ট হয়। আৰু আন্দা বোট একখনত জুই লাগি ভাঠী যায়। পৰেহে আনে॥ ৭৪৬॥

১৬ বৈশাগ—গোহাটীত থাকি থানেশ্বৰ শৰ্ম্মা কণ্ট্ৰাকদাৰৰ আগত, ইটা পোৱাৰ ও কাৰবাৰ কৰাৰ কথা কওঁ॥ ৭৪৭॥

২৬ বৈশাগ, ৭ মেই—গোহাটী যাই চন্দ্ৰসেনৰ খেহনিপাৰা খাতৰ মকৰ্দ্দমাত জীৱনেশ্বৰ ও ৰত্নেশ্বৰ গোসাঞীৰ মান্য মত ডনেচন ডিপুটী কমিচনৰ সাহেব পাশ হাজিৰ হৈ সাক্ষী কওঁ॥ ৭৪৮॥

২৯ বৈশাগ—শ্ৰীমতী নগঞা 'বোৱাৰীৰ হাতত বিষ হেতু কেহনাথ বৈদ্যৰ দ্বাৰা জৰাওঁ। এবং ...॥ ৭৪৯॥

৩০ বৈশাগ—তেওঁৰ ভৌতিক পীড়া হোৱাতে শ্ৰীকমলাকান্ত চিকিৎসা কৰাত শান্ত হয়। প্ৰাতসে, একজন সন্ন্যাসী দ্বাৰা চিকিৎসা কৰাত ভাল হয়॥ ৭৫০ ॥

৩ জৈষ্ট, ১৫ মেই—ঈশৰাম ও কালিন্দীৰ মকৰ্দ্দমা হাই-কোৰ্টে ডিচ্‌মিচ্ হোৱা শুনো॥ ৭৫১ ॥

১৬ জৈষ্ট শুক্ৰবাৰ—অদ্য ৰাতি শ্ৰীচন্দ্ৰকান্তৰ জীয়েক শ্ৰীগোলাপী সহিত শ্ৰীবলোৰ বিবাহ হয় কাৰণ, তথায় যাওঁ॥৭৫২॥ শ্ৰীচন্দ্ৰৰ জীয়েক গোলাপীৰ বিবাহ

২২ জৈষ্ট—গোৱালপাৰাৰ পৰা হলিৰাম একষ্ট্ৰা এচিষ্টেণ্ট কমিচনৰৰ চিঠি পাওঁ—জীয়েকক শ্ৰীকেশবকান্তক বিবাহ দিবৰ বিষয় সোধে॥ ৭৫৩ ॥ হলিৰাম এঃ এঃ কমিচনৰৰ জীয়েক সহিত শ্ৰীকেশবৰ বিবাহৰ কথা

ও বাপুৰাম ওকীল কাশীৰ পৰা অহা শুনো॥ ৭৫৪ ॥

১ আষাড—গোহাটীত থাকোঁ। ও বাপুৰাম ওকীল আহি ভাটীৰ সংবাদ কয়॥ ৭৫৫ ॥

৪ আষাড—ডনেচন ডিপুটী কমিচনৰ প্ৰভিতি চহৰেৰ কমিটী কৰোঁ। এবং অগত্যা পূৰ্ব্বক বিষ্ণু দৈবজ্ঞক উত্তৰ পাৰৰ মহৰিৰ মকৰৰ কৰোঁ॥ ৭৫৬ ॥ চহৰৰ কমিটী কৰা

১১ আষাড—হলিৰাম বৰুৱা একষ্ট্ৰা এচিষ্টেণ্টক চিঠি লিখোঁ,—তেওঁৰ জীয়েক শ্ৰীকেশৱকান্তলৈ বিবাহ দিলে ও শ্ৰীগৌৰী-কান্তে যদি খুজিছে, আমি তাত অসম্মত নহওঁ॥ ৭৫৭ ॥

২৯ আষাড—যোগেশ্বৰ সৰুজনা গোসাঞীৰ সৰুজনা ঘৈণী জীৱনেশ্বৰ ও ৰত্নেশ্বৰ গোসাঞীৰ মাক ফৌত্ হয়॥ ৭৫৮ ॥ জীবনেশ্বৰ ও ৰত্নেশ্বৰ গোসাঞীৰ মাক ফৌত্

৩০—আষাঢ় তেওঁলোকৰ ঘৰে যাই খবৰ লওঁ॥ ৭৫৯ ॥

২ শ্ৰাৱণ—কলিকাতাৰ পৰা প্ৰেৰিত শ্ৰীদুৰ্গাকান্তৰ—গদ্য-ছন্দৰ 'দ্বাদশস্কন্ধ ভাগৱত' পাওঁ॥ ৭৬০ ॥ শ্ৰীদুৰ্গা-কান্তৰ গদ্য-ছন্দৰ "দ্বাদশ স্কন্ধ ভাগৱত"

৮ শ্ৰাৱণ—নগাঞ হৈতে শ্ৰীৰত্নকান্তৰ চিঠি পাওঁ, ৯০৲ টকাত তৰজমা নবীচ মকৰৰ হোৱা॥ ৭৬১ ॥

কলিকাতাত দুৰ্গাকান্তৰ জ্বৰ-সৰ্দ্দি

৯ শ্ৰাৱণ—কলিকাতা হৈতে শ্ৰীদুৰ্গাকান্তৰ চিঠি পাওঁ, জ্বৰ-সৰ্দ্দি বেমাৰ হোৱা ॥ ৭৬২ ॥

১১ শ্ৰাৱণ—ৰবিবাৰ—শ্ৰীমাধব চন্দ্ৰ কলীয়াবৰৰ পৰা আনি, সৰুজনী ধৈণীক বিবাহ কৰায়। ঐ বিবাহে যাওঁ ॥ ৭৬৩ ॥

১৬ শ্ৰাৱণ—দুৰ্গাকান্তৰ অপৰ এক চিঠি পাওঁ—নতুন এক বেমাৰ উপস্থিত হোৱা ॥ ৭৬৪ ॥

শ্ৰীদুৰ্গা-কান্তলৈ ঔষধ ও টেলিগ্ৰাফ

১৭ শ্ৰাৱণ, ডাকত ঔষধ পঠাওঁ এবং ১১ বজাত টেলিগ্ৰাফ কৰোঁ—'শৰীৰ কিমতে আছে?' একটা সময় খবৰ আহে—শৰীৰ ভালে থাকা ॥ ৭৬৫ ॥

শ্ৰীদুৰ্গা-কান্তক আহিবৰ কাৰণ লিখা

২২ শ্ৰাৱণ, শ্ৰীদুৰ্গাকান্তকে চিঠি লিখোঁ—শীঘ্ৰে আহিবৰ বিষয় ॥ ৭৬৬ ॥

শ্ৰীৰত্ন আচালতন কেৰাণী হোৱা

২৬ শ্ৰাৱণ, শ্ৰীৰত্নকান্তৰ চিঠি পাওঁ—৬০৲ টাকাত আচালতন কেৰাণী মকৰৰ হোৱা ॥ ৭৬৭ ॥

৩২ শ্ৰাৱণ, দুৰ্গাকান্তৰ চিঠি পাওঁ, অথচ লোকনাথ নামিক চিঠি পাওঁ,—আমাৰ প্ৰেৰিত ৫০৲ ও ১০৲ টাকা পোৱা। ও বেমাৰ কিছো কম পৰা ॥ ৭৬৮ ॥

শ্ৰীদুৰ্গা-কান্তৰ চিঠি আহিবৰ কাৰণ তাঁৰে টকা

১ ভাদ্ৰ—তাঁৰে খবৰ আহে,—বেমাৰ কিছো বেচি হোৱা। ৫০৲ টাকা খৰচ পঠালে, আহিব পৰা লিখাতে ঐ টাকা তাঁৰে পঠাই দিওঁ ঐ ৰোজ ॥ ৭৬৯ ॥

২-৩ ভাদ্ৰ—কোন খবৰ নাপাই, ৩ ভাদ্ৰ লগুৱা দুখীৰাম ও ভৈৰৱনাৰায়ণ দাস নামে টেলিগ্ৰাফ কৰো। ঐ ৰোজ কোন খবৰ পোৱা নগল ॥ ৭৭০ ॥

৪ ভাদ্ৰ, দিবা ১০ টা সময় ভৈৰব নাৰায়ণৰ তাঁৰে খবৰ আহে দুৰ্গাকান্ত কিছো ভাল হোৱা। ৩ ভাদ্ৰ, ধুবুৰী মুখে—ৰেলে ৰওনা হৈ যোৱা। দিবা ১ টা সময় দুৰ্গাকান্তৰ কাউনিকা (কাউনীয়া?) পহুচা, খৰচ 'পঠাবৰ বিষয়। ২০৲ টাকা হলিৰাম বৰুৱা পাশ ধুবুৰী পঠাই দিওঁ ॥ ৭৭১ ॥

৯ ভাদ্ৰ—দুৰ্গাকান্তৰ চিঠি পাওঁ—গধূলি সময় ধুবুৰী পহু হলিৰামৰ ঘৰত থাকা। ৩ টা সময়, হলিৰামৰ টেলিগ্ৰাফ পাওঁ —বেমাৰ বেচি হোৱা, একজন যাবৰ বিষয়॥ ৭৭২ ॥

১০ ভাদ্ৰ—শ্ৰীক'লাক, শ্ৰীনন্দী ও শ্ৰীকিনাৰামক জাহাজত পঠাই দিওঁ॥ ৭৭৩ ॥

ও মহীধৰ নাজীৰ বেমাৰ পৰি নগাঞৰ পৰা অহাতে শ্ৰীলখীধৰ বৰদলৈৰ ঘৰে যাওঁ॥ ৭৭৪ ॥

১২ ভাদ্ৰ—জন্মাষ্টমী—ৰামাওত বাবা, মোৰ ঘৰে থাকাতে, তেওঁৰ দ্বাৰা কৰাওঁ॥ ৭৭৫ ॥

*১৪ ভাদ্ৰ—মহীধৰ নাজীৰ গোহাটীত ফৌত্ হয়॥ ৭৭৬ ॥

মহীধৰ নাজীৰ ফৌত্

১৯ ভাদ্ৰ—দিবা ১০ টা সময় শ্ৰীকমলাকান্ত, দুৰ্গাকান্ত সহিত জাহাজত আহি ঘৰ পহুচে। এবং ৰামাওত বাবা ঔষধ খোৱায়॥ ৭৭৭ ॥

দুৰ্গাকান্ত ঘৰ পহুচা

২৫ ভাদ্ৰ—গোহাটীৰ পৰা আহি মঞি ৫ টা সময় ঘাট পহুচাতে, নাৱতে খবৰ পাওঁ,—ভোটকৰ জীয়েক, আমাৰ বোৱাৰী, ফিকা বেমাৰে ফৌত্ হয়॥ ৭৭৮ ॥

আমাৰ বোৱাৰী ফৌত্

৪ আশ্বিন—ভোটকৰ জীয়েকৰ কৰ্ম্ম শ্ৰীধৰ্ম্মকান্তৰ দ্বাৰা কৰান যায়॥ ৭৭৯ ॥

১৪ আশ্বিন—নগঞা বোৱাৰী ও শ্ৰীইন্দুমতী ও বৰঘৈণী নগাঞে যাবৰ কাৰণে গধূলি নাৱত তোলি দিওঁ। কিন্তু শ্ৰীইন্দুমতী, ওৰে ৰাতি, শ্ৰীজয়ন্তীৰ জন্যে ক্ৰন্দন, মাক, বৰঘৈণী ৰাখিব নোৱাৰে। ও শ্ৰীজয়ন্তীৰো (বিধবা জীৰ) ক্ৰন্দন হেতু, মোৰ হৃদয় বিদীৰ্ণ হেতু—॥ ৭৮০ ॥

শ্ৰীইন্দুমতীৰ ক্ৰন্দনত মোৰ হৃদয় বিদীৰ্ণ

১৫ আশ্বিন—নাৱৰ পৰা শ্ৰীইন্দুক ফিৰাই আনোঁ॥ ৭৮১ ॥

২০ আশ্বিন—লখীলাল বাবু উজানে ফৌত হয়॥ ৮৮২ ॥

২১ আশ্বিন, পুষ্পধৰৰ ভায়েক ডম্বৰুধৰৰ বিবাহে যাওঁ॥৭৮৩॥

শ্ৰীইন্দুক ফিৰাই অনা

* মূলত, ভুলতে ১৪ শ্ৰাৱণ লিখা আছে। —সম্পাদক।

২ কাৰ্ত্তিক—শ্ৰীমতী বৰঘৈণী ও শ্ৰীমতী নগঞা বোৱাৰী ও শ্ৰীচন্দ্ৰৰ মাকক নগাঞে পঠাই দিওঁ। ইন্দুক পঠাব নোৱাৰি ৰাখিলোঁ। তদ্বিষয়,— ॥ ৭৮৪ ॥

৩ কাৰ্ত্তিক—শ্ৰীৰত্নকান্তকে লিখোঁ॥ ৭৮৫ ॥

১০ কাৰ্ত্তিক শুক্ৰবাৰ—গোহাটী যাই থাকোঁ॥ ৭৮৬ ॥

শ্ৰীদুৰ্গাকান্ত আৰাম হোৱাতে কামৰ চেষ্টা

১১ কাৰ্ত্তিক— শ্ৰীডনেচন্ ডিপুটী কমিচনৰ সাহেবেৰ বাঙ্গালায় যাই শ্ৰীদুৰ্গাকান্ত, আৰাম হোৱাতে, তৰজমা নবীচ মকৰৰ কৰা কথা কওঁ॥ ৭৮৭ ॥

শ্ৰীকালিন্দী যুবত্

২১ কাৰ্ত্তিক শুক্ৰবাৰ—দিবা ১১ টা সময়, শ্ৰীকালিন্দী যুবত হয়॥ ৭৮৮ ॥

২৩ কাৰ্ত্তিক—সন্ধ্যা সময়, শ্ৰীবৰঘৈণী বোৱাৰীক থৈ, নগাঞৰ পৰা পহুচে॥ ৭৮৯ ॥

২৯ কাৰ্ত্তিক—দিহিঙ্গৰ বিনন্দচন্দ্ৰ গোসাঞী জাহাজেদি নগাঞে যায়॥ ৭৯০ ॥

কন্দৰ্পেশ্বৰ ৰাজা পাশ যোৱা।

ও ভাঠীৰ পৰা আহি শ্ৰীলেম সাহেব নগাঞে যায়॥ ৭৯১ ॥

১৩ অগ্ৰায়ণ, ২৭ নওম্বৰ—গোহাটীত থাকোঁ ও কন্দৰ্পেশ্বৰ ৰাজা পাশ যাওঁ॥ ৭৯২ ॥

হিতকৰী সভাত, কাবেলৰ যুদ্ধত মৰা সৈন্যৰ স্ত্ৰী-পুত্ৰৰ কাৰণে চান্দা।

১৪ অগ্ৰায়ণ—গোহাটীত থাকি হিতকৰী সভাত উপস্থিত। শ্ৰীকন্দৰ্পেশ্বৰ ৰাজা প্ৰভিতি সহিত কাবেলৰ যুদ্ধত সৈন্য সকল মৰা স্ত্ৰী-পুত্ৰ সকলৰ জন্যে চান্দা কৰা যায়॥ ৭৯৩ ॥

২২ অগ্ৰায়ণ— শ্ৰীচন্দ্ৰকান্তৰ জীয়েক গোলাপী যুবত হয়॥৭৯৪॥

চহৰৰ কমিটী

৭ মাঘ, ১৯ জানৱাৰী—গোহাটী যাই শ্ৰীডনেচন্ ডিপুটী কমিচনৰ সাহেব প্ৰভিতি সহিত চহৰৰ কমিটী কৰোঁ॥ ৭৯৫ ॥

৮ মাঘ— জয়নাথ দলৈ, তস্য স্ত্ৰী সহিত আহি তৎপুত্ৰ পুষ্পৰ কাৰণে শ্ৰীৰোহিণীক ফোঁট পিন্ধাবৰ কথা কয়॥ ৭৯৬ ॥

জীউৰাম পেচ্কাৰ ফৌত

১০ মাঘ—জীউৰাম পেচ্কাৰ ৫ মাঘ ফৌত হোৱা, তৎপুত্ৰ সদানন্দৰ চিঠি পাওঁ॥ ৭৯৭ ॥

১৭ মাঘ—শ্ৰীদুৰ্গাকান্তৰ বেমাৰ বেচি হোৱাতে হিন্দুস্থানী হেকিম এক জনক অথচ সেখ নাবু ডাক্তৰক আনি দেখাই নজৰ বাবদ ৫৲ টকা দি, গোহাটী পঠাই দিওঁ ॥ ৭৯৮ ॥ দুৰ্গাকান্তৰ বেমাৰ চিকিৎসা সেখ নাবু ডাক্তৰৰ দ্বাৰা

২৮ মাঘ—শ্ৰীভূমিৰ উপনয়ন হয় ॥ ৭৯৯ ॥

১ ফাগুন—দুৰ্গাকান্তৰ বেমাৰ বেচি জন্য গোপাল বাবাক আনি দেখাওঁ, এবং চিকিৎসা কৰোঁ বুলি কয় ॥ ৮০০ ॥ গোপাল-বাবাৰ দ্বাৰা চিকিৎসা

৭ ফাগুন—শ্ৰীৰত্নকান্ত ৯০৲ টকা দৰমাহাত ১৪ জানুৱাৰী ইস্তক আচালতন মকৰৰ হোৱা চিঠি পাওঁ ॥ ৮০১ ॥ শ্ৰীৰত্নকান্তৰ দৰমহা ৯০৲ টকা

১২ ফাগুন—গোপাল বাবা আহি দুৰ্গাকান্তক ঔষধ খুৱাই যায় ॥ ৮০২ ॥

২২ ফাগুন, ৩ মাৰ্চ্চ—শ্ৰীশ্ৰীবেলি সাহেব চীফ্ কমিচনৰ, লেপণ্টণ্ট্ (লেফ্‌টেন্যাণ্ট্) গৱৰ্ণৰ হোৱাতে, ভাঠী কলিকাতা যায় ॥ ৮০৩ ॥ বেলি সাহাব লেঃ গৱৰ্ণৰ হৈ ভাঠী যোৱা

২৭ ফাগুন, ৯ মাৰ্চ্চ—তৎমোটে শ্ৰীশ্ৰীএলিয়ত চীফ্ কমিচনৰ হয় ও শ্ৰীৱাৰ্ড জজ-কমিচনৰ সহিত উজান যায় ॥ ৮০৪ ॥ এলিয়ত চীফ কমিচনৰ

২৮ ফাগুন—আমাৰ সৰু ঘৈণীৰ মৃত কন্যা এটী জন্ম হয় ॥ ৮০৫ ॥ আমাৰ সৰু ঘৈণীৰ মৃত কন্যা জন্ম

২৯ ফাগুন, ১১ মাৰ্চ্চ—ডঙ্গৰচি ও যদ্ৰূপ কাঞাৰ পাশ বন্ধকি বাবত, পাঁচ হাজাৰ টকা আনোঁ। খত পোৱা নগল। সুজিৰাম ও সুৱাল খত ৰাখি টকা দিলে ॥ ৮০৬ ॥ পাঁচ হাজাৰ টকা বৰ্জ্জ কৰা

১৪ চৈত্ৰ, ২৬ মাৰ্চ্চ—মঞি গোহাটী যাই শ্ৰীডনেচন্ ডিপুটী কমিচনৰ সহিত চহৰৰ কমিটী কৰি দেশীয় লোকৰ দ্বাৰা টীকা দিবৰ ৰায় দিওঁ ॥ ৮০৭ ॥ দেশীয় লোকৰ দ্বাৰা টীকা দিয়া

২৩ চৈত্ৰ, ৪ আপৰেল—কালিন্দী ঈশৰামৰ হাইকোটৰ মকৰ্দ্দমা ডিচ্‌মিচ্। আমাৰ শ্ৰীকমলাকান্ত জিত হোৱা খবৰ পাওঁ ॥ ৮০৮ ॥

বৰকাছাৰীত বজ্রপাত

২৫ চৈত্র, ৬ আপৰেল—অদ্য দিবা বৃষ্টিতে বজ্রপাত হৈ বৰ-কাছাৰীৰ মাজতে পোৰে। পাচে জুই নুমায় ॥ ৮০৯ ॥

ফি টাকায় এক অনা লোকেল ৰেট্ হোৱা

শ্রীশ্রীচীফ কমিচনৰ সাহেবৰ ১১ নম্বৰৰ চৰকুলৰ মতে, লোকেল ৰেট বুলি, ফি টাকায় /০ অনা হিচাবে লবৰ আজ্ঞা হৱাতে, এই সনে আদায় কৰি লয় ॥ ৮১০ ॥

---

# তৃতীয় অধ্যায়

## শ্রীশ্রীএলিযেট সাহেব চীফ্ কমিচনৰ

( Sir C A Elliot K C S I )

### (ক)—১৮০৩ শক। ১২৮৮ সন। ১৮৮১—৮২ ইং।

বিষয়াদি—পৰগণা বন্দবস্ত—চীফ্ কমিচনৰে মাতাত যাব নোৱাৰা—বংশত জন্ম, মৃত্যু, বিবাহ—ধুমুহা—বিশিষ্ট লোকৰ মৃত্যু—উমানন্দ আদিৰ শিল খহা—কুলীৰ ৰেপট্—আমাৰ চিকিৎসাত দিহিঙৰ গোসাঞী আৰাম হোৱা—দিহিঙৰ কমিটীত পুলিচৰ কাৰণ লক্ষ টাকা—মঞ্জি কন্দৰ্পেশ্বৰ ৰাজাৰ বেমাৰ চোৱা—দিহিঙৰ বৰজনা গোসাঞী—চুপ্রেণ্ডেণ্ট ও চেৰস্তাদাৰৰ এঃ এঃ কমিচনৰ পদ—গোসাঞীৰ বিবাহ—শ্রীদিননাথ (বেজ) বৰুৱাই কন্দৰ্পেশ্বৰ ৰাজাৰ বেমাৰ চোৱা—অন্যান্য কথা।

ইংৰাজ বিষয়া সকল

শ্রীশ্রীএলিয়ট চীফ্ কমিচনৰ, ওৱাৰ্ড জজ-কমিচনৰ। ও কামৰূপে ডনেচন্ সাহেব ডিপুটী কমিচনৰ, গত সনৰ নিৰিখ ৰেৱস্থা মতে পৰগণা সকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে ॥ ৮১১ ॥

৩ বৈশাগ, ১৪ আপৰেল—অগু ১০টা সময় শ্ৰীশ্ৰীএলিয়ট চীফ্ কমিচনৰ সাহেব, ভাৰত চন্দ্ৰ ওবৰচিয়ৰ হাতে এক চিঠি পঠাই দিয়ে যে, মঞি চীফ্ কমিচনৰ সাহেব সহিত সাক্ষাত হবৰ কাৰণে যাব লাগে। কিন্তু মোৰ ভেদ-বমি হোৱা সময়, যাব নোৱাৰি সাহেবক চালাম দি পঠাই দিলোঁ ॥ ৮১২ ॥ মোৰ ভেদ-বমি হেতু চীফ্ কমি-চনৰ সহিত দেখা কৰিব নোৱাৰা

৫ বৈশাগ—শ্ৰীমান গৌৰীকান্ত সপৰিবাৰে হলিৰাম বৰুৱাৰ জীয়েকক, শ্ৰীকেশৱকান্ত বিবাহ কৰাবৰ কাৰণে বৰপেটা যায়। ও আমাৰ শ্ৰীধৰ্ম্মকান্তকো তৎসঙ্গে পঠাওঁ ॥ ৮১৩ ॥ হলিৰাম এঃ এ॰ কমি-চনৰৰ জীয়েক সহিত শ্ৰীকেশৱৰ বিবাহ হেতু বৰপেটা যাত্ৰা

১০ বৈশাগ—অগু শ্ৰীমতী কালিন্দীক শান্তি দি ওলিয়াই শ্ৰীহৰচন্দ্ৰকে দিয়া যায়। তেউক দিয়া দ্ৰব্য পূৰ্ব্বে দিয়া সেয়াইঃ শ্ৰীকালি-ন্দীক শান্তি দিয়া

| | | | |
|---|---|---|---|
| সোণৰ খাৰু— | ১ জোৰ | তাম-পিতল— | ১ সজোঁালি |
| তোলী-পাটী | | বৰকাপোৰ— | ১ |
| গাৰো-আঠুৱা— | | পালঙ্গি— | ১ |
| তলপৰা— | ১ দফা | শ্ৰীকমলাই দিয়ে। | ॥ ৮১৪ ॥ |

ঐ ১০ বৈশাগ বৰপেটায়, শ্ৰীকেশৱকান্ত, হলিৰাম বৰুৱাৰ জীয়েক সহিত বিবাহ হয় ॥ ৮১৫ ॥ শ্ৰীকেশৱৰ বিবাহ

২২ বৈশাগ—বৰপেটাৰ পৰা শ্ৰীধৰ্ম্মকান্তৰ চিঠি পাওঁ, চাউলখোৱা নদীয়েদি ৰওনা হৈ অহা ॥ ৮১৬ ॥ চাউল-খোৱা নদীয়েদি ঘৰলৈ অহা

ৰাতি বৰ ধুমুহা হৈ ঘৰ গছ আদি উত্তৰ পাৰ ও গোহাটীত ভাঙ্গে। পাৰ হোৱা জাহাজ ভাঙ্গে। পাৰ হবৰ কাৰণে শ্ৰীগিৰীশ চন্দ্ৰ ও ওৱাৰচিয়ৰ আহি নাউ একখন, এক দিনৰ কাৰণ কেৰয়াত নিয়ে। উত্তৰ গোহাটী, গোহাটীত বৰ ধুমুহা

২৩ বৈশাগ—কেৰয়া দিওঁ ॥ ৮১৭ ॥

ধুমুহা হেতু শ্ৰীকেশব আদিৰ কাৰণে চিন্তা

ঐ ধুমুহাতে বৰপেটাৰ পৰা অহাতে বৰ ভয় পোৱা গৈছিল যে—ভয়ানক ধুমুহা, কিজানি বাটত কি হৈছে। ॥ ৮১৮ ॥

২৪ বৈশাগ—শ্ৰীধৰ্ম্মকান্ত চাউলখোৱাৰ পৰা বামে আহি ঘৰ পায়। ধুমুহা নোপোৱা কথা কয় ॥ ৮১৯ ॥

বিবাহ যাত্ৰী নিৰাপদে ঘৰ পহুচা

১৭ বৈশাগ ৰবিবাৰ—শ্ৰীগৌৰীকান্ত ও শ্ৰীচন্দ্ৰকান্ত সপৰিবাৰে, বিবাহ কৰাই, বৰপেটাৰ পৰা ঘৰ পহুচে। কিন্তু হলিৰামে জীয়েকক পঠাই নিদিলে ॥ ৮২০ ॥

হৰনাথ পৰ্ব্বতীয়া বৰুৱাৰ পুতেক গুনাই

৪ জৈষ্ট—পৰ্ব্বতীয়া বৰুৱা হৰনাথৰ পুতেক গুনাই আহে। তেওঁ সহিত কথোপকথন হওঁ ॥ ৮২১ ॥

কন্দৰ্পসিংহ ৰাজাৰ মাক ফৌত্

২২ জৈষ্ট—কন্দৰ্পসিংহ ৰজাৰ মাক লক্ষ্মীপ্ৰিয়া কুকুৰমুতা সাকিনে ফৌত্ হয় ॥ ৮২২ ॥

শ্ৰীমাধবৰাম বৰদলৈৰ জীয়েকক শ্ৰীদেবৰ জন্যে ধৰা

৩১ জৈষ্ট—মঞি গোহাটীত থাকি কন্দৰ্পেশ্বৰ ৰাজা পাশ যাওঁ ॥ ৮২৩ ॥

তদপ্পৰ, শ্ৰীমাধবৰাম বৰদলৈ ঘৰে যাই তেউৰ জীয়েকক শ্ৰীদেবকান্তৰ জন্যে ধৰোঁ। দিবৰ সম্মত হয় ॥ ৮২৪ ॥

"ভোটক" ফৌত্

১৩ আষাড—"ভোটক" হাইজা বেমাৰে প্ৰাতসে ফৌত্ হয় ॥ ৮২৫ ॥

মোহন চৌধাৰীৰ ঘৈণীয়েক ফৌত্

১৯ আষাড়—মোহন চৌধাৰীৰ ঘৈণীয়েক ফৌত্ হৱাতে সিহঁতৰ ঘৰে যাওঁ ॥ ৮২৬ ॥

মোহন চৌধাৰী ফৌত্

২৪ আষাড়—মোহন চৌধাৰী ফৌত্ হয় ॥ ৮২৭ ॥

জেলাৰ কাছাৰী কোঠা কোঠা বিভক্ত

২৫ আষাড—জেলাৰ কাছাৰী ভিতৰে কোঠা কোঠা হয় ॥ ৮২৮ ॥

২৯ আষাড়—থিৰাই দৈবজ্ঞ ফৌত্ হয় ॥ ৮২৯ ॥

থিৰাই দৈবজ্ঞ ফৌত্

৩০ আষাড—দুৰ্ল্লভৰ ঘৈণীয়েক “জাপৰী” ৰাতি ফৌত্ হয় ॥ ৮৩০ ॥

দুৰ্ল্লভৰ ঘৈণী ফৌত

১ শ্ৰাৱণ—শ্ৰীৰত্নকান্তৰ টেলিগ্ৰাফ্ পাওঁ—পুত্ৰ এটি জন্ম হোৱা ॥ ৮৩১ ॥

শ্ৰীৰত্নৰ পুত্ৰ জন্ম

ঐ ১ শ্ৰাৱণ—ৰাতি দুৰ্লভৰ ভায়েক সোণা ফৌত্ হয় ॥ ৮৩২ ॥

দুৰ্লভৰ ভায়েক ফৌত্

*　　*　　*　　*

৩ শ্ৰাৱণ—শ্ৰীচন্দ্ৰকান্তৰ জীয়েক বিচিত্ৰী ফৌত্ হয় হেতু, শ্ৰীচন্দ্ৰকান্ত, শ্ৰীকেশব, শ্ৰীবিদ্যা ও তদ্ মাতা আমাৰ ঘৰে যাই থাকে ॥ ৮৩৩ ॥

শ্ৰীচন্দ্ৰৰ জীয়েক বিচিত্ৰী ফৌত্

৫ শ্ৰাৱণ—কালীকান্তৰ মাক ৰুদ্ৰেশ্বৰে দুপ্ৰহৰ সময়, ফৌত্ হয় ॥ ৮৩৪ ॥

কালী-কান্তৰ মাক ফৌত্

২৮ শ্ৰাৱণ—লুকিৰ ‘দলপুৰীয়া’ৰ মকৰ্দ্দমাত সাক্ষী কৰৰ কাৰণে জজ সাহেবৰ পাশ হাজিৰ হওঁ। কিন্তু সাক্ষী কোৱা নহ’ল ॥ ৮৩৫ ॥

১৩ ভাদ্ৰ, ২৮ আগষ্ট ৰবিবাৰ—হলিৰাম বৰুৱা বৰপেটাৰ পৰা আহি, ভাত খাই, সিপাৰে গোহাটী যাই, বাহাত থাকে ॥ ৮৩৬ ॥

হলিৰাম বৰুৱা আমাৰ ঘৰে

১৭ ভাদ্ৰ—উমানন্দৰ পৰ্ব্বত ও মণিকৰ্ণেশ্বৰৰ পৰ্ব্বত ও অশ্বক্ৰান্তৰ পৰ্ব্বতৰ শিল খহে ॥ ৮৩৭ ॥

উমানন্দ আদিৰ শিল খহা

২২-২৪ ভাদ্ৰ—কুলী সম্বন্ধে নিবন্ধ কৰি ৰেপট্ দিবৰ বিষয় শ্ৰীশ্ৰীচীফ্ কমিচনৰ সাহেবৰ চিঠি পাওঁ কাৰণ, পূৰ্ব্বৰ নিয়ম, কাঁড়ী পাইক ও চমুৱা—ও কাঁড়ীসকলেই কুলীকৰ্ম্ম কৰা ৰেপট্, ২৪ ভাদ্ৰ পঠাওঁ ॥ ৮৩৮ ॥

কুলী সম্বন্ধে ৰেপট্

২৭—ঈশৰামৰ ঘৰ ভাঙ্গি মাটি দখল দিবৰ কাৰণে মুনচেফি

আদালতৰ প্যাদা অহাতে, ঈশৰাম অষ্টাঙ্গে পৰাতে, উমাকান্তৰ মোকাবিলায় ঘৰ তোলি নিবৰ খৰচ ৭৫৲ টকা ও এক মাহ ম্যাদ দিওঁ ॥ ৮৩৯ ॥

১০ আশ্বিন—হলিৰাম বৰুৱা বৰপেটা যোৱাতে বাহিৰ বাহিৰ, শ্ৰীকেশৱকান্তক নাৱত তোলি লৈ যায় ॥ ৮৪০ ॥

১৪ আশ্বিন—গোহাটী যাই শ্ৰীগ্ৰে সাহেব সহিত সহৰেৰ কমিটী কৰি, পাৰ হোৱা জাহাজ বোৰ্ড কমিটীত নিদি, মুনচিপেলে ৰাখাৰ ৰায় দিওঁ ॥ ৮৪১ ॥

দিহিঙৰ— লক্ষণচন্দ্ৰ গোসাঞী ফৌত্

২৩ আশ্বিন—দিহিঙৰ লক্ষণচন্দ্ৰ সৰু জনা গোসাঞী ৰাতি কুকুৰাতে মৃত্যু হয় ॥ ৮৪২ ॥

শ্ৰীৰত্নৰ পুত্ৰ ফৌত্

২৫ আশ্বিন—শ্ৰীৰত্নকান্তৰ ব্যাৰিং চিঠি পাওঁ,—পুত্ৰ যদুকান্ত, ২২ আশ্বিন ফৌত্ হোৱা। এবং আহিবৰ বিষয় লিখোঁ ॥ ৮৪৩ ॥

১ কাৰ্ত্তিক—মাধবচন্দ্ৰৰ ( ৰায় বাহাদুৰ মাধবচন্দ্ৰ বৰদলৈৰ ) মাক সপৰিবাৰে, জাহাজত উজানে যায় ॥ ৮৪৪ ॥

১২ কাৰ্ত্তিক—যোৰহাটৰ পৰা শ্ৰীবলিকান্ত আহি ভাত খাই বৰপেটা যায় ॥ ৮৪৫ ॥

পাৰ জাহাজ বালিত লগা

পাৰ হোৱা জাহাজ উত্তৰ পাৰৰ বালিত লাগিল। অন্য জাহাজ দ্বাৰা টানি নমাব নোৱাৰিলে ॥ ৮৪৬ ॥

২৭ কাৰ্ত্তিক—শ্ৰীবলিকান্ত, বৰপেটাৰ পৰা আহি উজানে যায় ॥ ৮৪৭ ॥

দিহিঙৰ গোসাঞীক চিকিৎসা

৬ অগ্ৰায়ণ ৰবিবাৰ—শ্ৰীজগৎচন্দ্ৰ দিহিঙৰ সৰুজনা গোসাঞীৰ হাইজা বেমাৰ হোৱাতে, তথায় যাই ঔষধ খোৱাই আহোঁ। ভাল হ'ল ॥ ৮৪৮ ॥

লক্ষীকান্তৰ পুত্ৰ গিৰিকান্ত ফৌত্

২৫ অগ্ৰায়ণ—লক্ষীকান্তৰ পুত্ৰ গিৰিকান্ত—দুপ্ৰহৰ সময় ফৌত্ হয় ॥ ৮৪৯ ॥

৯ পৌষ, ২৩ ডিচাম্বৰ, শুক্রবাৰ শ্রীশ্রীএলিয়ট্ চীফ্ কমিচনৰ ও ৱার্ড জজ কমিচনৰ সাহেব প্রভিতি সহিত চহৰৰ কমিটী কৰা যায়। পুলিচৰ খৰচ ও চহৰৰ খৰচ কৰিবৰ কাৰণ এক লক্ষ টাকা দিবৰ স্বীকাৰ কৰে ॥ ৮৫০ ॥ চহৰৰ কমিটীত পুলিচাদিৰ কাৰণ এক লক্ষ টাকা মঞ্জুৰ

এবং কমিটী ভাঙ্গি কামাখ্যা পর্ব্বতে যাওঁ ॥ ৮৫১ ॥

২০ পৌষ, ৪ জানৱাৰী মঙ্গলবাৰ, ঈশৰাম আমাৰ খৰিদা মাটিৰ পৰা উঠি যাই গিৰিধাৰী মাটিত ৰহে ॥ ৮৫২ ॥

২৮ পৌষ, ১১ জানৱাৰী—ঈশৰামৰ খৰিদা মাটি দখল লৈ, শ্রীকমলাকান্তে ৰচিদ দিয়ে ॥ ৮৫৩ ॥

৭ মাঘ, ১৯ জানৱাৰী, গোহাটী যাই চহৰৰ কমিটী কৰোঁ ॥ ৮৫৪ ॥

৯ মাঘ— শ্রীৰত্নকান্তৰ চিঠি পাওঁ—নগাহিলৰ পৰা মিছিল সাহেব ডিপুটী কমিচনৰ দুই বৎসৰ ছুটী লৈ বিলাত যাব। মোৰ সহিত গোহাটীত সাক্ষাত হবৰ লিখে ॥ ৮৫৫ ॥

১১ মাঘ—ব্রেনবিল সাহেবেৰ মেম পদ্মেশ্বৰী তেওঁৰ জীয়েক পুত্র সহিত আমাৰ ঘৰে আছে। * * * * * পঠাই দিওঁ ॥ ৮৫৬ ॥ ব্রেনবিল সাহেবেৰ মেম পদ্মেশ্বৰী

১৩ মাঘ, ২৫ জান্‌ৱাৰী, মিছিল সাহেব অহা বুলি গোহাটী যাওঁ। নহা হেতু শ্রীশিৱপ্রসাদ মুনচুফক কাছাৰীত দেখা হৈ কন্দর্পেশ্বৰ ৰাজাৰ বেমাৰ দেখি ও গোহাটীৰ বাসা দেখি ঘৰে উত্তৰ পাৰে আহোঁ ॥ ৮৫৭ ॥ কন্দর্পেশ্বৰ ৰাজাৰ বেমাৰ চোৱা

দিহিঙ্গৰ বৰ জনা গোসাঞী আহি অশ্বক্রান্তত থাকে ॥৮৫৮॥ দিহিঙৰ বৰ জনা গোসাঞী

১৯ মাঘ—দিহিঙ্গৰ সৰু জনা গোসাঞীৰ নতুন ঘৰ চাওঁ। তাতে তেওঁৰ সহিত কথোপকথন হওঁ ॥ ৮৫৯ ॥

চুপ্ৰেডেণ্ট ও চেৰস্তাদাৰ সকলক এ এঃ কমিচনৰ পদ দিয়া নিযম

শ্ৰীশ্ৰীচীফ্ কমিচনৰ, চুপ্ৰেডেণ্ট ও চেৰস্তাদাৰ সকলক, একষ্ট্ৰা এচিষ্টেণ্ট কমিচনৰ, পদ দিবৰ নিয়ম কৰা হেতু, তদ্বিষয় শ্ৰীৰত্নকান্তকে লিখাতে জেলাৰ সাহেবেৰ মত লৈ চীফ্ কমিচনৰ সাহেবেৰ হুজুৰে দৰখাস্ত দিবৰ লিখে ॥ ৮৬০ ॥

খিলিঙৰ কাছাৰী ঘৰ পোৰা

২৩ মাঘ, ৪ ফেবৰাৰী—খিলিঙৰ কাছাৰী ঘৰ পোৰা খবৰ পাওঁ ॥ ৮৬১ ॥

জয়ৰামৰ ঘৈণী ফৌত্

২৪ মাঘ—শ্ৰীজয়ৰামৰ ঘৈণীয়েক তাৰিণী, ৰাতি ঘৰৰ ভিতৰ ফৌত্ হয় ॥ ৮৬২ ॥

২৭ মাঘ—দিহিঙ্গৰ বৰ জনা গোসাঞী অশ্বক্ৰান্তৰ পৰা উজাই যায়। ভায়েকৰ বিবাহলৈ নাথাকিল ॥ ৮৬৩ ॥

৬ ফাগুন—নগাঞৰ পৰা শ্ৰীমতী বোৱাৰীক আনিবৰ্ কাৰণে, শ্ৰীভদাই সহিত নাউ-মানুহ পঠাওঁ ॥ ৮৬৪ ॥

ফেৰী জাহাজ টানি পানীত পেলায়

৭ ফাগুন—ফেৰী জাহাজ টানি পানীত পেলায় ॥ ৮৬৫ ॥

শ্ৰীজগৎচন্দ্ৰ গোসাঞীৰ বিবাহ

২০ ফাগুন—শ্ৰীজগৎচন্দ্ৰ দিহিঙ্গৰ সৰু জনা গোসাঞীৰ বিবাহলৈ দিনতে যাই, কথোপকথন হৈ আহোঁ ॥ ৮৬৬ ॥

২২ ফাগুন—বিবাহ হয়। চ'ৰা ঘৰৰ দলিচাত বহোঁ ও জল খাই আহোঁ ॥ ৮৬৭ ॥

নগাঞ হৈতে শ্ৰীৰত্নকান্তৰ চিঠি পাওঁঃ—

২১ ফাগুন শ্ৰীমতী বোৱাৰী সহিত তেওঁ ৰওনা হোৱা। ২৫ ফাগুন সন্ধ্যা সময় ঘৰ পোঁছে ॥ ৮৬৮ ॥

২৭ ফাগুন শুক্ৰবাৰ—জয়নাথ দলৈৰ পুত্ৰ পুষ্প কাৰণ শ্ৰীসইতী প্ৰভিতি আহি ফোট্ পিন্ধায় ॥ ৮৬৯ ॥

শ্ৰীৰত্নকান্ত তেওঁৰ নগাঞত ১২৬৪৲ টাকা দেনা বুলি কলে। শ্ৰীবৰঘৈণী আগতে আছিল। শ্ৰীকমলাকান্তক মাতি, কি উপায়

হব সোধাত তেওঁৰ পৰা কিছো উপায় যুক্তি নোহোৱা কোৱাতে, মঞি বিৰক্ত হৈ, এইমত বন্দবস্ত কৰিলোঁ যে মঞি তিন কিস্তিত তেওঁৰ দেনা আদায় কৰিম। কিন্তু তেওঁৰ ৯০৲ টাকা দৰমহা মধ্যে দেনা সমুদয় আদায় নোহোৱাতক, মাহে ৬০৲ টাকা মোক দিব ॥ ৮৭০ ॥ শ্ৰীৰত্নৰ ধাৰ শুজাৰ বন্দবস্ত

৩ চৈত্ৰ—অদ্য শ্ৰীৰত্নকান্ত শ্ৰীমতী বোৱাৰীক ৰাখি, গধূল সময় নগাঞ যায় ॥ ৮৭১ ॥

৮ চৈত্ৰ—"জিনকিঞ্চ" ফেৰী জাহাজ দুৰস্ত হোৱাতে পুনঃ চলে, মানুহ পাৰ কৰে ॥ ৮৭২ ॥ জিন্‌কিঞ্চ ফেৰী জাহাজ

১২ চৈত্ৰ—শ্ৰীৰত্নকান্তৰ চিঠি পাওঁ—নগাঞ পহুচা। ১২২০৲ টাকা দেনাৰ ফৰ্দ্দ পঠায় ॥ ৮৭৩ ॥

১৪ চৈত্ৰ—নগাঞ হৈতে দাসী প্ৰভিতি পহুচে ॥ ৮৭৪ ॥

কন্দৰ্পেশ্বৰ ৰাজাৰ বেমাৰ হেতু, শ্ৰীদিননাথ (বেজ) বৰুৱা চিকিৎসা কাৰণ গোহাটী অহাত, তেওঁৰ সহিত দেখা হৈ যাওঁ। ॥ ৮৭৫ ॥ শ্ৰীদিননাথ বৰুৱাৰ দ্বাৰা কন্দৰ্পেশ্বৰ ৰাজাৰ চিকিৎসা

কাঞাপটি যাওঁ এবং আমানতি হৈতে ৬০০৲ টাকা ৰোকা ওৱাপচ দি, শ্ৰীৰতন লাল হৈতে লৈ, তন্মধ্যে ৩০০৲ টাকা হিচাপ বাকী বাবত ৰতনলালক দিওঁ ॥ ৮৭৬ ॥

১৫ চৈত্ৰ—ঘৰে থাকোঁ। শ্ৰীদিননাথ (বেজ) বৰুৱা ঘৰে অহাতে, শ্ৰীদেবকান্তৰ বেমাৰ দেখা হেতু ৩৲ টাকা দিওঁ ॥ ৮৭৭॥ শ্ৰীদেবৰ বেমাৰ চোৱা

১৮ চৈত্ৰ—লক্ষ্মীকান্তৰ জীয়েক মাধৱী কুকুৰমুতায় ফোত হয় ॥ ৮৭৮ ॥ মাধৱী ফোত্

---

টোকা :—ৰোকা—নগদ। ওৱাপচ—ঘূৰাই দিয়া
আমানতি—জমা টাকা।

শ্ৰীধৰ্ম্মকান্তৰ কাৰণে সাহেবত কোৱা

২৩ চৈত্ৰ, ৪ আপৰেল—শ্ৰীডনেচন ডিপুটি কমিচনৰ সাহেবেৰ বাঙ্গালায় যাই শ্ৰীধৰ্ম্মকান্তক সাক্ষাত কৰাই, মকৰৰ কৰিবৰ কথা কওঁ। এবং বতাহত জাহাজত পাৰ হব নোৱাৰি গোহাটীৰ ঘৰতে থাকোঁ॥ ৮৭৯॥

২৬ চৈত্ৰ—ৰজাদুৱাৰৰ সডগ চাওঁ। জন্ম মৃত্যুৰ ৰেজষ্টাৰি বহী থানাত চাওঁ॥ ৮৮০॥

(খ) ১৮০৪ শক। ১২৮৯ সন। '৮৮, ৮৩ ইং।

বিষয়াদি পৰগণা বন্দবস্ত—বংশত ও জ্ঞাতিলোকৰ জন্ম, মৃত্যু, বিবাহ—শ্ৰীকেম্বল সাহেব—পুত্ৰ দুৰ্গাকান্ত মৃত—জীৱনৰাম ফোকনক চাট্ৰিফিকেট্—মুনচিপল কমিটীয়ে, পুখুৰী পোতা বাবত্ ৩০,০০০ হাজাৰ টকা কৰ্জ্জ কৰা—কন্দৰ্পেশ্বৰ ৰাজা মৃত—শ্ৰাদ্ধাদিৰ খৰচ জন্য ৩০০০৲ টাকা দিবলৈ কোৱা—শ্ৰাদ্ধাদিৰ দিহা দিয়া—দক্ষিণা—ৰাজাৰ ৰাণী ও পুতেকক সজ পৰামৰ্শ—তীৰ্থ যাত্ৰাৰ পূৰ্ব্বে জমি, পুত্ৰ-পৌত্ৰাদিক ভগাই দিয়া—অস্থাবৰ সম্পত্তি বিভাগ—বাঙ্গালী টীকা দিয়া নিয়ম—তীৰ্থযাত্ৰা—তীৰ্থৰ বিৱৰণ—অন্যান্য কথা।

ইংৰাজ বিষয়া সকল পৰগণা বন্দবস্ত

শ্ৰীশ্ৰীএলিয়েট চীফ্ কমিচনৰ ও ৱাৰ্ড জজ কমিচনৰ ও কামৰূপে ডনেচন্ ডিপুটী কমিচনৰ, এই সনে, গত সনৰ নিৰিখ ও বেৱস্থা মতে পৰগণা সকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে॥ ৮৮১॥

মঞ্জি টকা ধাৰে দিয়া

১১ বৈশাগ, ২৩ আপৰেল—অত্ত গোহাটী যাই থাকোঁ। শ্ৰীজয়নাথ দলৈৰ অনেক দেনা হেতু, মোৰ পাশ টাকা ধাৰ চোৱাতে, শ্ৰীগৌৰীকান্তৰ মোকোবিলায়, বিন দলীলে ৩০০৲ টাকা ধাৰে দিওঁ॥ ৮৮২॥

১২ বৈশাগ—শ্ৰীবাপুৰাম ওকীলৰ জীয়েকৰ বিবাহ যাওঁ ॥ ৮৮৩ ॥ ওকীলৰ জীয়েকৰ বিবাহ

১৪ বৈশাগ—শ্ৰীদিননাথ ( বেজ ) বৰুৱা সহিত কন্দৰ্পেশ্বৰ ৰাজাৰ বেমাৰ দেখিব যাওঁ ॥ ৮৮৪ ॥ কন্দৰ্পেশ্বৰ ৰাজাৰ বেমাৰ দেখা

২৪ বৈশাগ—শ্ৰীৰত্নকান্তৰ দেনা আদায় হেতু, পূৰ্ব্ব বন্দবস্ত মতে ৪৬০৲ টাকাৰ নোট পঠাওঁ ॥ ৮৮৫ ॥ শ্ৰীৰত্নৰ দেনা জন্যে টাকা পঠোৱা

২৬ বৈশাগ, ৮ মেই—ৱাৰ্ড জজ সাহেবেৰ পাশ হাজিৰ হৈ দুৰ্গাকান্তৰ মোক্তাৰি বিষয় 'চাট্ৰফিট্' (১) ( চাৰ্টিফিকেট ) ঘৰ পোৰাত নষ্ট হোৱা 'আফিডেবিত' (২) দাখিল কৰোঁ ॥ ৮৮৬ ॥ "চাট্ৰফিট" বাবত "আফি-ডেবিত"

৪ জৈষ্ট, ১৭ মেই—বুধবাৰ সূৰ্য্যগ্ৰহণ হেতু অশ্বক্ৰান্তত স্নান কৰি জপ কৰোঁ ॥ ৮৮৭ ॥ অশ্বক্ৰান্তত স্নান

২৪ জৈষ্ট, ৬ জুন—শ্ৰীকেম্বল সাহেব ধুবুৰীৰ পৰা বদল হৈ আহি, শ্ৰীডনেচন্ ডিপুটি কমিচনৰ পাশ, কামৰূপৰ চাৰ্জ্জ ললে ॥ ৮৮৮ ॥ শ্ৰীকেম্বল সাহেব চাৰ্জ্জ্ লোৱা

২৭ জৈষ্ট, ৯ জুন—শ্ৰীকেম্বল সাহেব সহিত বাঙ্গালায় দেখা ও কথোপকথন। শ্ৰীধৰ্ম্মকান্তক চিনাই দিওঁ ॥ ৮৮৯ ॥ কেম্বল সহিত দেখা

৩ আষাড, ১৬ জুন—দুৰ্গাকান্ত ও সূৰ্য্যকান্তৰ মাটিত নাম জাৰি মকৰ্দ্দমাত "বাত্ৰা" ( বাটোৱাৰা ) দিবৰ কাৰণে, শ্ৰীকেম্বল সাহেব ডিপুটী কমিচনৰ মোৰ পাশ, পঠাই দিয়ে। এবং মঞি তদন্ত ও কয়েক লোকৰ জবানবন্দী লৈ সমানাংশে মাটিত নাম জাৰিৰ, ৯ আষাড় দিয়াতে, ১০ আষাড়, আমাৰ ৰায় মঞ্জুৰ কৰে ॥ ৮৯০ ॥ দুৰ্গাকান্ত ও সূৰ্য্যকান্তৰ মাটিৰ নামজাৰি

১৪ আষাড়—ধাৰ শুজা কাৰণ পূৰ্ব্ব বন্দবস্ত মত ২০০৲ টাকাৰ নোট, শ্ৰীৰত্নকান্ত পাশ পঠাওঁ ॥ ৮৯১ ॥ শ্ৰীৰত্নৰ ধাৰৰ কাৰণ টাকা

টোকা :—(১) Certificate, প্ৰমাণ পত্ৰ।
(২) Affidavid, শপথ-পত্ৰ, সত্য-পাঠ।

পুত্ৰ দুৰ্গা-কান্ত মৃত — ১৯ আষাড, ২ জুলাই, ৰবিবাৰ, ৰাতি ৮ বাজা সময় দুৰ্গাকান্ত ( পুত্ৰ ) হৰি স্মৃতি পূৰ্ব্বক শৰীৰ এৰে। শ্ৰীকমলাকান্ত দ্বাৰা অগ্নিকৰ্ম্ম ও শ্ৰীদেবকান্ত দ্বাৰা কৰ্ম্ম ধৰাওঁ ॥ ৮৯২ ॥

শ্ৰীৰত্নৰ ধাৰৰ কাৰণ টাকা — ২৩ আষাড—ধাৰ শুজা কাৰণ পূৰ্ব্ব বন্দবস্ত মত ৪০০৲ টাকা শ্ৰীৰত্নকান্ত পাশ পঠাওঁ ॥ ৮৯৩ ॥

৺দুৰ্গাকান্তৰ শ্ৰাদ্ধাদি কৰ্ম্ম — ২৯ আষাড—শ্ৰীদেবকান্ত দ্বাৰা দুৰ্গাকান্তৰ শ্ৰাদ্ধ ও অষ্টাদশ দান কৰাওঁ। ৩০ ৰোজ ( আষাড ) সপিণ্ডন কৰাওঁ। ৩১ ৰোজ ( আষাড ) জ্ঞাতি ব্ৰাহ্মণক ভোজ দিওঁ ॥ ৮৯৪ ॥

কেম্বল সহিত কথোপকথন — ৭ শ্ৰাবণ—গোহাটী যাই, কেম্বল সাহেব সহিত বাঙ্গালায় ৮ বজাত সাক্ষাত হৈ কথোপকথন ॥ ৮৯৫ ॥

ৰাজাৰ বেমাৰ দেখা — তদপৰ কন্দৰ্পেশ্বৰ ৰাজাৰ বেমাৰ দেখি * জাহাজ পাৰ হৈ ঘৰ আহোঁ ॥ ৮৯৬ ॥

জাৱন ৰাম ফোকনক চাট্ৰফিকেট্ — ১৭ শ্ৰাবণ, ১ আগষ্ট—বলৰাম ফোকনৰ পুত্ৰ শ্ৰীজীবন ( ৰাম ফোকন ) আহি ইন্টাহান ( পৰীক্ষা ) দিবৰ কাৰণে চাট্ৰফিকেট্ চাহাতে মঞি চাট্ৰফিকেট্ দিওঁ ॥ ৮৯৭ ॥

“মুনচিপ-লৰ” কমিটী, — ১৯ শ্ৰাবণ, ৩ আগষ্ট—জাহাজত গোহাটী যাই শ্ৰীকেম্বল সাহেব সহিত ‘মুনচিপলৰ’ ( মিউনিচেপলৰ ) কমিটী কৰি খুদ্ৰ খুদ্ৰ পুখুৰী পোতা ৰায় দিওঁ। ও কলৰ দ্বাৰা পানী তোলিবৰ ৰায় নিদোঁ ॥ ৮৯৮ ॥

শ্ৰীৰত্নৰ তোলসী কন্যা জন্ম — ২০ শ্ৰাবণ, শুক্ৰবাৰ ১১টা সময় শ্ৰীৰত্নকান্তৰ কন্যা এটী জন্ম হয়। ২৫ শ্ৰাবণ জয় দৈবজ্ঞ দ্বাৰা গণনা কৰাই শ্ৰীতোলসী নাম থোৱা যায় ॥ ৮৯৯ ॥

কন্দৰ্পেশ্বৰ ৰাজা ফৌত্ — ২৮ শ্ৰাবণ, ১২ আগষ্ট শনিবাৰ—প্ৰাতসে কন্দৰ্পেশ্বৰ ৰাজা কুকুৰমুতা সাকিনে ফৌত্ হয়। অশ্বক্ৰান্তত থৰি দিয়ে ॥ ৯০০ ॥

৪ ভাদ্ৰ—গোহাটীত থাকি ৩ বাজা সময়, শ্ৰীকেম্বল সাহেব ডিপুটী কমিচনৰ সহিত কমিটী কৰা যায়। এবং টিকা দিবৰ

গুজৰাতৰ দৰখাস্ত শুনা যায়। ও পুখুৰী পোতা খৰছ বাবত ৩০,০০০৲ ত্রিশ হাজাৰ টাকা কৰ্জ্জ কৰা বিষয় শ্রীশ্রীচীফ্ কমিচনৰ সাহেবেৰ পাশ পঠানি চিঠি দস্তখত কৰা যায় ॥ ৯০১ ॥ গোহাটীত পুখুৰী পোতা বাবত ৩০,০০০৲ টাকা কৰ্জ্জ

গধূল সময়, কন্দৰ্পেশ্বৰ ৰাজ্বাৰ ৰাণী শ্রীৰত্নেশ্বৰী ও তদ্ পুত্র শ্রীকুমুদেশ্বৰ পাশ যাওঁ ॥ ৯০২ ॥ মৃত ৰাজাৰ ৰাণী ও পুত্র পাশ যোৱা

৫ ভাদ্র, ৰবিবাৰ—প্রাতসে শ্রীমাধবৰাম বৰদলৈৰ ঘৰে যাই শ্রীকমলাকান্ত কাৰণ শ্রীদেৱহৰি জীয়েকৰ কোষ্ঠী আনি, শ্রীবাপুৰাম ওকীলৰ ঘৰে যাই, গোহাটীৰ বাসায় আহোঁ ॥ ৯০৩॥ শ্রীকমলা-কান্ত কাৰণ ছোৱালীৰ কোষ্ঠী

১৮ ভাদ্র—মঞ্চি মাজো বৌৰ কৰ্ম্ম কৰোঁ ॥ ৯০৪ ॥

২০ ভাদ্র—শ্রীপুষ্পকান্ত নগাঞৰ শ্রীৰত্নকান্তৰ লগৰ পৰা আহে ॥ ৯০৫ ॥

২৪ ভাদ্র—গোহাটীত থাকি, ৮ বাজা সময় শ্রীকেম্বল সাহেব ডিপুটী কমিচনৰ বাঙ্গালায় যাই কথোপকথন। ও কন্দৰ্পেশ্বৰ ৰাজাৰ কৰ্ম্ম কাৰণ ৩০০০৲ তিন হাজাৰ টাকা ৰেপট্ কৰি অনাই দিয়া কথা কওঁ ॥ ৯০৬ ॥ ৺কন্দৰ্পেশ্বৰ ৰাজাৰ কৰ্ম্ম জন্যে ৩০০০৲ টাকাৰ কাৰণে সাহেবেক কোৱা

ও ভাটী বেলা ভুবনেশ্বৰ নাউবৈচা ফোকন মোৰ পাশ অহাতে, তেওঁ সহিত কথোপকথন। তেওঁ সহিত শ্রীকেশৱকান্ত যুবৰাজ পাশ যাওঁ ॥ ৯০৭ ॥ কেশৱকান্ত যুবৰাজ পাশ যোৱা

২৫ ভাদ্র—গোহাটী থাকি, শ্রীনাউবৈচা ফোকন সহিত কন্দৰ্পেশ্বৰ ৰাজাৰ ঘৰে যাই, কৰ্ম্মৰ বুজ লওঁ। ও কুমুদেশ্বৰ গোহাঞীদেও সহিত কথোপকথন। ও ৰত্নেশ্বৰী ৰাণী তৎ পুত্রৰ কথা নিবেদন কৰি কয় ॥ ৯০৮ ॥ ৺কন্দৰ্পেশ্বৰ ৰাজাৰ কৰ্ম্মৰ বুজ লোৱা

২৬ ভাদ্র—গোহাটীত থাকি শ্রীকেশৱকান্ত যুবৰাজ পাশ যাওঁ ॥ ৯০৯ ॥ কেশৱকান্ত যুবৰাজক দেখা হোৱা

৺কন্দৰ্পেশ্বৰ ৰাজাৰ কৰ্ম্মত দক্ষিণা দিয়া

২৭ ভাদ্ৰ—কন্দৰ্পেশ্বৰ ৰাজাৰ কৰ্ম্মলৈ যাই, ৰাণীৰ আজ্ঞা মতে ভাল মানুহৰ ৬।২।১ টকা উৰ্দ্ধ পক্ষে ৬৲ টকাকৈ দক্ষিণা দিওঁ। মোক ৬৲ টকা দিয়ে, তদ্ পুত্ৰ কুমুদেশ্বৰে ॥ ৯১০ ॥

৺ৰাজাৰ ৰাণী ও পুত্ৰক সদ্ পৰামৰ্শ দিয়া

২৮ ভাদ্ৰ—কন্দৰ্পেশ্বৰ ৰাজাৰ ৰাণী ও পুত্ৰ পাশ আবেলি যাই সদ্ পৰামৰ্শ দিওঁ। ও গোসাঞীসকলক সিধা ও দক্ষিণা দি পঠাবৰ কথা কওঁ ॥ ৯১১ ॥

২৯ ভাদ্ৰ—পাৰ হৈ উত্তৰ পাৰৰ ঘৰে আহোঁ ॥ ৯১২ ॥

তীৰ্থ যাত্ৰাৰ পূৰ্ব্বে স্ব অৰ্জ্জিত জমি পুত্ৰ পৌত্ৰাদিক ভাগ কৰি দিয়া

৩১ ভাদ্ৰ, ১৫ চেপ্তেম্বৰ শুক্ৰবাৰ—মঞি ভাঠী তীৰ্থ যাবৰ মনস্থ হোৱাত, আমাৰ স্ব-আৰ্জ্জিত খেৰাজ-লাখৰাজ মাটিসকল পুত্ৰ ও দুহিতৃ, নাতিনীসকলক দিয়া গ'ল যথা ॥ ৯১৩ ॥

| শ্ৰীকমালাকান্তৰ .— | খেৰাজ | লাখৰাজ | একুন | |
|---|---|---|---|---|
| খাতাৰ কেন্দুকুচিৰ— | × | ২০ | ২০ | পুৰা |
| কাউৰবাহা— | ১৫০৸০ | × | ১৫০৸০ | পুৰা |
| সমুচা— | ১৫০৸০ | ২০ = | ১৭০৸০ | „ |

| শ্ৰীৰত্নকান্তৰ ভাগৰ ·— | খেৰাজ | লাখৰাজ | একুন | |
|---|---|---|---|---|
| বৰি গোগ্, ভৰথ কৰকুচি— | × | ৪০ | ৪০ | পুৰা |
| সমুচা— | × | ৪০ | ৪০ | „ |

| শ্ৰীধৰ্ম্মকান্তৰ :— | | | | |
|---|---|---|---|---|
| সিন্দুৰী ঘোপা শিলভৰালৰ সমুচা | × | ৩৬ | ৩৬ | „ |
| তথা বাজেপ্তী— | ৪ | × | ৪ | „ |
| পাতি দৰঙ্গ নকুচি— | ১৬৸৶১৬ | × | ১৬৸৶১৬ | |
| সমুচা— | ২০৸৶১৬ | ৩৬ | ৫৬৸৶১৬ | „ |

শ্ৰীদেৱকান্তৰ খাতাৰ

| | | | | |
|---|---|---|---|---|
| কেন্দুকুচি— | × | ২০ | ২০ | পুৰা |
| সিন্দুৰী ঘোপা, চিলা— | ৩৭।৶ | × | ৩৭।৶ | „ |
| মলঙ্গ তথা ৰুদ্ৰেশ্বৰৰ— | ৯৻১ | × | ৯৻১ | „ |
| সমুচা— | ৪৬।৶১ | ২০ | ৬৬।৶১ | „ |

শ্ৰীজয়ন্তী দেব্যা ( দুহিতৃ ).—
হাজোৰ খুদ্ৰ কুলহাটী হিডলা দলৰ
সমুচা মানৰ ॥০ দুই দোন বাদ—

| | | | | | |
|---|---|---|---|---|---|
| মৰা-বা সমেত— | × | × | ৮৶১৪ | ৮৶১৪ | লেচা |
| হাজোৰ ডিমৌৰ খেৰাজ— | | ৪॥৶৪ | × | ৪॥৶৪ | „ |
| উত্তৰ গোহাটীৰ ৰজাদুৱাৰ বস্তি— ঈশ্বৰামৰ ( পৰা ) খৰিদা 'টোকৰ' শৰ্ম্মাৰ দখলী— | | ।০ | × | ॥০ | দোন |
| সমুচা— | | ৪৸৶০ | ৮৶১৪/০ | ১৩/১৮ | লেচা |

শ্ৰীমতী কালিন্দী নাত্তিনী —
পূৰ্ব্বপাৰ বাঙ্গালাবাৰী সমুচা,

| | | | | |
|---|---|---|---|---|
| ৩ বাজেপ্তী | ৫৸৶/১৯ | ৯৶১৬ | ১৫৶১৫ | „ |

এইমত ভাগ কৰি ফৰ্দ্দপূৰ্ব্বক নামজাৰি কৰি দিবৰ কাৰণ শ্ৰীকমলাকান্তক চমজাই দিলোঁ। ও চহৰৰ মাটিসকল, সকলোৰে এজমালিতে—থাকিবৰ কথা কোৱা হ'ল। যথা ঃ—

| | | | |
|---|---|---|---|
| দক্ষিণ গৌহাটী লতাশিলৰ দুৰ্গাকান্তৰ নামৰ ইটাখুলী | ।৵০ | ঈশ্বৰামৰ ( পৰা ) খৰিদা ঃ— ৰজাদুৱাৰৰ ২ পুৰা ( ২৻২॥০ ? ) | |
| পুখুৰীৰ দক্ষিণ— | ৸৶/ | নিজ ঘৰৰ বস্তি— | ৩॥৶/৫ লেচা |
| | | দুৰ্গাকান্তৰ নামৰ পাঁচসনা ম্যাদি— | ॥০ বিঘা |
| | | | মোট ৭॥৭॥ |

অস্থাবৰ সম্পত্তি বিভাগ কৰা

১২ আশ্বিন বুধবাৰ—ভাঠী যাবৰ মনস্থে অস্তাবৰ সম্পত্তি ভাগ কৰি দিয়া গল :— ॥ ৯১৪ ॥

শ্ৰীকমলাকান্তৰ ভাগৰ :—

| | |
|---|---|
| সোণৰ হীৰা ও ডালিমা পতা বাখৰামি গাম খাৰু— | ১ জোৰ |
| পানা-ডালিমা পতা সোণৰ চাবকলি— | ২৬ গোট |
| সোণৰ হীৰা-ডালিমা পতা মকৰ কুণ্ডল— | ১ জোৰ |
| হীৰা ১১ খন পতবালা বগী সোণৰ আঙুঠি— | ১ গোট |
| বাখৰ পতা বৰ মুকুতা— | ১ „ |
| হীৰা পতা পানাৰ লটকণ সহিত সোণৰ কেয়ূৰ দুগ-দুগী | ১ খন |
| সোণৰ ৰেৱাৰ খৰিকা চুঙ্গা | ১ টা |
| সোণৰ 'একবৰি' মোহৰ— | ১ „ |
| তথা প্ৰাচীন এক খণ্ড মাণিকৰ মণি— | ১ (ধাৰ ?) |
| ৰূপৰ গুড়গুড়ী— | ১ টা |
| ৰূপৰ প্ৰাচীন ফাৰ্চি মোহৰ | ১টা |
| পিতলৰ শৰাই— | ১ খন |
| | দফা ১৩ |

শ্ৰীৰত্নকান্তৰ :—

| | |
|---|---|
| হীৰা-পানা-ডালিমা পতা সোণৰ গাম খাৰু— | ১ জোৰ |
| হীৰা-ডালিমা পতা সোণৰ আঙুঠি— | ১ গোট |
| মাজত বৰ পানা একখন ও ডালিমা পতা সোণৰ দুগ-দুগী | ১ খন |
| একবৰি টকা ভৰৰ মোহৰ | ১ টা |
| মাণিকৰ মণি— | ১ „ |
| সোণৰ ডালিমা পতা দুগ-দুগী— | ১ খন |
| ৰূপৰ কলহ— | ১ টা |
| পিতলৰ শৰাই— | ১ খন |
| লাল মিনাকৰা হীৰা পতা কেৰু — | ১ জোৰ |
| | দফা ৯ |

শ্ৰীধৰ্ম্মকান্তৰ :—

সোণৰ হীৰা-ডালিমা পতা
গাম খাৰু— ১ জোৰ
মিনাকৰা মকৰ কুণ্ডল— ১ „
সোনৰ একবৰি মোহৰ— ১ টা
মাজত হীৰা, দুইফালে
ডালিমা পতা আঙ্গুঠি— ১ টা
সোণৰ দানা দুই মেৰীয়া ১ ধাৰ
সোণখতা ৰূপৰ ৰূপ ঘৰা—১
মাণিকৰ মণি— ১
পানা-ডালিমা পতা বাজু ১
মৰকতৰ আঙ্গুঠি ১
ৰূপৰ বান বাটি— ১
পিতলৰ শৰাই— ১
দফা ১১

শ্ৰীদেবকান্তৰ ভাগৰ —

হীৰা-ডালিমা পতা সোণৰ
গাম খাৰু— ১ জোৰ
সোণৰ হাৰ দুই মেৰীযা—১ ধাৰ
নীল মিনা, হীৰাপতা কেৰু ১ জোৰ
সোণৰ আঙ্গুঠি— ১ গোট
সোণৰ একবৰি মোহৰ— ১ „
মাণিকৰ মণি— ১ „
হীৰা ডালিমা পতা ছোট
দুগ-দুগী সহিত মুকুতা— ১ ধাৰ
ডাঙ্গৰ পোৱাল— ১ গোট
ৰূপৰ বান বাটি— ১ „
দফা ৯

আমাৰ দুহিতৃ শ্ৰীজয়ন্তীক :—

পূৰ্ব্বে দিয়া সেয়াই ১২৮৯ সনৰ
৯ জৈষ্ঠত দিয়া—
বাঙ্গালী সোণৰ মোহৰ—১
পানা পতা দুগ-দুগী— ১
১২ আশ্বিন—
সোণৰ মোহৰ— ১
দফা ৩

মোৰ নিজ জন্মে :—

ৰূপৰ তাউবিশ— ১
বৰ পানা, হীৰা ও ডালিমা,
পতা বাজু— ১
পটি দোলাৰ পিতলৰ
দাপ ( ণ )—তথা ১ জোৰ
লোহাৰ ঢেকৰ তৈয়াৰী
হীৰা পতা আঙ্গুঠি— ১ গোট
দফা ৫

পূৰ্ব্বে দিযা সেয়াই বৰ
ঘৈণীক দিয়া —

সোণৰ ৰেবাৰ বিৰি— ১
ৰূপৰ, ৰেৱাৰ সোণখতা
আঠ চুকীয়া টেমা— ১
ৰূপৰ বাখৰ পতা টেমী— ১
ৰূপখতা তামৰ টেমা— ১
ভুটীয়া ৰূপখতা টেমা— ১
দফা ৫

| শ্ৰীৰোহিণী নাতিনীক | শ্ৰীকালিন্দী নাতিনীক |
|---|---|
| দিয়া :— | দিয়া—পূৰ্ব্বে দিয়া সেযাই |
| ১২৮৯ সনৰ ৯ জ্যৈষ্ঠত দিয়া | ১২৮৯ সনৰ ৯ জ্যৈষ্ঠত দিয়া |
| সোণৰ বাখৰ পতা কেৰু—১ জোৰ | সোণৰ মোহৰ মহাৰাণীৰ—১ |
| একখনি পানাৰ আঙ্গুঠি— ১ গোট | দফা ১ |
| সোণৰ ৰাজামহৰী মোহৰ ।০ সিকি | বৰ বোৱাৰী শ্ৰীমাহিন্দ্ৰীক |
| ৰূপৰ ছোট থাল— ১ খন | আগে দিয়া :— |
| দফা ৪ | হীৰাপতা আঙ্গুঠি— ১ |
| | ৰূপৰ টেমা— ১ |
| | দফা ২ |

শ্ৰীকালিন্দীৰ পুত্ৰ জন্ম

১৪ আশ্বিন শুক্ৰবাৰ—শ্ৰীমতী কালিন্দীৰ পুত্ৰ এটি জন্ম হয়। গৰ্ণনাত শ্ৰীকৃষ্ণচন্দ্ৰ নাম হয় ॥ ৯১৫ ॥

হাতী চিকাৰ

এবং হাতী চিকাৰৰ জন্যে, শ্ৰীপুষ্পধৰ বৰকাকতীক হাতী সহিত পঠান যায় ॥ ৯১৬ ॥

১৮ আশ্বিন—আউনীআটী সত্ৰৰ পৰা শ্ৰীবিকা নামলগোৱা ভাঠী তীৰ্থ যাবৰ আহে। আমাৰ সেই লগে যাবৰ যো নহল ॥ ৯১৭ ॥

২৮ আশ্বিন—হলিৰামৰ জীয়েক সহিত শ্ৰীকেশবকান্তৰ শান্তি বিবাহ হয় ॥ ৯১৮ ॥

১৫ কাৰ্ত্তিক—আমাৰ সম্পত্তিৰ ভাগ কৰা ফৰ্দ্দ, নগাঞে শ্ৰীৰত্নকান্ত পাশ পঠাওঁ ॥ ৯১৯ ॥

২৮ কাৰ্ত্তিক—শেষবাৰ ঈশৰাম, কালিন্দীৰ মকৰ্দ্দমা ঘটাতে, খৰচা বাবতে ইটাৰ গড আদি সমুদয় বিক্ৰি কৰে। খৰচা ত্যাগ কৰা গ'ল ॥ ৯২০ ॥

আমি ভাঠী-তীৰ্থ যাবৰ অনুমতি লোৱা

৩০ কাৰ্ত্তিক—আমি শ্ৰীকেম্বল সাহেব ডিপুটি কমিচনৰ বাঙ্গালায় যাই, ভাঠী গঁয়া প্ৰভিতি যাবৰ অনুমতি লওঁ ॥ ৯২১॥

৪ অগ্ৰায়ণ, ২০ নওম্বৰ—গোহাটী যাই শ্ৰীকেম্বল ডিপুটি কমিচনৰ সহিত কমিটী কৰা যায়, ও বাঙ্গালী টিকা দিবৰ নিয়ম হয় ॥ ৯২২ ॥ — বাঙ্গালী টিকা দিবৰ নিয়ম

১০ অগ্ৰায়ণ—* * * শ্ৰীৰজনীৰ বিবাহ * * * দেৱহৰিৰ জীয়েক সহিত ঠিক হয় ॥ ৯২৩ ॥ — শ্ৰীৰজনীৰ বিবাহ ঠিক হোৱা

১২ অগ্ৰায়ণ—ভাঠী গঁয়া যাবৰ কাৰণে, মঞি নান্দীমুখ শ্ৰাদ্ধ জন্যে হবিষ কৰি ১৩ অগ্ৰায়ণ শ্ৰাদ্ধ পৰিবৰ্ত্তে ভোজনী (দান) পূৰ্ব্বক ১৪ অগ্ৰায়ণ দিবা ৪টা সময় যাত্ৰা কৰি, শ্ৰীকিনাৰাম ও সতা ও শ্ৰীবামনপতি পাণ্ডা ও নন্দী সহিত, ও জগবন্ধু পাণ্ডা সহিত অশ্বক্ৰান্তত থাকোঁ ॥ ৯২৪ ॥ — তীৰ্থ কাৰণ ভোজনী দান ও যাত্ৰা

১৬ অগ্ৰায়ণ, ১ ডিচাম্বৰ—শ্ৰীৰজনীৰ দেৱহৰিৰ জীয়েক সহিত বিবাহ হয় ॥ ৯২৫ ॥ — শ্ৰীৰজনীৰ বিবাহ

আমি অশ্বক্ৰান্তত পেনচিনৰ সাপক্ষে থাকোঁ। শ্ৰীবৰঘৈণী অতি অগত্যা ও আগ্ৰহ কৰি কাতৰ হোৱাতে, ভাঠী মোৰ সহিত যাবৰ অনুমতি দিয়াতে, নাৱত উঠে। ও পেনচিন্ প্ৰাপ্ত হওঁ ॥ ৯২৬ ॥ — শ্ৰীবৰঘৈণীক লগত লোৱা

১৭ অগ্ৰায়ণ—প্ৰাতসে অশ্বক্ৰান্তৰ ব্ৰহ্মকুণ্ডত স্নান পূৰ্ব্বক ভাৰী নাৱত সত্ৰাম গুৰিয়াল সহিত উঠি ৰওনা হৈ, ১১ অগ্ৰায়ণ দিবা ৪টা সময় ধুবুৰী পাই, নাৱতে থাকি, ২৩ অগ্ৰায়ণ ভাৰী নাউ ত্যাগ পূৰ্ব্বক, ধুবুৰীৰ জাহাজত ১০টা সময় উঠি, ২টা সময় যাত্ৰাপুৰত উঠি, খচকি যাই ধপনা নদী, নাৱত পাৰ, সন্ধ্যা সময় হোৱাতে, মোৰ দক্ষিণ ভৰিৰ অনামিকাঙ্গুলিৰ নখ উঠি কিছো তেজ নিৰ্গত হৈছিল। তদপৰ বাম উঠি বালিত কিছোমান যোৱাতে, কুৰিগাঞৰ নদী পাৰ হৈ আৰ্ডাত (আড্ডাত) থাকোঁ। ২৪ অগ্ৰায়ণ দিবা ৪টা সময় ৰেলত উঠি, ৮টা সময় কাউনিয়া ষ্টেচন্ পাই, তাতে নৈহাটীলৈ টিকিট্ ৯টা সময় লৈ, ৰেলত উঠি, তামাম ৰাতি যাই, পদ্মা নদী পাই জাহাজত উঠি, — অশ্বক্ৰান্তৰ ব্ৰহ্মকুণ্ডত স্নান পূৰ্ব্বক তীৰ্থ যাত্ৰা — ধুবুৰীত নাউ ত্যাগ ও জাহাজত উঠা — ৰেল যোগে কুৰিগাঞ হৈতে কাউনিয়া ও নৈহাটী

২৫ অগ্ৰায়ণ ৯টা সময় নৈহাটী পাই, গঙ্গাৰ পূব পাৰে থাকোঁ। ও গঙ্গাস্নান কৰোঁ ॥ ৯২৭ ॥

২৫ অগ্ৰায়ণ, ৰবিবাৰ—নৈহাটীত থাকি গঙ্গাস্নান পূৰ্ব্বক হবিষ থাকোঁ ॥ ৯২৮ ॥

গঙ্গাত, ৺মাতৃ ও ৺ দুৰ্গাকান্তৰ অস্থি খেপন

২৬ অগ্ৰায়ণ—তীৰ্থ পাৰ্ব্বণ পৰিবৰ্ত্তে ভোজনী উৎসৰ্গ ও ৺মাতৃ ও দুৰ্গাকান্তৰ অস্থি খেপন কৰোঁ। ও ব্ৰাহ্মণ কয়েক জনক ভোজন কৰান যায় ॥ ৯২৯ ॥

হুগ্‌লি হৈতে বৈদ্যনাথ ও বাঁকিপুৰ বা মিঠাপুৰ

২৭ অগ্ৰায়ণ—দিবা ৮টা সময় ৺গঙ্গা পাৰ হৈ ঘোৰাৰ দুই গাড়ীৰ দ্বাৰা, বৰঘৈণী সহিত মঞি এক গাড়ীত উঠি হুগ্‌লিৰ ষ্টেচনে টিকিট লৈ, ৫টা সময় বৈদ্যনাথ পহুচি আৰ্ডাত (আড্ডাত) ৰাতি থাকি, ২৮ অগ্ৰায়ণ মিঠাপুৰ বা বাঁকিপুৰত দুই বাজাত পহুচি, ৰাতি তাতে থাকোঁ ॥ ৯৩০ ॥

গঁয়া ধাম পহুচা

২৯ অগ্ৰায়ণ—মিঠাপুৰ হৈতে ৭টা সময় ৰেলত ৰওনা হৈ গঁয়া ধাম ১১টা সময় পাই, শ্ৰীমতিলাল সেন পাণ্ডাৰ অনুমতি মতে পাকা ঘৰে থাকা যায়। ও হবিষ কৰা যায় ॥ ৯৩১ ॥

গঁয়াত স্নান ও পূজা

১ পৌষ—ফল্‌গু, গঁয়া স্নান পূৰ্ব্বক বালিত যোৰশী কৰা যায়। শ্ৰীমতিলাল সেন ওৰফে বালগোবিন্দ পাণ্ডাৰ পাও-পূজা কৰা যায় ॥ ৯৩২ ॥

যোৰশী পিণ্ড

২ পৌষ—ফল্‌গু স্নান, গঁয়াৰ বিষ্ণুপদে শ্ৰীবৰঘৈণী সহিত যোৰশী পিণ্ড দিয়া যায় ॥ ৯৩৩ ॥

কল্পবৃক্ষাদিত পূজা

৩ পৌষ—অক্ষয় কল্পবৃক্ষে যোৰশী ও বিষ্ণুপদে যোৰশী কৰি, পাণ্ডাৰ সুফল লোৱা যায়। ও পাণ্ডাৰ পাও পূজা কৰা যায়। ১০১৲ টাকা দিয়া যায় ॥ ৯৩৪ ॥

ব্ৰাহ্মণ ভোজন

৪ পৌষ—ব্ৰাহ্মণ কয়েকজনক ভোজন কৰান যায় ও ৰাতি ক্ষেত্ৰে যাবৰ মনস্থ হ'ল ॥ ৯৩৫ ॥

মিঠাপুৰ

৫ পৌষ—পাণ্ডাক ১০০৲ টাকা দি বিদায় হোৱাতে সুফল দিলে। তদপৰ ষ্টেচনে আহি ১টা সময় টিকিট্ লৈ, ৫টা সময়

মিঠাপুৰ পহুচি বাসাত জল খাই দোস্‌ৰা ৰেলে ৰাত্ৰ ১০টা সময় উঠি ৰওনা হৈ, তামাম ৰাতি যাই,—

৬ পৌষ—প্ৰাতঃকালে বৈদ্যনাথ পোৱা হ'ল। এবং গৰুৰ দুই গাড়ী লৈ পূব তৰফ বৈদ্যনাথে পহুচি পুষ্কৰণীত স্নান পূৰ্ব্বক, মহাদেব দৰ্শন কৰি, জল খাই, পুনৰ আহি বৈদ্যনাথৰ আৰ্ডাত ভোজন কৰি ৰাতি থাকোঁ॥ ৯৩৬॥ বৈদ্যনাথ

৭ পৌষ—বৈদ্যনাথ হৈতে ১২টা সময় ৰেলে বৰ ঘৈণী সহিত উঠি, বৰ্দ্ধমান জেলাৰ ৰাণীগঞ্জ ৪টা সময় পহুচি ৰাতি থাকোঁ। ৰাণীগঞ্জ

৮ পৌষ—(শ্ৰী) ক্ষেত্ৰে যাবৰ কাৰণ গৰুৰ দুই গাড়ী ৩৬৲ টাকাত বন্দবস্ত কৰি ৯৲ টাকা দিয়া যায়॥ ৯৩৭॥ গৰুগাড়ীত ভ্ৰমণ

৯ পৌষ—ৰাণীগঞ্জ হৈতে প্ৰাতসে এক গৰুৰ গাড়ী হৈতে ৰওনা হৈ, ৰূপনাৰায়ণ ও দামোদৰ নদী পাৰ হৈ জেলা বাঁকুৰা ও মেদিনীপুৰ এৰাই কাঞ্চনী নদী পাৰ হৈ যাই,— ৰূপনাৰায়ণ, দামোদৰ নদী, বাঁকুৰা মেদিনীপুৰ, কাঞ্চনী নদী

১৯ পৌষ—বৈতৰণী নদী পাৰ ও কটক জেলাৰ জাজ্‌পুৰ মহকুমা চহৰে থাকোঁ॥ ৯৩৮॥ বৈতৰণী নদী জাজ্‌পুৰ

২০ পৌষ—বৈতৰণীত স্নান পূৰ্ব্বক, তৰ্পণ, সালঙ্কৃতা ধেনু এক দান কৰি, খড্‌খড়ি ও দোলাৰ দ্বাৰা শ্ৰীবৰঘৈণী সহিত যাই, ব্ৰহ্মাৰ নিৰ্ম্মিত সৰোবৰে স্নান তৰ্পণ ও নাভিগঁয়াত শ্ৰাদ্ধ পিণ্ড দি ৺বিৰজা দেবীক দৰ্শন ও সেৱা কৰি বাসায় বৈতৰণী আহি, শ্ৰীগোবিন্দ শৰ্ম্মা পাণ্ডা প্ৰভিতিক ভোজন কৰাই, বিদায় হৈ, থাকোঁ॥ ৯৩৯॥ সালঙ্কৃতা ধেনু দান ব্ৰহ্মাৰ সৰোবৰ, নাভি গঁয়া ৺বিৰজা দেবী

২১ পৌষ—ৰাত্ৰি আন্দাজ এক প্ৰহৰ থাকিতে তথা হৈতে ৰওনা হৈ, মহানদী প্ৰভিতি পাৰ হৈ,— মহানদী

২৫ পৌষ—৩টা সময় শ্ৰীক্ষেত্ৰ পহুচি এবং মঞ্জি শ্ৰীবৰঘৈণী সহিত সুভগা নদী পাৰ হৈ, শ্ৰীমন্দিৰৰ ধ্বজা দেখি খচকিতে গ'লোঁ। এবং শ্ৰীমধু মিশ্ৰ অগ্ৰসাৰী হৈ আহি চন্দন সৰোবৰত শ্ৰীক্ষেত্ৰ, সুভগা নদী চন্দন সৰোবৰ

১৮ নলা চকী সিংহদ্বাৰ ৰঘুনাথ মহাপাত্ৰ নাটমন্দিৰৰ পৰা সেৱা

পা মুখ ধুই, ১৮ নলা চকী এৰাই সিংহদ্বাৰ পালোঁ। ও শ্ৰীৰঘুনাথ মহাপাত্ৰ উপস্থিত হোৱাতে সেৱা কৰি তৎসহিত যাই, নাটমন্দিৰৰ পৰা ৺মহাপ্ৰভুক সেৱা দণ্ডবৎ কৰি পশ্চিম গড়ৰ বাহিৰে ওচৰতে পাকা ঘৰত থকা গ'ল ॥ ৯৪০ ॥

মাৰ্কণ্ড হ্ৰদ, মন্দিৰ সোমাই মহাপ্ৰভুক দৰ্শন ও সেৱা

ৰোজ আটীকা অখণ্ড প্ৰদীপ তোলসী মালা নিজৰ ও পৰিয়ালৰ কাৰণ টাকা দি বহীত লিখোৱা

২৬ পৌষ—৺ক্ষেত্ৰধামে মাৰ্কণ্ড হ্ৰদে স্নান পূৰ্ব্বক মহাপ্ৰভুক, মন্দিৰ সোমাই, শ্ৰীবৰঘৈণী সহিত দৰ্শন ও সেৱা কৰোঁ। তদপৰ বৈকুণ্ঠ নামক স্থানে বৰঘৈণী প্ৰভিতি সহিত যাই, মোৰ ও বৰঘৈণীৰ নামে, ২৫০৲ টাকাত ৰোজ এক সেৰৰ আটীকা, ও শ্ৰীকমলাকান্তৰ নামে ৩২৲ টাকাৰ অখণ্ড প্ৰদীপ, ও শ্ৰীৰত্ন-কান্তৰ ৩২৲ টাকাৰ অখণ্ড প্ৰদীপ, ও শ্ৰীধৰ্ম্মকান্তৰ নামেও ১০৲ টাকাত ৰোজ তোলসীমালা ১ ধাৰ, শ্ৰীদেবকান্তৰ নামেও ১০৲ টাকাত ৰোজ তোলসীমালা ১ ধাৰ দিবৰ নিয়ম পূৰ্ব্বক বৈকুণ্ঠস্থানত টাকা দি প্ৰভুৰ বহী ও ৰাজাৰ মহাপাত্ৰৰ বহীত লিখাওঁ। এবং পুনৰ—মহাপ্ৰভুৰ মন্দিৰ প্ৰবেশ হৈ সেৱা কৰি বাসায় যাই মহাপ্ৰসাদ ভোজন কৰোঁ॥ ৯৪১ ॥

শ্বেত গঙ্গাত স্নান সমুদ্ৰ তীৰত চন্দ্ৰতীৰ্থত শান্তি তৰ্পণ হনুমানাদিৰ মূৰ্ত্তি দৰ্শন কল্কি অৱ-তাৰ, ঘুমুচা দেবী দৰ্শন

২৭ পৌষ—শ্বেত গঙ্গাত শ্ৰীবৰঘৈণী সহিত স্নান পূৰ্ব্বক, সমুদ্ৰে যাই স্নান পৰিবৰ্ত্তে শান্তি লৈ শ্ৰাদ্ধ ও পিণ্ড দিয়া যায়। তদপৰ সমুদ্ৰৰ তীৰে তীৰে, বালিয়েদি পূৰ্ব্ব তৰফ যাই, বৰঘৈণী সহিতে চন্দ্ৰতীৰ্থ পোৱা গ'ল। তাতে শান্তি-তৰ্পণ কৰা গ'ল। তদপৰ হনুমান ও অঙ্গদৰ মূৰ্ত্তি দেখি, বালি, বালি, পূব-উত্তৰ তৰফ্ যাই, ইন্দ্ৰদ্যুম্ন সৰোবৰ পোৱা গ'ল। তাতে স্নান, শান্তি পূৰ্ব্বক ও তৰ্পণ কৰি বালমাধৱক দৰ্শন ও মহাদেৱ দৰ্শন কৰি কল্কি অৱতাৰ দৰ্শন কৰি ৺ঘুমুচা দেৱীক দৰ্শন পূৰ্ব্বক, পুনৰ গাড়ীৰ দ্বাৰা ক্ষেত্ৰে আহি, মহাপাত্ৰ ও ব্ৰাহ্মণ কয়েকজনক ভোজন কৰাই কিঞ্চিৎ দক্ষিণা দি বৰঘৈণী

সহিত সেৱা দণ্ডবৎ কৰা যায়। তদপৰ মহাপাত্ৰ সকলৰ ঘৰে যাই, ঘৰ চাওঁ। এবং সঙ্গে বৰঘৈণীও যায় ॥ ৯৪২ ॥

২৮ পৌষ—অতি প্ৰভাতে স্নান পূৰ্ব্বক বৰঘৈণী সহিতে মহাপ্ৰভুৰ মঠৰ ভিতৰ যাই শয্যা সহিত দণ্ডবৎ। তদপৰ, মহাপ্ৰভু সিংহাসনে উঠাতে প্ৰণাম, দণ্ডবৎ ও সিংহাসন সমন্বিতে —প্ৰদক্ষিণ। বাহিৰে আহি ৰোহিনীকুণ্ডৰ জল শান্তি লৈ চতুৰ্ভুজাক ও অক্ষয়বট দৰ্শন, সেৱা কৰি, ৺বালমুকুন্দ ও বিমলা-দেৱীক, ও কলি 'ও একাদশী আদি দৰ্শন কৰি, বাসায় আহি শ্ৰীগদাধৰ ও শ্ৰীঅনন্ত ও শ্ৰীভীমসেন ও শ্ৰীৰঘুনাথ মহাপাত্ৰক বিদায় হৈ, গধূলি সময়, মহাপ্ৰভুক মঠ সহিত প্ৰদক্ষিণ কৰি আহিলোঁ। ও শ্ৰীকমলাকান্তৰ প্ৰেৰিত ১০০৲ টাকাৰ মণিঅৰ্ডাৰ পোৱা গ'ল কিন্তু জগন্নাথপুৰ লিখাতে কটক জিলাৰ পৰা নিবৰ কলে ॥ ৯৪৩ ॥ মহাপ্ৰভুক শয্যাত ও সিংহাসনত দৰ্শন দণ্ডবৎ ৰোহিণী কুণ্ড চতুৰ্ভুজা অক্ষয় বট ৺বালমুকুন্দ বিমলাদেৱী একাদশী আদি দৰ্শন মঠ সহিত মহাপ্ৰভুক প্ৰদক্ষিণ

২৯ পৌষ—অদ্য মকৰ সংক্ৰান্তি, অনেক লোক জমা হ'ল। ৮৪ বাৰ প্ৰভুক প্ৰদক্ষিণ লোক সকলে কৰিছিল। আমি বৰঘৈণী সহিতে বাহিৰৰ পৰা প্ৰণাম কৰি আহি, বাসায় থাকোঁ। আগত কল্য গোহাটীমুখে ৰওনা হবৰ স্থিৰ কৰিলোঁ ॥ ৯৪৪ ॥ মকৰ সংক্ৰান্তি

১ মাঘ—অতি প্ৰাতসে স্নান পূৰ্ব্বক, মহাপ্ৰসাদ গ্ৰহণ পূৰ্ব্বক, শ্ৰীবৰঘৈণী সহিতে শ্ৰীমন্দিৰ প্ৰবেশ হৈ মহাপ্ৰভুক দৰ্শন, প্ৰণাম ও সিংহাসন সহিত প্ৰদক্ষিণ কৰি, বাহিৰ আহি, সিংহ-দ্বাৰে ৺পতিতপাবন প্ৰভুক দৰ্শন, প্ৰণাম কৰি, শ্ৰীগদাধৰ প্ৰভিতি মহাপাত্ৰক বিদায় হৈ, শ্ৰীবামনপতি ও শ্ৰীজগবন্ধু পাণ্ডা সহিত দুই গৰুৰ গাড়ীতে যাই দণ্ডভগা নদী পাৰ হৈ, ৺সাক্ষীগোপাল, ৺ভুবনমোহন মূৰ্ত্তি দৰ্শন প্ৰণাম কৰি, যাই, সন্ধ্যা সময় নিৰ্ম্মল বাজাৰে থাকা যায় ॥ ৯৪৫ ॥ মহাপ্ৰভুক দৰ্শন প্ৰণামাদি অন্তে সিংহদ্বাৰে ৺পতিত-পাবন প্ৰভুক দৰ্শন এবং গৰুগাড়ী যোগে দণ্ড-ভগা নদী পাৰ হৈ ৺সাক্ষী-গোপালাদি মূৰ্ত্তি দৰ্শন নিৰ্ম্মল বাজাৰ

তথা হৈতে মেদিনাপুৰ কাঞ্চনী নদী খান্দা নদী উলুবাৰী গঙ্গাস্নান

২ মাঘ—তথা হৈতে ৰওনা হৈ ক্রমাৎ যাই, ১১ মাঘ—দুইটা সময় মেদিনীপুৰ জেলা পহুচি, কাঞ্চনী নদী গাড়ীৰ দ্বাৰা পাৰ হৈ এক ঘৰে থাকিবৰ আয়োজন কৰা হ'ল। এবং তথা হইতে খান্দা নদীয়েদি জাহাজ দ্বাৰা কলিকাতা পহুচি, গোহাটী যাবৰ মনস্থ কৰি থাকাতে সন্ধ্যা বাদ হ'ল। ও জাহাজ উত্তৰ পাৰে নাহা ও খান্দাজানতে থাকিবৰ কোৱাতে, ভাত নাখাই জলগ্রহণ পূর্ব্বক, ৰাতি ৯টা সময়, সেই কাঞ্চনী নদী বৰঘৈণী সহিতে নামি পাৰ হৈ নদীৰ কাখতে কিছো অপেক্ষা কৰি থাকাতে, ১০টা সময় জাহাজ অহাতে, তাতে উঠি তামাম ৰাতি যাই, প্রভাতে উলুবাৰী পাই, তৰাতৰিতে মঞ্চি গঙ্গাস্নান পূর্ব্বক,—

কলিকাতা কালীঘাট

১২ মাঘ—দোসৰা জাহাজত উঠি গঙ্গানদীয়েদি উজাই যাই ১২ টা সময় কলিকাতাৰ গৱৰ্ণৰ সাহেবৰ বাঙ্গালাৰ কাখত উঠি ঘোৰাৰ দুই গাডী দ্বাৰা ৺কালীঘাট গঙ্গাৰ পাৰত থাকোঁ ॥ ৯৪৬ ॥

শিয়ালদহ পদ্মা নদী

১৩ মাঘ—গঙ্গাস্নান ও ৺কালী ঠাকুৰাণীক দর্শন কৰি দিবা ২ টা সময় শিয়ালদহ দুই গাডী দ্বাৰা পহুচি, তথায় ৩ টা সময় ৰওনা হৈ, সন্ধ্যা সময় পদ্মা নদী পোৱাতে জাহাজ দ্বাৰা পাৰ হৈ, দোসৰা ৰেলত উঠি, তামাম ৰাতি আহি কাউনিকা পোৱাতে প্রভাত হ'ল ॥ ৯৪৭ ॥

কুৰিগ্রাম

১৪ মাঘ—কুৰিগ্রাম পহুচি তথায় থাকোঁ ॥ ৯৪৮ ॥

ধপনা নদী হৈতে, যাত্রাপুৰ তথা হৈতে ধুবুৰী

১৫ মাঘ—ৰেলত উঠি কিছোমান যাই, ধপনা নদী পাৰ হৈ খচকিতে যাই, যাত্রাপুৰত জাহাজত উঠি, ৰাতি ৯ টা সময় ধুবুৰী পাই ৰাতি বৃষ্টিতে উঠি এক ঘৰত থকা গ'ল। কিছো খোৱা নহ'ল। বৰ ক্লেশ পোৱা গ'ল ॥ ৯৪৯ ॥

১৬ মাঘ—প্ৰভাতে মানুহ থবলৈ যোৱা বেঙ্গাৰ নাউ পাই তাতে উঠি ৰওনা হৈ আহি,— ধুবুৰী হৈতে অশ্বক্রান্ত

২৭ মাঘ—জেলা কামৰূপৰ অশ্বক্রান্ত পাই, তাতে থাকি,— ব্ৰহ্মকুণ্ডে স্নান ও গৃহপ্ৰবেশ

২৮ মাঘ—ব্ৰহ্মকুণ্ডত স্নান পূৰ্ব্বক ঘৰ উঠি ব্ৰাহ্মণ ৭ জনক ভোজন কৰাই ঘৰ লওঁ ॥ ৯৫০ ॥

৩ ফাগুন, ১৪ ফেব্ৰুৱাৰী—গোহাটী যাই, শ্ৰীশিৱপ্ৰসাদ মনচুক সহিত ও হলিৰাম সহিত কাছাৰীত দেখা ॥ ৯৫১ ॥ গোহাটী যাই শিৱ-প্ৰসাদাদিক দেখা কৰা

৭ ফাগুন—গোহাটী বলৰাম ফোকন পাশ যাই হাতী এটি খৰিদ কৰি লবৰ কথা কওঁ। ও ভৰলু সত্ৰে যাই ৰাজমেধিক দেখা ও মহাপ্ৰভুক সেৱা কৰো ॥ ৯৫২ ॥ বলৰাম ফোকন পাশ হাতী কিনা কথা ও ভৰলু সত্ৰে যোৱা

১২ ফাগুন—গোহাটী যাই, শ্ৰীকেম্বল সাহেব ডিপুটী কমিচনৰ সহিত দেখা হওঁ ॥ ৯৫৩ ॥ কেম্বল সাহেব সহিত দেখা হোৱা

২ চৈত্ৰ বৃহস্পতিবাৰ -শ্ৰীমতী বৰঘৈণী সহিত নগাঞা বোৱাৰী ও শ্ৰীইন্দুমতীক ও শ্ৰীকমলাকান্ত ও তস্য ঘৈণী নগাঞে যাবৰ কাৰণে নাৱত উঠি, ৩ চৈত্ৰ—নগাঞে ৰওনা হৈ যাব ॥ ৯৫৪ ॥

২৪ চৈত্ৰ—শ্ৰীবৰঘৈণী নগঞা বোৱাৰীক থৈ, শ্ৰীইন্দুমতী সহিত নগাঞ হৈতে, দুপ্ৰহৰ সময় ঘৰ পহুচে। শ্ৰীকমলা, তস্য ঘৈণী নগাঞত থাকিল ॥ ৯৫৫ ॥

---

## (গ) ১৮০৫ শক। ১২৯০ সন। ১৮৮৩-৮৪ ইং।

বিষয়াদি—পৰগণা বন্দবস্ত—শ্ৰীশ্ৰীএলিয়ট চীফ্ কমিচনৰৰ ছুটাত শ্ৰীশ্ৰীৱাৰ্ড একটিং চীফ্ কমিচনৰ—তহচীলদাৰৰ ১০০৲ টাকা ও মণ্ডলৰ ৬৲ টাকা দৰমহা হোৱা—উত্তৰ গুৱাহাটী ৰজাদুৱাৰ পাহাৰত শ্ৰীকেম্বল সাহেব বঙ্গলা সজোৱা। শ্ৰীলেম সাহেব বিলাত যোৱা—শ্ৰীৰত্নক পুৰস্কাৰ দিয়া—কলিকাতাৰ মেলা—শ্ৰীৰোহিণীৰ (দৌহিত্ৰীৰ) বিবাহৰ আয়োজন—অন্যান্য কথা।

ইংৰাজ বিষয়া সকল — শ্ৰীশ্ৰীএলিয়েট চীফ্ কমিচনৰ। তেওঁ ছুটা তিনি মাহৰ লোৱাতে, ৱাৰ্ড জজ সাহেব একটিং হয়। ও বেম্বল সাহেব ডিপুটা কমিচনৰ ছুটী লোৱাতে শ্ৰীপ্ৰেণকুণ একটিং ডিপুটা কমিচনৰ হয়। এবং গত সনৰ নিৰিখ, বেৱস্থা মতে পৰগণা সকল এক এক সনা ম্যাদে বন্দবস্ত কৰিলে॥ ৯৫৬॥

(পৰগণা বন্দবস্ত)

মঞি অসুস্থ — ৭ বৈশাগ—মোৰ শৰীৰে দক্ষিণ পাৰ্শ্বে বিচিৰ কাখে ব্ৰণ এটি হৈ ক্ৰমাৎ টান হলত,—

১১ বৈশাগ—শ্ৰীকমলাকান্ত আহিবৰ কাৰণে নগাঞে টেলিগ্ৰাফ কৰোঁ॥ ৯৫৭॥

১৩ বৈশাগ—সত্য লগুৱাৰ বাপেক মৰা শুনি নগাঞৰ পৰা বামে আহি পহুচে॥ ৯৫৮॥

মাঞ শয্যাগত — ১৪ বৈশাগ—মোৰ বেমাৰ হেতু বঘাৰ পুত্ৰ শ্ৰীথানেশ্বৰক অনাওঁ, পহুচে। মঞি শয্যাগত॥ ৯৫৯॥

১৬ বৈশাগ—শ্ৰীকমলাকান্ত বোৱাৰী সহিত পহুচে॥ ৯৬০॥

মঞি কিছো আৰাম পাওঁ — ১৭ বৈশাগ—থানেশ্বৰ জাৰাতে কিছো আৰাম পাওঁ। সত্য, বাপেকৰ কৰ্ম্ম কৰিব, ঘৰে পঠাওঁ॥ ৯৬১॥

ডম্বৰুধৰ (বৰকাকতী) মেম্বৰ মকৰৰ — ২৩ বৈশাগ—উত্তৰ গোহাটীৰ ৰায়ত প্ৰজাৰ টিকিট মত ডম্বৰুধৰ মেম্বৰ মকৰৰ হয়॥ ৯৬২॥

১৪ জ্যৈষ্ঠ—শ্ৰীকেম্বল সাহেব ডিপুটী কমিচনৰ বেমাৰ হোৱাতে শ্বিলিঙে যাই ॥ ৯৬৩ ॥

কেম্বল সাহেব শ্বিলিং যোৱা

১ আষাড—প্ৰেমৰুণ সাহেব একটিন হয় ॥ ৯৬৪ ॥

প্ৰেমৰুণ একটিং ডে কমিচনৰ

১০ আষাড—শ্ৰীশ্ৰীএলিয়েট চীফ্ কমিচনৰ তিনি মাহৰ ছুটী লৈ বিলাতে যোৱাতে, ৱাইট্ (১) জজ সাহেব একটিন হৈ শ্বিলিঙে যায় ॥ ৯৬৫ ॥

শ্ৰীশ্ৰীএলিএট বিলাত যোৱা ৱাইট্ জজ সাহেব একটিং চীফ্ কমিচনৰ

২৯ শ্ৰাৱণ—কেম্বল সাহেবেৰ ৰেপট অনুসাৰে, মৌজাদাৰ গুচাই ৪ জন তহচীলদাৰ মকৰৰ বৰে। এবং মণ্ডল ছয় ছয় টাকা দৰমহায় ঠাকুৰীয়া ন্যায় মকৰৰ হয়। তহচীলদাৰৰ ১০০৲ টাকা দৰমহা হয় ॥ ৯৬৬ ॥

তহচীলদাৰৰ ১০০৲ টাকা, মণ্ডলৰ ৬ টাকা দৰমহা

১ ভাদ্ৰ—সৰুজনা গোসাঞীৰ পূবফালৰ পৰ্ব্বতত কেম্বল সাহেব বাঙ্গালা এটি তৈয়াৰ কৰায় ॥ ৯৬৭ ॥

উত্তৰ গোহাটীত কেম্বল সাহেবৰ বাঙ্গালা

৭ ভাদ্ৰ—বলৰাম ফোকন ফৌত্ হয় ॥ ৯৬৮ ॥

বলৰাম ফোকন ফৌত্

১৯ ভাদ্ৰ—জয়নাথ নাজীৰৰ ঘৰে যাই শ্ৰীৰোহিণীক বিবাহ কৰাবৰ বিষয় উত্থাপন কৰোঁ ॥ ৯৬৯ ॥

১১ কাৰ্ত্তিক—শ্ৰীলেম সাহেব কাম হৈতে অৱসৰ পেনচীন লৈ বিলাতে যায়, শ্ৰীৰত্নকান্তক ঘড়ী এটা ও চাৰ্টুফিকেট্ দিয়ে ॥ ৯৭০ ॥

শ্ৰীলেম সাহেব বিলাত যোৱা শ্ৰীৰত্নক ঘড়ী ও চাৰ্টুফিকেট্ দিয়া

টীকা —(১) বুৰঞ্জীমতে "ৱাৰ্ড" হব লাগে ( Gait's History of Assam )

—সম্পাদক

কলিকাতায় মেলা

১৯ অগ্ৰায়ণ, ৪ ডিচাম্বৰ—অদ্যবধি ফেব্ৰুৱাৰী মাহতক কলিকাতায় মেলা হয়। তদৰ্থে লোক জন তথায় যায় ॥ ৯৭১ ॥

শ্ৰীৰোহিণীক শ্ৰীনোমলীত বিবাহ দিবলৈ ঠিক কৰা

১১ চৈত্ৰ—শ্ৰীৰোহিণীক বিবাহ কৰিবৰ, জয়নাথ নাজীৰক কোৱাতে, বিবাহ পাচোৱাই পাচোৱাই নিয়ে। সেই দেখি, মঞি নিজে জগত সহিত নাজীৰৰ ঘৰে যোৱাতে, পূৰ্ব্বেই ধুবুৰী চলি যোৱা হেতু, মনত বিৰক্ত হৈ শ্ৰীনোমলীক বিবাহ দিবৰ ঠিক কৰি,—

বিবাহৰ আয়োজন

১৬ চৈত্ৰ ৰওনা হৈ যাই এক ৰাতি থাকি, কাউৰবাহা ও কেন্দুকুচি ও বাহনা হৈ, চাউলৰ ও মানুহৰ বন্দবস্ত পূৰ্ব্বক,—

২৫ চৈত্ৰ—ঘৰ পাওঁ ॥ ৯৭২ ॥

---

# চতুৰ্থ অধ্যায়

## শ্ৰীশ্ৰীৱাৰ্ড* সাহেব চীফ্ কমিচনৰ (Sir W E Ward, K C S I)

(ক) ১৮০৬ শক। ১২৯১ সন। ১৮৮৪-৮৫ ইং।

বিষয়াদি পৰগণা বন্দবস্ত—শ্ৰীশ্ৰীৱাৰ্ড বাঙ্গুলেৰ জজ হৈ যায়—তৎকৰ্ম্মে জনচন হোৱা—দৌহিত্ৰী শ্ৰীৰোহিণীৰ বিবাহ—ঘৰ পোৰা—জুৰী হোৱাত আপত্তি—বিশিষ্ট লোকৰ মৃত্যু—উমানন্দৰ মঠৰ ধোৱা—অন্যান্য।

ই ৰাজ বিষয়া সকল পৰগণা বন্দবস্ত

শ্ৰীশ্ৰীৱাৰ্ড একটিং চীফ্ কমিচনৰ, ও জন্চন সাহেব জজ কমিচনৰ। ও কেম্বল সাহেব ডিপুটী কমিচনৰ। এওঁ গত সনৰ নিৰিখ মতে পৰগণাসকল বন্দবস্ত এক এক সনা ম্যাদে কৰিলে। কিন্তু তহচীলদাৰ কৰিবৰ মতলবে থাকিল ॥ ৯৭৩ ॥

---

টোকা —"ৱাড" মূল পুথিত "ওৱাইত" লিখা আছে।

১ বৈশাগ—দেহিৰাম পাটগিৰি আহি শ্ৰীৰোহিণীক ধৰাতে পূৰ্ব্বোক্ত বিবৰণ কৈ তেওঁলৈ চিঠি লিখাতে উত্তৰ নোপোৱা হেতু শ্ৰীনোমলীক দিবৰ ঠিক কৰি ১২ বৈশাগ বিবাহ পতা নিশ্চয় কৰি কলো ॥ ৯৭৪ ॥

শ্ৰীশ্ৰীবাৰ্ড সাহেব বাঙ্গুলে জজ হৈ যোৱা

২ বৈশাগ, ১৩ আপ্‌ৰেল্—শ্ৰীশ্ৰীবাৰ্ড একটিন চীফ্ কমিচনৰ বাঙ্গুলে এবটিং জজ হৈ যায়। তৎকৰ্ম্মে জনচন সাহেব জজ হয় ॥ ৯৭৫ ॥

জনচন একটিং চীফ কমিচনৰ

শ্ৰীৰোহিণীৰ বিবাহ ও বৰ ও কন্যাৰ দিয়া দ্ৰব্যজাত

১২ বৈশাগ, ২৩ আপ্‌ৰেল্—অদ্য শ্ৰীৰোহিণীকে শ্ৰীনোমলীক (১), শ্ৰীটৌবৰ শৰ্ম্মা দ্বাৰা বিবাহ দিয়া গ'ল। ঐ বিবাহে ,—

বৰৰ দিয়া —

পাটৰ চুৰিয়া চাদৰ— ১ জোৰ
বাখৰপতা সোণৰ আঙ্গুঠি— ১ টা
বোৰা-অৰ্ঘা — ১ জোৰা
তাম-পিতল— ১ সঁজুলি
পালঙ্গি, তোলী-পাটী, তাঙপৰা, আঠুৱা, বৰকাপোৰ সমেত— ১ দফা

শ্ৰীৰোহিণীক দিয়া —

সোণৰ বাখৰপতা আঙ্গুঠি —৫ টা
সোণৰ মিনাকৰা বাখৰামি বিৰি এটা, সোণৰ বাখৰামি বিৰি প্ৰবাল সহিত ৰূপৰ কোণ্পাণ— ১ থোপা
সোণৰ বাখৰামি গলপতা ৮ গোট ( চাপ-কলি )— ১ ধাৰ

শ্ৰীৰোহিণীক দিয়া ( ক্ৰমশঃ )

সোণৰ ওকা বিৰি ১ গোট, পোৱাল সহিত মণি— ১ থোপা
সোণৰ ওকা বিৰি ৮ গোট পোৱাল সহিত— ১ ধাৰ
সোণৰ বাখৰামি কেৰু—১ জোৰ
গাত বনকৰা জুৰীয়া কাপোৰ— ১ খন
বাণাৰসী ৰিহা— ১ খন
পাটৰ ৰিহা-মেখেলা— ১ জোৰ
গুণাকটা খনীয়া— ১ খন

আগে দিয়া —

সোণৰ বাখবামি কেৰু— ১ জোৰ
একখনি পাণাৰ আঙ্গুঠি—১ টা
সোণৰ ৰাজা মহৰী মোহৰ— ১ সিকি
সোণৰ চৰণচাব সহিত ছোট মুকুতা— ১ ধাৰ

১৪ দফা

॥ ৯৭৬ ॥

টীকা :—(১) অৰ্থাৎ শ্ৰীতিলকচন্দ্ৰ শৰ্ম্মা চাংকাকতীক। —সম্পাদক

জয়নাথ নাজীৰক শ্ৰীৰোহিণীক ফোট্ পিন্ধোৱা দ্ৰব্যাদি ওভতাই দিয়া

৩১ বৈশাগ—জয়নাথ নাজীৰ শ্ৰীৰোহিণীক ফোট্ পিন্ধোৱা হেতু, পূৰ্ব্বে দিয়া দ্ৰব্যসকল শ্ৰীকণিকা ও শ্ৰীধৰ্ম্মকান্ত ও শ্ৰীভূমিৰ দ্বাৰা ১১ দফা মান চমজাই দিয়া গ'ল ॥ ৯৭৭ ॥

ঘৰ-পোৰাত ঈশৰানৰ খৰিদা মাটিত থকাৰ মনস্থ

১ জৈষ্ঠ, ১৩ মেই, দিবা ১১টা সময়, মঞি ভাত খাই বৰঘৰতে শোৱাঠাই, শয়ন কৰিছিলো। শ্ৰীবৰঘৈণীয়ে চোতালত, ঘৰৰ তিৰোতালোকৰ দ্বাৰা চাকি নৈবেদ্য দি গোপিনী সভা কৰিছিল। সভা সাং হ'ল, এনেতে মাৰল ঘৰৰ মূধত—'জুই, জুই'—বুলি চিৎবাৰ কৰাতে তৰাতৰি কৰি, মঞি উঠি আহি দেখিলো যে মাৰল ঘৰৰ মূধত জুই লাগি এটা বৰজ্বাপিৰ মান পুৰিছে। সৰুৰাম বন্ধা প্ৰভিতিক তোলি দিলো হয়, জুই মুনাব নোৱাৰিলে। সকলো ঘৰ পুৰিলে। বৰ ঘৰৰ কোঠাত লোহাৰ পেৰা আছিল পুৰিব নহ'ল। অন্য সকল পুৰিলে, কেৱল বাৰ্ণিৰৰ বেই ওলিয়ালে। পাচে, বাতি তাতে চালি দুই ডোখৰ কৰি থকা হ'ল। কিন্তু তাত নানা কাৰণে থকা অসাধ্য বিবেচনা, শ্ৰীকমলাকান্ত সহিত কৰি, ঈশৰামৰ খৰিদা মাটিতে ঘৰ সাজি থাকাৰ মনস্থ হ'ল ॥ ৯৭৮ ॥

২ জৈষ্ঠ, ১৮ মেই—শ্ৰীলক্ষ্মীকান্তৰ ঘৰত, শ্ৰীবৰঘৈণী প্ৰভিতি সহিতে আহি, খৰিদা মাটিতে ঘৰ সাজিবৰ আৰম্ভ কৰা গ'ল ॥ ৯৭৯ ॥

শ্ৰীনোমলীক ইংৰাজী পঢ়োৱা

১৬ জৈষ্ঠ—ইংৰেজী পঢ়িবৰ কাৰণে, শ্ৰীনোমলীক নগাঞে শ্ৰীৰত্নকান্ত পাশ পঠাওঁ ॥ ৯৮০ ॥

জজ সাহেবৰ পাশ জুৰি হোৱাত আপত্তি দৰ্শন

২৫ আষাৰ ৮ জুলাই—জুৰিৰ জন্যে শ্ৰীজনচন জজ সাহেবৰ পাশ হাজিৰ হৈ, মোৰ ৬০ বৎসৰ উত্তীৰ্ণ হোৱাত, কাৰ্য্যবিধি আইনৰ ৩১৯ ধাৰা ও ২৭৮ ধাৰা মতে, জুৰি হয়িতে নাপাৰা আপত্ত্য পূৰ্ব্বক এক দৰখাস্ত দিয়াতে, মোক চাই জুৰি হৈতে নাম ছাট দিবৰ হুকুম দিলে ॥ ৯৮১ ॥

১৯ শ্ৰাৱণ—শ্ৰীবৰঘৈণী ও শ্ৰীদেবকান্ত ও শ্ৰীইন্দুক নগাঞে ৰওনা কৰি পঠাওঁ ॥ ৯৮২ ॥

২১ শ্ৰাবণ—ফিৰিঙ্গী (১) সহিত ৰজাদুৱাৰ বস্তি মাটি বদলা-বদলি কৰি দলীল ৰেজস্টৰি হয় এবং ফিৰিঙ্গী বিলাইৰ ঘৰ তোলি নি তাৰ বদলি আলিৰ কাখত ঘৰ কৰে ॥ ৯৮৩ ॥

৩ ভাদ্ৰ—নগাঞে শ্ৰীৰত্নকান্তৰ পুত্ৰ এটি জন্ম হয়, চিঠি পাওঁ ॥ ৯৮৪ ॥ শ্ৰীৰত্নৰ পুত্ৰ জন্ম

১৭ আশ্বিন—খৰিদা মাটিত টিনৰ মাৰল ঘৰ ও শ্ৰীকমলা ও শ্ৰীধৰ্ম্মৰ খেৰা (২) ঘৰ হোৱাতে লক্ষ্মীকান্তৰ ঘৰৎ পৰা উঠি মাৰল ঘৰতে থাকোঁ ॥ ৯৮৫ ॥ খৰিদা মাটিৰ ঘৰলৈ গৃহ

সুৰকান্তৰ স্ত্ৰী বৃন্দা বোবাৰী ভাটী তীৰ্থ যাবৰ কাৰণে তেখায়াৰ নাৱত ভটীযাই আহি পচচাতে, ঘৰে তোলী আনো ও শ্ৰীকমলাকান্ত(ৰ) কালে থাকে ॥ ৯৮৬ ॥

৯ অগ্ৰাহণ—শ্ৰীবৰঘৈণী, শ্ৰীইন্দু ও শ্ৰীদেবকান্ত সহিত সন্ধ্যা পূৰ্ব্বে পহুচে ॥ ৯৮৭ ॥ তীৰ্থমুখে মহাফেজনী

১৮ অগ্ৰাযণ—মহাফেজনী ও সুৰকান্তৰ স্ত্ৰী বৃন্দা বোৱাৰী ভাটী যায ॥ ৯৮৮ ॥ ও সুৰকান্তৰ স্ত্ৰী বৃন্দা বোবাৰী

৯ পৌষ—মাধব শৰ্ম্মা অধ্যাপক বেমাৰ পৰি ঘৰে যোৱাতে তস্য ঘৰে ফৌত্ হয় ॥ ৯৮৯ ॥ মাধব শৰ্ম্মা অধ্যাপক ফৌত্

২০ মাঘ—দুলাল বাবুৰ পুতেকৰ ললিতৰ জায়েক সহিত, বিবাহৰ বৰ সজাতে, সন্ধ্যা সময, দুলালৰ গোহাটীত ঘৰ পোৰে, তথাপি ঐ ৰোজ ৰাতি বিবাহ কৰালে ॥ ৯৯০ ॥ দৰাৰ, বিবাহৰ দিন ঘৰ পোৰাতো বিবাহ সম্পাদন

---

টীকা:—(১) ফিৰিঙ্গী, ব্যক্তিগত ঘৰুৱা নাম। জাতিবাচক নহয়।
(২) খেৰী—মূল পুঁথিত "খেওৰি" আছে।

চীফ্ কমিচনৰ এলিয়ত বিলাত যোৱা

২৯ মাঘ (১)—শ্ৰীশ্ৰীএলিয়ট চীফ কমিচনৰ সাহেব ছুটী লৈ বিলাতে যাব। তৎবদলে ৱাৰ্ড জজ সাহেব, হব শুনা যায় ॥ ৯৯১ ॥

উমানন্দ মঠৰ পৰা খোৱা ওলোৱা

১৭ ফাগুন—৺উমানন্দ ঠাকুৰৰ মঠৰ পৰা বহু খোৱা বাহিৰ হৈছিল ও শিৱলিঙ্গ ঢাকিছিল ॥ ৯৯২ ॥

আউনী-আটীয়া ধৰ্ম্মেশ্বৰ শৰ্ম্মা ডেকা গোসাঞীৰ মৃত্যু

২৬ ফাগুণ, ৮ মাৰ্চ্চ, ৰবিবাৰ—আউনী আটীয়া ধৰ্ম্মেশ্বৰ শৰ্ম্মা ডেকা গোসাঞী মাজোলীৰ সত্ৰৰ ঘাটে মৃত হয় ॥ ৯৯৩ ॥

২ চৈত্ৰ—নগাঞে শ্ৰী দেবকান্ত খৌজদাৰী চেৰস্তাদাৰ নতুন বন্দবস্তে বদবব হল। দৰমহা ২০৲ টাকা কমতি হ'ল ॥ ৯৯৪ ॥

চূড়ামণি যোগস্নান

১৮ চৈত্ৰ—চন্দ্ৰগ্ৰহণ ৰাত্ৰি চুড়ামণি যোগ হয়। উপবাসে থাকি, শ্ৰীবৰৈঘণী প্ৰভৃতি সহিতে ব্ৰহ্মপুত্ৰৰ ঘাটেতে স্নান কৰা গল। কিন্তু নং বতাহ বৰষুণ হেতু কেৱল স্নান মাত্ৰ হ'ল ॥ ৯৯৫ ॥

(৭) ১৮০৭ শক। ১২৯২ সন। ১৮৮৫-৮৬ ইং

বিষয়াদি—পৰগণা বন্দবস্ত—বাবেদো কছিয়া প্ৰবেশ—কন্দৰ্পেশ্বৰ ৰাজাৰ পুত্ৰ বুদ্ধেশ্বৰৰ মৃত্যু—বৰৈঘণৰ হৃদয়ৰ কথা গৌৰীকান্তৰ স্ত্ৰী মৃত হোৱাতে বৰৈঘণীৰ আক্ষেপ—বৰৈঘণীৰ শেষ সেৱা ও মৃত্যু শ্ৰাদ্ধাদি কৰ্ম্ম- অন্যান্য কথা।

ইংৰাজ বিষয়া সকল পৰগণা বন্দবস্ত বেম্বল

শ্ৰীশ্ৰীৱাৰ্ড একটিং চীফ কমিচনৰ ও জনচন সাহেব জজ-কমিচনৰ। ও বাবেদো। বেম্বল সাহেব ডিপুটী কমিচনৰ। এণ্ড সাহেব তহচীলদাৰ মৰৰৰ হোৱা পৰগণা সেয়াই। অন্য

টোকা—(১) ২৯ মাঘ—মূল পুথিত ১৯ মাঘ, বোধ হয় ভুলকৈ লিখা আছে। —সম্পাদক।

সকল পৰগণা গত সনৰ নিৰিখ মতে, এক এক সনা ম্যাদে বন্দবস্ত কৰিলে ॥ ৯৯৬ ॥

* * * *

৬ বৈশাগ, ১৮ আপ্ৰেল—কেম্বল সাহেব, বিষৰ বেদনা হোৱাতে, ছুটীতে বিলাত যাব হেতু শ্ৰীহিন্নু (১) সাহেব একটিং হব হেতু, গৌহাটী আহি কেম্বল সাহেবৰ বাঙ্গালাত থাকে ॥ ৯৯৭ ॥

৭ বৈশাগ, ১৯ আপ্ৰেল—"ৰুছিয়া আহি কাবেল (২) প্ৰবেশ হোৱা শুনা যায় ॥ ৯৯৮ ॥

১৫ বৈশাগ—তদ্য টিনৰ বৰ ঘৰত শান্তি-স্বস্ত্যয়ন ও ব্ৰাহ্মণ-ভোজন কৰাই শ্ৰীবৰাঘণী সহিত লোবা যায় ॥ ৯৯৯ ॥

১৭ বৈশাগ, ২৯ আপ্ৰেল—শ্ৰীকেম্বল সাহেব বিষৰ বেদনাত, ছুটীতে বিলাত যাব হেতু শ্ৰীহিন্নু সাহেবকে চাৰ্জ্জ দিয়ে। এবং দৈবজ্ঞৰ হীন বুলি (বৰপেটাৰ) ৰেপট্ নাকচ কৰি ব্ৰাহ্মণ, দৈবজ্ঞ সমান হোৱা, চীফ কমিচনৰ পাশ ৰেপট্ কৰে ॥ ১০০০ ॥

১৮ বৈশাগ, ৩০ আপ্ৰেল—শ্ৰীকেম্বল সাহেব ভাটী যায় ॥ ১০০১ ॥

১ জৈষ্ঠ—শ্ৰীহিন্নু সাহেব পাশ, তথচ কেম্বল সাহেবৰ বাঙ্গালায থানাতে কথোপকথন হও। ও শ্ৰীৰত্নকান্ত প্ৰভৃতি পুত্ৰৰ কথা কও ॥ ১০০২ ॥

২০ জৈষ্ট ৩ জন কন্দৰ্পেশ্বৰ ৰাজাৰ ৰাণী ৰত্নেশ্বৰী পাশ যাওঁ। তৎপুত্ৰ কুমুদেশ্বৰ চিলহটত, ১৯ জৈষ্ট, ৩১ মেই, ৰবিবাৰ, ফৌত হোৱা কথা কৈ, আমি সান্ত্বনা পূৰ্ব্বক, শ্ৰীকেশৱকান্ত যুবৰাজ পাশ যাওঁ ॥ ১০০৩ ॥

সাহেব বিলাত যোৱা; শ্ৰীহিন্নু সাহেবে [illegible] চাৰ্জ লোৱা

ৰুছিয়া কাবেলত প্ৰবেশ

টিনৰ নতুন বৰঘৰ লোৱা

শ্ৰীহিন্নু সাহেবে চাৰ্জ লোৱা, ব্ৰাহ্মণ, দৈবজ্ঞ সমান, ৰেপট্

পুত্ৰ প্ৰাপ্তিৰ চকে সাহেবত কোৱা

কন্দৰ্পেশ্বৰ ৰাজাৰ পুত্ৰ কুমুদেশ্বৰ মৃত। ৰাণী ৰত্নেশ্বৰীক সান্ত্বনা

টোকা —(১) কাবেল—কাবুল। Kabul

(২) Colonel Hannay

১৫ আষাড়—শ্ৰীৰত্নকান্ত নগাওঁ হৈতে সপৰিবাৰ পহুচে ॥ ১০০৪ ॥

শ্ৰীহিন্মু সাহেবত ৰুছিয়াৰ কথা সোধা

'৮ আষাড, ১ জুলাই—মঞি গোহাটী যাই, শ্ৰীহিন্মু সাহেব সহিত কথোপকথন (হওঁ) এবং "ৰুছিয়া"ৰ কথা সোধোঁ। ॥ ১০০৫ ॥

পুত্ৰ সকলক ভাগৰ বস্তু চমজাই দিয়া

১৮ শ্ৰাৱণ, ২ আগষ্ট ৰবিবাৰ—শ্ৰীকমলাকান্ত ও শ্ৰীৰত্নকান্ত ও শ্ৰীধৰ্ম্মকান্ত ও শ্ৰীদেৱকান্তকে, আগৰ বিভাগৰ ফৰ্দ্দমত গহনা চমজাই দিওঁ। ও লোহাব পেৰাত, ভাগ ভাগ, মত থোৱা যায় ॥ ১০০৬ ॥

শ্ৰীৰত্নৰ ধাৰ শুজা জন্য শ্ৰীশ্ৰীআউনীআটীয়া গোসাঞীৰ পৰা ধাৰ ৰবা

২৬ শ্ৰাৱণ—শ্ৰীৰত্নকান্তৰ নগাঞে ৩৫০০৲ টাকা ধাৰ হোৱাতে ও এটা ফৰ্দ্দ মোক দিয়াতে, বৰ বিৰক্ত হলো এবং ধাৰ শুজা জন্য, টাকা ধাৰৰ নিমিত্তে শ্ৰীশ্ৰীআউনীআটীয়া গোসাঞীকে চিঠি লিখোঁ। ও বেমাৰ, দিবা ২টা সময় উপস্থিত হয় ॥ ১০০৭ ॥

অশ্বক্ৰান্তত বাস

৯ ভাদ্ৰ—মঞি অশ্বক্ৰান্তত বাস কৰি থাকোঁ। শ্ৰীৰঘু শৰ্ম্মা ৰাজমেধি সহিত কথোপকথন (হয়) ॥ ১০০৮ ॥

ঘৰে অহা

১৪ ভাদ্ৰ—পুনঃ ঘৰে আহো ॥ ১০০৯ ॥

পশু শৰ্ম্মা ফৌত্

২৭ ভাদ্ৰ শুক্ৰবাৰ—ৰাতি "টোকৰ" (১) ওৰফে পশুৰাম ফৌত্ হয় ॥ ১০১০ ॥

শ্ৰীৰত্নৰ ভাগৰ দ্ৰব্য ও ভাঠী যাবৰ টাকা দিয়া

৮ আশ্বিন—শ্ৰীৰত্নকান্তকে ফৰ্দ্দ মত ভাগ দ্ৰব্যসকল চমজাই দিলো। ও ভাঠী যাবে খোজাতে নগদ ৪০০৲ টকা দিলোঁ ॥ ১০১১ ॥

শ্ৰীৰত্নকান্ত গঙ্গাস্নান ও

২৩ আশ্বিন—শ্ৰীৰত্নকান্ত গঙ্গাস্নান ও চিকিৎসা কাৰণ ভাঠী যাব। তদ সঙ্গে শ্ৰীচন্দ্ৰকান্ত যাবৰ কাৰণে ২ মাহৰ মণ্ডলী

টোকা।—(১) "টোকৰ"—ঘৰত মতা উপকৰা নাম। ব্যক্তিবাচক, জাতিবাচক নহয়।

চিকিৎসা জন্য ভাটী যোৱা

কৰ্ম্মৰ, ছুটী, শ্ৰীশৰৎ চন্দ্ৰ বাবুৰ দ্বাৰা লোৱাই, “দুখী” লগুৱা সহিত—

২৫ আশ্বিন যাত্ৰা কৰি গোহাটীত থাকে। ও—

২৮ আশ্বিন অতি ভোৰে জাহাজত কলিকাতা যায়॥ ১০১২॥

শ্ৰীৰত্নৰ কলিকাতা পহুচা

৬ কাৰ্ত্তিক, ২১ আক্টুবৰ—শ্ৰীৰত্নকান্তৰ চিঠি পাওঁ—৩০ আশ্বিন কলিকতা পহুচা॥ ১০১৩॥

শ্ৰীৰোহিণী যুবৎ

৯ কাৰ্তিক—দিবা ৮॥ সময়, শ্ৰীৰোহিণী যুবৎ হয়॥ ১০১৪॥

ডাঃ সূৰ্য্য-কুমাৰ সৰ্ব্বা-ধিকাৰৰ চিকিৎসাত শ্ৰীৰত্ন

১১ কাৰ্ত্তিক—শ্ৰীৰত্নকান্তৰ চিঠি পাওঁ, কলিকাতাৰ সূৰ্য্য কুমাৰ সৰ্ব্বাধিকাৰ ডাক্তৰৰ দ্বাৰা চিকিৎসা কৰা বাবত॥ ১০১৫॥

শ্ৰীকেম্বল ভাটীৰ পৰা ঘুৰি অহা

২৬ কাৰ্ত্তিক—শ্ৰীকেম্বল সাহেব ভাটীৰ পৰা অহাত, তেওঁ সহিত দেখা হওঁ॥ ১০১৬॥

শ্ৰীৰৰঘৈণী আদিৰ কেশৱকান্ত যুবৰাজ আদিৰ ঘৰ দেখা

২৯ কাৰ্ত্তিক—শ্ৰীৰৰঘৈণী ও শ্ৰীৰোহিণী ও শ্ৰীইন্দুমতী, মঞি গোহাটীত থকাতে, শ্ৰীকেশৱকান্ত যুবৰাজৰ ঘৰে ও কুকুৰমূতাৰ (১) শ্ৰীমাধৱৰামৰ ( বৰদলৈৰ ) ঘৰে যাই, মোৰ শয়ন ঘৰে যাই উপস্থিত হোৱাতে, পাৰ হৈ একত্ৰে উৰে পাৰৰ ঘৰে আহোঁ॥ ১০১৭॥

কলিকাতাত কবিৰাজ চন্দ্ৰকিশোৰৰ চিকিৎসাত শ্ৰীৰত্ন

১৪ অগ্ৰায়ণ—শ্ৰীৰত্নকান্তৰ চিঠি পাওঁ,—২১ নওম্বৰ ইস্তক, শ্ৰীচন্দ্ৰকিশোৰ ( সেন ) কবিৰাজৰ ( ২৯ নং কলুটোলা ষ্ট্ৰীট্, কলিকাতাৰ ) চিকিৎসা কৰা বাবত॥ ১০১৮॥

শ্ৰীৰত্ন আৰাম পোৱা

২৮ অগ্ৰায়ণ—শ্ৰীৰত্নকান্তৰ চিঠি পাওঁ,—চিকিৎসা দ্বাৰা আৰাম পোৱাতে। আহিবৰ কাৰণ, টাকা পাঠান বাবত॥১০১৯॥

---

টোকা :—(১) ‘কুকুৰমূতা’=বৰ্ত্তমান “শিলপুখুৰী” বুলি জনাজাত।—সম্পাদক।

মান ৰজা "থিবো" বন্দী

১৮ অগ্ৰায়ণ—মানৰ মলুক ইংৰেজে দখল কৰি "থিবো" ৰাজাক ধৰি নিয়ে ॥ ১০২০ ॥

১৪ পৌষ—শ্ৰীৰত্নকান্তৰ চিঠি পাওঁ,—শৰীৰ আৰাম হোৱা ॥ ১০২১ ॥

আৰাম পাই, শ্ৰীৰত্ন ঘৰে অহা

১৮ পৌষ—১ জানৱাৰী শ্ৰীৰত্নকান্ত, শ্ৰীচন্দ্ৰকান্ত সহিত ঘৰ পহুচে ॥ ১০২২ ॥

শ্ৰীবিৰজাৰ উপনয়ন

২৬ মাঘ—শ্ৰীবিৰজাক লক্ষ্মীকান্তে উপনয়ন দিয়ে ॥১০২৩॥

শ্ৰীবৰঘৈণীৰ হৃদয়ৰ কথা

শ্ৰীবৰঘৈণীৰ তাগাদা অৰ্থাৎ "দিনকাল বিসদৃশ ( হ'ল )। সৰু লৰাটিক বিবাহ কৰাই, তোমি আমি ভাঠী বৃন্দাবনত থাকোঁগৈ। তাতে, মঞি কালপ্ৰাপ্ত হলে, যমুনা নদীত টানি পেলাই দিবা। অথবা য'তে মৰো, ত'তে থাকিম কৰ্ম্ম-কাৰ্য্য কৰিব নালাগে। সম্প্ৰতি, বিবাহ কৰাই এই কাণ্ডৰ জঞ্জাল্ ভাঙ্গো।" এই বুলি তাগাদা কৰাতে বিবাহৰ উদ্যম কৰোঁ ॥১০২৪॥

বৰ ঘৰৰ ভেঁটিত সোণ পোৱা শুনা

৬ ফাগুন—বৰঘৰৰ ভেঁটিৰ মাটি আদি কাটাতে সোণ পোৱা, অথচ দেহিৰাম মিস্ত্ৰিৰীয়ে সোণ পাই নিয়া, শুকুৰ মুখে শুনো ॥ ১০২৫ ॥

৮ ফাগুন—শ্ৰীগৌৰীকান্তৰ স্ত্ৰী কেতেকীৰ ভেদ-বমি হোৱাতে,— ॥১০২৬॥

৯ ফাগুন—শনিবাৰ, শ্ৰীবৰঘৈণী মোত সুধি, দেখিবলৈ যায়। আহি ৰাতি জ্বৰ হ'ল। হাতত কিছো বিষ আগৰে আছিল। তথাপি উঠি-লৰি ফুৰিছিল। এবং ঔষধো খোৱান গৈছিল ॥ ১০২৭ ॥

শ্ৰীগৌৰীকান্তৰ স্ত্ৰী কেতেকীৰ মৃত্যু

১৩ ফাগুন—বুধবাৰ প্ৰাতসে শ্ৰীগৌৰীকান্তৰ স্ত্ৰী কেতেকীৰ মৃত্যু হ ল। মঞি যাই, দিহা কৰি নিয়াই, শ্ৰীগৌৰীকান্তৰ দ্বাৰা অগ্নিকৰ্ম্ম ( কৰোৱা ) হ'ল। সেই সময়, চন্দ্ৰকান্ত নাই, ৰঙিয়াত আছিল ॥ ১০২৮ ॥

তদপৰ মঞি স্নান পূৰ্ব্বক, শ্ৰীবৰঘৈণী মাৰল ঘৰতে শয়ন কৰি থাকাতে, কাখতে বহাতে, সুধিলে, "সৰুঘৈণী ঢুকাল।

শ্রীদেৱকান্তৰ বিবাহৰ কি হ'ল ?" মঞি কলো, "তেওঁ ঢুকাল। বিবাহৰ সকল আয়োজন হৈছে। কেবল গাখীৰ মাত্র লগোৱা নাই। তোমি কি কৰা ?" এনে কোৱাতে হুমিয়াহ কাটি থাকিল। মঞি বৰঘৈণীক চাই জ্বৰ শক্ত দেখি শ্রীকমলাক, ঔষধ চাই খোৱাবৰ কলো। কিন্তু বৰঘৈণীয়ে টান অমৃত পৰা ঔষধ খোৱাবৰ বাৰ বাৰ নিষেধ কৰি কৈছিল। ৰাত্রি, বৰ ঘৈণীৰ জলদোষ মত হৈ, কফৰ আশ্রয় হোৱাতে মাৰল ঘৰতে থাকি ঔষধ খোৱাইছিলো। নাড়ি বিষম পাই, প্রভাতে শ্রীধর্ম্মকান্তৰ দ্বাৰা মহাফেজনাক মতাই আনি মৃত্যুমঙ্গল আয়োজন কৰি বৰঘৈণী পাশ যোৱাতে, সজ্ঞানে মোক বিছুৱান দি সেৱা কৰি,—

বৰঘৈণীৰ আক্ষেপ

বৰঘৈণীৰ শেষ সেৱা

১৪ ফাগুন—বৃহস্পতিবাৰ বেলা দুইটা সময় সজ্ঞানে (বৰঘৈণীয়ে) শৰীৰ এৰিলে। শ্রীকমলাকান্ত প্রভিতিৰ দ্বাৰা অশ্বক্রান্তে, অতি সমাৰোহে নি, শ্রীকমলাই অগ্নিকর্ম্ম কৰিলে ও কর্ম্ম ধৰিলে॥ ১০২৯ ॥

বৰঘৈণীয়ে শৰীৰ এৰা, সমাৰোহে অগ্নিকর্ম্ম

২৩ ফাগুন—অষ্টাদশ দান সহিত কর্ম্ম কৰান যায় ॥১০৩০॥

২৪ ফাগুন—শ্রীযোগেশ্বৰ শৰ্ম্মা ও শ্রীপূর্ণ শৰ্ম্মা পুৰুহিত (দ্বাৰা) সপিণ্ডণ কৰান যায় ॥ ১০৩১ ॥

শ্রাদ্ধাদি কর্ম্ম

২৫ ফাগুন—ভোজ, জ্ঞাতি ব্রাহ্মাক দিয়া যায় ॥ ১০৩২ ॥

২ চৈত্র—দেহিৰাম মিস্তিৰী ঈশৰান সহিত গোট খাই শ্রীকিনাৰামে সোণ পোৱা বুলি, কিছো সোণ দাখিল কৰি, শ্রীকিনাৰামৰ পৰ মকর্দ্দমা কৰাতে, শ্রীমথুৰ বাবু ইনচ্‌পেক্টৰ আহি মোৰ ঘৰতে বহি বিচাৰ কৰি যায় ॥ ১০৩৩ ॥

সোণপোৱা মকর্দ্দমা

৮ চৈত্র—গোহাটী কেম্বল সাহেবৰ বাঙ্গালায় যাই, দেখা হৈ, বাসায় জিৰাই, হলিৰাম মুনচুফ সহিত সোণাৰাম পেচ্‌কাৰৰ ফাকুৱা চাব যাওঁ ও ঘৰে আহোঁ ॥ ১০৩৪ ॥

গোহাটীত সাহেব মনচুফ আদিক দেখা হোৱা

সোণাৰাম পেচ্‌কাৰৰ ফাকুৱা চোৱা সোণপোৱা মৰ্দ্দমা বহাগ বিহু

২৩ চৈত্ৰ—ৰামা চেৰস্তাদাৰ আহি, সোণ পোৱা মকৰ্দ্দমা তহকীক কৰি যায় ॥ ১০৩৫ ॥

৩১ চৈত্ৰ—বিহু, ঘৰে থাকোঁ ॥ ১০৩৬ ॥

(গ) ১৮০৮ শক। ১২৯৩ সন। ১৮৮৬-৮৭ ইং।

বিষয়াদি—পৰগণা বন্দবস্ত—বংশত জন্ম, মৃত্যু, বিবাহাদি—শ্ৰীৰোহিণীক শান্তি দিয়া—বিশেষ লোক সকলৰ মৃত্যু—ঘৃতাদিত মিহল হেতু দণ্ড—উত্তৰ গুৱাহাটীৰ সংস্কৃত স্কুল—মহাৰাণীৰ ৫০ বৎসৰ ৰাজত্বিৰ উৎসৱ—ইংৰেজৰ শ্ৰীক্ষেত্ৰ ত্যাগ—'মুনচিপলৰ' টেক্স্‌—পানীকলৰ সাহেব—অন্যান্য।

ইংৰাজ বিষয়াসকল পৰগণা বন্দবস্ত

শ্ৰীশ্ৰীৱাৰ্ড একটিং চীফ্‌ কমিচনৰ ও শ্ৰীজনচন্‌ সাহেব জজ-কমিচনৰ। কামৰূপে, শ্ৰীবেম্বল সাহেব ডিপুটী কমিচনৰ। এওঁ তহচীলদাৰ হোৱা পৰগণা সেয়াই। অন্যসকল পৰগণা গত সনৰ নিৰিখ মতে, এক এক সনা ম্যাদে, বন্দবস্ত কৰিলে ॥১০৩৭॥

ললিতচন্দ্ৰৰ (প্ৰথমা) স্ত্ৰী, জয়নাথ নাজীৰৰ জীয়েক পিযাহ-সিৰা ৰোগত মৃত

জয়নাথ নাজীৰৰ জীয়েক ৰত্নীৰ (১) পিয়াহত সিৰা হয়। ঐ সিৰা, ৰঘুনাথ ডাক্তৰ, কাটি দিয়াতে, ২ বৈশাগ বুধবাৰ ফৌত্‌ হয়ঃ দিবা ৩টা সময় ॥ ১০৩৮ ॥

৺কুশদেও গোসাঞীৰ তিথি

৬ বৈশাগ—৺কুশদেও গোসাঞীৰ পূৰ্ণিমা তিথি, অশ্বক্ৰান্তে যাই সেৱা কৰি আহোঁ ॥ ১০৩৯ ॥

টোকা —(১) ৺ৰত্নী ৺ললিতচন্দ্ৰ বৰদলৈৰ প্ৰথমা ভাৰ্য্যা। দ্বিতীয়া ভাৰ্য্যা ৺ইন্দুমতী, ৺ৰত্ন তহচীলদাৰৰ দুহিতৃ আৰু সম্পাদকৰ মাতৃ।

—সম্পাদক

৯ বৈশাগ—থুলুৰীৰ বেমাৰ দেখিব তস্য ঘৰে যাওঁ ॥১০৪০॥ শ্ৰীথুলুকীৰ বেমাৰ দেখা,

১৩ বৈশাগ—গোহাটী যাই, কাঞ্চাপটি যাওঁ। ও হৰিচন্দ্ৰ চাকি মুনচুফ্ পাশ যাই, শ্ৰীসাধন সাজতোলাৰ টেক্স্ মাফ্ দিবৰ কথা কওঁ। ১০৪১ ॥ গোহাটী যাই মনচুফ পাশ সাধন সাজ তোলাৰ টেক্স মাফ দিবৰ কোৱা

এই আপ্ৰেল মাহৰ পৰা, বৎসৰ পাচ শও টাকাৰ উৰ্দ্ধ আয়ৰ পৰ, ফি টাকায়, পাচ পাই, ইনকম্ টেক্স লগাই একজন মহৰিৰ মকৰৰ্ হয় ও আমলা পেনচিনদাৰ সকলৰ, সৰকাৰৰ পৰা কাটি নি, অৱশিষ্ট দিয়ে ॥ ১০৪২ ॥ পাঁচ শ টাকাৰ উৰ্দ্ধে ইনকমটেক্স্

২৪ বৈশাগ—শ্ৰীৰোহিণীক শ্ৰীজগতৰ দ্বাৰা শ্ৰিনোমলীক শান্তি দি, অলঙ্কাৰ সহিত উলিয়াই দিওঁ ঃ— শ্ৰীৰোহিণীক শান্তি দিয়া

লগত দিয়া দ্ৰব্যজাত

| | | | |
|---|---|---|---|
| চালপীৰা— | ১ | ধুতি কাপোৰ — | |
| নগাচাৰি— | ১ | ছাতিনৰ মেখলা— | ১ |
| কঠ— | ১ | তচৰৰ ৰিহা— | ১ |
| ঢোলী— | ১ | ৰেপৰ— | ১ |
| তলত পৰা— | ১ | হাতী-দাঁতৰ কাকৈ— | ১ |
| শাটী— | ১ | তথা ধৰ্ণি— | ১ |
| আঠুৱা— | ১ | চাৰিখনীয়া ছুৰী— | ১ |
| চেমলাই চাদৰ— | ১ | আযনাদিয়া বাইটীং পেৰা— | ১ |
| ৰঙা বানাত্— | ১ | সৰু হাত-পেৰা— | ১ |
| গাৰো— | ১ | কাহা-বাটি থোৱা পেৰা — | ১ |
| পাটী— | ১ | বুঢ়ীমাকে দিয়া কাহৰ বাটী— | ১ |
| ম’হৰ শিঙৰ ফণি— | ১ | তথা বাটি— | ১ |
| সেন্দুৰ পুৰিয়া— | ১ | তথা কলহ— | ১ |
| বগা তামৰ টেমা— | ১ | পিতলৰ চৰিয়া— | ১ |
| চুৰা হোৱাত— | ১ | কিংখাপৰ মেখলা— | ১ |
| শোবৰ কঠ— | ১ | বাণাৰসী ৰিহা— | ১ |
| ৰঙা কঠ— | ১ | জুৰীয়া কাপুৰ— | ১ |
| গাৰো— | ১ | ইজা— | ১৭ |
| আঠুৱা— | ১ | | ৩৪ |
| তলত পৰা কাপুৰ— | ১ | | |
| | ১৭ | | |

| বগা বনকৰা বাণাসৰী | | পূৰ্ব্বে দিয়া :— | |
|---|---|---|---|
| মেখলা— | ১ | কাহৰ কাহী, ডাঙৰ— | ১ |
| বাণাসী বনকৰা চবুজৰ ৰিহা— | ১ | তথা সৰু কাঁহী— | ১ |
| গুণাকটা খনীয়া— | ১ | তথা মোগাহি বাটি— | ১ |
| বেঙ্গুন ৰঙৰ শাড়া— | ১ | তথা বান বাটি— | ১ |
| পাটৰ ৰিহা-মেখলা— | ১ জোৰ | তথা খুৰা বাটি— | ১ |
| বাণাৰসী ৰিহা— | ১ | তথা কন্দেসিৰা বাটি— | ১ |
| দোলাই— | ১ | তথা ডগ্‌ডগা লোটা— | ১ |
| গছদিয়া গামচা— | ১ | পিতলৰ কলহ— | ১ |
| অপৰ গাম্‌চা— | ১ | অষ্ট ধাতুৰ ঘটী— | ১ |
| বেতৰ বিচনী— | ১ | শোচৰ পিতলৰ ঘটী— | ১ |
| বৰ জাপি— | ১ | পিতলৰ গিলাচ— | ১ |
| শ্ৰীৰত্নে দিয়া বনকৰা চোলা— | ১ | কাঁহৰ চৰিয়া— | ১ |
| কাৰ্চিপ দোলাই— | ১ | পিতলৰ চৰিয়া— | ১ |
| পাটৰ মেখলা— | ১ | কাহৰ বটা— | ১ |
| তথা ৰিহা— | ১ | ইজা— | ৪৯ |
| ইজা— | ৩৪ | | ৬৩ |
| | ৪৮ | ৰূপৰ টেমি— | ১ |
| | | তামৰ টো— | ১ |
| | | তামোল-খোৱা বটাবা— | ১ |
| | | শ্ৰীজয়ভাযে দিয়া — | |
| | | কাহৰ ফুলকটা বান-বাটি— | ১ |
| | | ইজা— | ৬৩ |
| | | | ৬৭ |

॥ ১০৪৩ ॥

২৮ বৈশাগ—শ্ৰীভূমিকান্তৰ, শ্ৰীমাধবচন্দ্ৰ বৰদলৈৰ ভনীয়েক শ্ৰীহেমোৰ সহিত বিবাহ হয় ॥ ১০৪৪ ॥ *ভূমিৰ বিবাহ*

২৯ বৈশাগ—শ্ৰীপুষ্পকান্ত মঃ চম্মুৰ সহিত শান্তি লৈ, ঘৰে নিয়ে ॥ ১০৪৫ ॥ *পুষ্পৰ শান্তি*

১৬ জৈষ্ঠ—দিবা ১টা সময় আমাৰ সৰু ঘৈণীৰ চিত্ৰা নাম্নী কন্যা ভেদ-বমিতে ফৌত্ হুয় ॥ ১০৪৬ ॥ চিত্ৰা কন্যা ফৌত্

২০ জৈষ্ঠ—ভূবনেশ্বৰ নাউবৈচা ফোকন নগাঞে ফৌত্ হয় ॥ ১০৪৭ ॥ নাউবৈচা ফোকন ফৌত্

২২ জৈষ্ঠ—ৰজাদুৱাৰে চেনি বৰুৱা ভেদ-বমিত ফৌত্ হয় ॥ ১০৪৮ ॥ চেণি বৰুৱা ফৌত্

২৯ জৈষ্ঠ—৺উমানন্দ প্ৰভুক সেৱা কৰিব যাওঁ ॥ ১০৪৯ ॥

৭ আষাৰ, ২০ জুন, ৰবিবাৰ—বৰপেটায় ফটিকচন্দ্ৰ একষ্ট্ৰা এচিষ্টাণ্ট্ কমিচনৰ ফৌত্ হয় ॥ ১০৫০ ॥ ফটিক চন্দ্ৰ ফৌত্

১০ ভাদ্ৰ, ২ আগষ্ট—ৰায়তৰ টিকিট্ সহ, মঞি উত্তৰ গোহাটী ও গোহাটীৰ মেম্বৰ মকৰৰ হওঁ ॥ ১০৫১ ॥ মঞি মেম্বৰ

১৭ ভাদ্ৰ—গোহাটী যাই শ্ৰীকেম্বল সাহেব সহিত দেখা হোৱাতে, শ্ৰীবিডন্ সাহেব একটিং জজ হৈ আহাত, তেউ সহিত সাক্ষাত হবৰ কোৱাতে, জজ সাহেবেৰ বাঙ্গালায়, বাটে ফুৰিব যোৱা হেতু, লগ পোৱা নহল ॥ ১০৫২ ॥ বিডন্ সাহেব জজ

১৩ আশ্বিন—ৰাতি দিননাথ গোহাঞী মহাফেজ ফৌত্ হয় ॥ ১০৫৩ ॥ দিননাথ গোহাঞী ফৌত্

২৩ আশ্বিন শুক্ৰবাৰ—দিবা ৮টা সময়, থূলুকী (বৰুৱা) অশ্বক্ৰান্তত ফৌত্ হয় ॥ ১০৫৪ ॥ থূলুকী ফৌত্

২৪ আশ্বিন—ঘৃত, চেনি আদিত অভক্ষ্য দ্ৰব্য মিহল দিয়াত মাৰোৱাৰী কয়েকজনৰ ভাঠীত চাজা হয়। এবং জেলা জেলা, কাঞালোক প্ৰাচিত হয় ॥ ১০৫৫ ॥ ঘৃতাদিত মিহল

৩১ আশ্বিন—লক্ষ্মীকান্তৰ জীয়েক মোলানৰ ঘৈণীয়েক ফৌত্, ভেদ-বমিতে হয় ॥ ১০৫৬ ॥ লক্ষ্মীকান্তৰ জীয়েক ফৌত্

৬ কাৰ্ত্তিক—সুধাইৰ স্ত্ৰী,॰ দেহীৰাম পাটগিৰিৰ জীয়েক ফৌত্ হয় ॥ ১০৫৭ ॥ পাটগিৰিৰ জীয়েক ফৌত

টোকৰৰ জীয়েক ফৌত্ — ৭ কার্ত্তিক—শম্ভুৰামৰ স্ত্রী, টোকৰৰ জীয়েক, ফৌত্ হয় ॥ ১০৫৮ ॥

গিৰিধাৰী স্ত্রী ফৌত্ — ৮ কার্ত্তিক—গিৰিধাৰী গোসাঞীৰ স্ত্রী, ৰবিচন্দ্র বৰুৱাৰ জীয়েক ব্রহ্মপুত্রৰ পানীত পৰি মৰে ॥ ১০৫৯ ॥

দেহীৰাম পাটগিৰি ফৌত্ — ২১ কার্ত্তিক শনিবাৰ—ৰাতি বুৰুৱাত দেহীৰাম পাটগিৰি যৌত্ হয় ॥ ১০৬০ ॥

২৩ কার্ত্তিক—মোৰ তল ওঠত ফোড়া এটা হোৱাতে, থানেশ্বৰ খলিফা আহি জাৰে ও ঔষধ দিয়ে ॥ ১০৬১ ॥

লক্ষীনাথ বৰুৱা ফৌত্ — ২৯ কার্ত্তিক ৰবিবাৰ—লক্ষীনাথ বৰুৱা দেৱৰগাঞে ফৌত্ হয় ॥ ১০৬২ ॥

ওঠৰ বেদনা কাটা — ১ অগ্রায়ণ—মঞি গোহাটীত থকাত, কৰিম্ বকশ্ ডাক্তৰ আহি তল ওঠৰ বেদনা কাটি ঔষধ দিয়ে ॥ ১০৬৩ ॥

উত্তৰ গোহাটী সংস্কৃত ইস্কুল — ২১ অগ্রায়ণ, ৬ ডিচাম্বৰ—গোহাটী যাই শ্রীবেম্বল ডিপুটী কমিচনৰ সহিত দেখা হওঁ। এবং কাছাৰীত কমিটী কৰি উত্তৰ গোহাটীৰ সংস্কৃত ইস্কুলৰ ঘৰৰ জন্যে ১৫০৲ টাকা দিবৰ মঞ্জুৰ হয় ॥ ১০৬৪ ॥

পূর্ণানন্দ বৰুৱা ফৌত্ — ২ পৌষ, ১৬ ডিচাম্বৰ—পূর্ণানন্দ বৰুৱা একষ্ট্রা এচিষ্টেণ্ট্ কমিচনৰ, ধুবুৰীত হাইজা বেমাৰে ফৌত্ হয় ॥ ১০৬৫ ॥

মহাৰাণী ৫০ বৎসৰ ৰাজত্বি উৎসব — ২০ পৌষ, ৩ জানুৱাৰী—গোহাটী যাই শ্রীকেম্বল সাহেবেৰ বাঙ্গালায় যাই দেখা হওঁ। এবং মহাৰাণী ৫০ বৎসৰ ভোগ ৰাজত্বি কৰা হেতু উৎসব কাৰণ, শ্রীহৰিচন্দ্র চাকী মনচুক্ সহিত কমিটী কৰা যায় ॥ ১০৬৬ ॥

অশ্বক্রান্ত সভা — ২৭ পৌষ, ১০ জানুৱাৰী সোমবাৰ—অশ্বক্রান্তৰ থানত শ্রীৰঘু শর্ম্মা ৰাজমেধি, টিনৰ নামঘৰ কৰি সভা কৰাতে তথায় যাওঁ ॥ ১০৬৭ ॥

উমানন্দে যোৱা — ৮ মাঘ—শ্রীজয়ন্তী ও শ্রীৰোহিণী ও শ্রীইন্দুমতী ও সৰু ঘৈণী সহিত মঞি মণিকর্ণেশ্বৰ ও উমানন্দ সেৱা কৰি ঘৰেআহোঁ॥১০৬৮॥

১৪ মাঘ, ২৬ জানৱাৰী—শ্ৰীকেম্বল সাহেব ডিপুটী কমিচনৰ প্ৰভিতি সহিত কমিটী কৰি, শ্ৰীশ্ৰীমহাৰাণী ৫০ বৎসৰ ৰাজত্বি ভোগ কৰা হেতু তৎ উৎসৱ জন্যে "মুনচিপল" (১) হৈতে, ৫০০৲ টকা দিবৰ মঞ্জুৰ হয় ॥ ১০৬৯ ॥ মহাৰাণী ৰাজত্ব উৎসৱ জন্যে টাকা

১৯ মাঘ, ৩১ জানৱাৰী—শ্ৰীকেম্বল সাহেব সহিত ইস্কুলে কমিটী কৰি মহাৰাণী ৫০ বৎসৰ ৰাজত্বি কৰা বাবে উৎসৱ জন্যে চান্দা হয় ৩২৪৲ টাকা ও চহৰৰ ৫০০৲ টাকা, বোৰ্ড কমিটীৰ ৫০০৲ টাকা। এই সকল টাকা বিলি কৰি, খৰচৰ কাৰণ গুবিন্দৰাম তহচীলদাৰ ও কমলাকান্ত চেৰস্তাদাৰ, ও মঞি ও অভয়বাবু হেড্‌মাষ্টৰ, ও গৰ্ডন্ সাহেব চাব্-কমিটী হোৱা যায় ॥ ১০৭০ ॥ মহাৰাণী ৰাজত্ব উৎসৱ জন্যে চান্দা চাব্ কমিটী

৩ ফাল্গুন—ৰৰঘৈণীৰ সম্বৎসৰীয় কৰ্ম্ম কৰা যায় ॥ ১০৭১ ॥ ৰৰঘৈণীৰ সম্বৎসৰীয় কৰ্ম্ম

৪ ফাল্গুন—মঞি গোহাটী যাই, পল্টনে মল্লযুদ্ধৰ জাগা ভাল কৰাই আহোঁ ॥ ১০৭২ ॥ মল্লযুদ্ধৰ জাগা

৫ ফাল্গুন, ১৬ ফেব্ৰুৱাৰী ৮ বজাত—গোহাটী যাই অন্ত ৫০ বৎসৰ ভোগ হেতু ৰাত্ৰি "আতচ বাজী" ও ৰাস্তা ও গীৰ্জ্জা-ঘৰ ও ইস্কুল আদিত বত্তি লগোৱা আয়োজনসকল দেখি ১০ বাজাত শ্ৰীশ্ৰী (২) জনচন্ কমিচনৰ ও শ্ৰীকেম্বল সাহেব প্ৰভিতি ও মঞি ইস্কুল ঘৰত বহিবাতে, (৩) শ্ৰীকমিচনৰ সাহেব ব্যক্ততা (৪) কৰি গুণাভিৰাম বৰুৱা ও শৰৎচন্দ্ৰ বন্দোপাধ্যায়কে ৰায়বাহাদুৰ খেতাপ দিয়াৰ পৰ, নৱকুমাৰ ভট্টাচাৰ্য্য সুন্দৰমত ব্যক্ততা কৰি মহাৰাণী ও সাহেব সকলক আশীৰ্ব্বাদ কৰাতে, বৰ আনন্দ সকলোৰে পালে। তদপৰ সভা বিসৰ্জ্জন হ'ল ॥ ১০৭৩ ॥ মহাৰাণী ৫০ বৎসৰ ৰাজত্ব ভোগৰ উৎসৱ

---

টোকা :—(১) মুনচিপল = মিউনিচিপল = মিউনিচিপালিটি (Municipality)।
(২) Sir J Johnstone (৩) বহিবাতে = বহাতে।
(৪) ব্যক্ততা = বক্তৃতা। —সম্পাদক।

এবং চিপাহীলোকে বাহিৰত কাৱাজ কৰিছিল। তদপৰ শ্ৰীকেশৱকান্ত যুবৰাজ আহি পালে, কোনোৱে সম্ভাষা নকৰিলে। কেম্বল সাহেব থিয়ৈ থিয়ৈ, দুই এক আবাৰ কথা কৈ সম্ভাষা কৰিছিল॥ ১০৭৪॥

চাকি ও মল্লযুদ্ধ

তদপৰ পল্টনে মল্লযুদ্ধ ও ৰাতি সকলোখানে চাকি ও বালিত "আতচ-বাজী" নানা ৰকম হৈছিল। সেই ৰাতি আমি গোহাটীত আছিলোঁ॥ ১০৭৫॥

"বাইগান"

৬ ফাল্গুন—গোহাটীৰ পৰা ৬ বাজাত আহি, আমাৰ ঘৰত "বাইগান" ও চাকি লগোৱা হৈছিল। এবং মপস্বলে চাকি লগান হৈছিল॥ ১০৭৬॥

শ্ৰীক্ষেত্ৰ ইংৰেজীৰ ত্যাগ

১২ ফাল্গুন, ২৩ ফেব্ৰুৱাৰী—শ্ৰীক্ষেত্ৰে যে ইংৰেজীয়ে হস্তগত কৰিছিল, এৰি দিয়া খবৰৰ কাগজে দেখা গ'ল॥ ১০৭৭॥

ঘনকান্তৰ উপনয়ন বেৱস্থা

২৩ ফাল্গুন—শ্ৰীশ্ৰীআউনীআটীয়া গোসাঞীৰ আজ্ঞামত শ্ৰীঘনকান্তৰ উপনয়ন, ২১ চৈত্ৰ আমাৰ ঘৰতে, শ্ৰীচন্দ্ৰকান্তে দিবৰ, শ্ৰীগৌৰীকান্ত ও জয়নাথ নাজিৰ ও লক্ষ্মীকান্ত ও ঈশৰাম ও দুল্লভ সহিত বেৱস্থা হয়। ২৪ ফাল্গুন গোসাঞীক চিঠি লিখোঁ॥ ১০৭৮॥

টেক্‌চ্‌ পানীৰ কল

১৮ চৈত্ৰ, ২৮ মাৰ্চ্চ—শ্ৰীকেম্বল সাহেব প্ৰভিতি সহিত কমিটী কৰি, গৰুৰ গাডী ও ঘোৰাৰ, ও হাতীৰ টেক্‌চ্‌ লগাবৰ বন্দবস্ত, ও গোহাটীত পানীৰ কল হোৱাতে, একজন সাহেব, ১৫০৲ টাকাত ৰাখাৰ নিয়ম হয়॥ ১০৭৯॥

২০ চৈত্ৰ—শ্ৰীচন্দ্ৰকান্ত, হলকান্তৰ পুত্ৰ ঘনকান্তৰ উপনয়ন, মোৰৰ বিষ বুলি 'নিদোঁ' বুলি কোৱাতে দ্ৰব্যজাত জয়নাথ নাজীৰ পাশে পঠাই দিওঁ॥ ১০৮০॥

ঘনকান্তৰ উপনয়ন

২১ চৈত্ৰ—শ্ৰীলথীধৰ বৰদলৈ ঘৰত ঘনকান্তৰ, গোপাল দৈবজ্ঞৰ দ্বাৰা উপনয়ন হোৱাত, মঞি ও গৌৰীকান্ত, উমাকান্ত ও জয়ৰাম সহিত তথায় যাওঁ॥ ১০৮১॥

(ঘ)—১৮০৯ শক। ১২৯৪ সন। ১৮৮৭-৮৮ ইং।

বিষয়াদি—পৰগণা বন্দবস্ত—টেক্স—কলৰ পানী—গুৱাহাটীত বৰফ তৈয়াৰী—ধাত্ৰীৰ শিক্ষাৰ বন্দবস্ত—চহৰৰ আলো—জন্মাষ্টমীৰ আখৰা—'জন্ম ও মৃত্যু খবৰ—শ্ৰীশ্ৰীদক্ষিণপটীয়া গোসাঞীক সেৱা—কলৰ পানীৰ টেক্স—শ্ৰীশ্ৰীআউনীআটীয়া গোসাঞীক আগবঢাই আনা—অন্যান্য কথা।

শ্ৰীশ্ৰীৱাৰ্ড একটীং চীফ্ কমিচনৰ ও জন্‌চন সাহেব জজ-কমিচনৰ। কামৰূপে শ্ৰীকেম্বল সাহেব ডিপুটী কমিচনৰ। এও সাহেব তহচীলদাৰ মকৰৰ হোৱা সেয়াই। পৰগণাসকল গত সনৰ নিৰিখমতে এক এক সনা ম্যাদে বন্দবস্ত কৰিলে॥ ১০৮২॥

৩ বৈশাগ—দিবা দুইটা সময় বৰঘৰৰ লোহাৰ পেৰা মেলাতে, শ্ৰীকমলাকান্ত তস্য ভাগৰ দ্ৰবজাত চোৰাতে, ৰূপৰ টেমা সহিতে ভাগৰ গহনাদি দিয়া গ'ল। এবং সোণৰ বাখৰ-পতা গামখাৰু গত সনে ভূমিৰ বিবাহে নিয়াতে, তেউৰ হাততে থকা কৈছিল। সেই সময়, শ্ৰীজয়ন্তী ও সৰুঘৈণী আগত আছিল॥ ১০৮৩॥ শ্ৰীকমলা-কান্তৰ ভাগ চমজি দিয়া

১৮ বৈশাগ—শ্ৰীকালিন্দীক সোণৰ বাখৰপতা বিৰি এটা সহিত ৰূপৰ কোত এক থোপা, ও সোণৰ ওকা বিৰি সহিত এক থোপা দিলোঁ। ও মাকৰ সোণৰ বাখৰপতা বিৰি, বৰঘৈণীৰ খাৰ সম্প্ৰতি কাৰণ দিলোঁ॥ ১০৮৪॥ শ্ৰীকালিন্দী ও তস্যা মাকক গহনা দিয়া

১৯ বৈশাগ, ১ মেই, ৰবিবাৰ—কুকুৰমুতাৰ, শ্ৰীমাধৱৰামৰ জীয়েকক, শ্ৰীদেবকান্তৰ জন্যে জোৰণ পিন্ধান যায়। এবং জোৰণত দিয়া দ্ৰব্য যথা :— শ্ৰীমাধৱ-ৰামৰ জীয়েকক জোৰণ

| | | | |
|---|---|---|---|
| সোণৰ ওকা থাৰু— | ১ | সোণৰ বাখৰামি কেৰু— | ১ জোৰ |
| সোণৰ বাখৰামি আঙুঠি— | ৫ | ৰূপৰ টাৰি— | ১ টা |
| সোণৰ বিৰি সহিত প্ৰবাল, সোণৰ মণি— | ১ ধাৰ | তামুল তথা কটাৰী | ১ জোৰ |
| সোণৰ বিৰি সহিত কোত মণি— | ১ „ | কিংখাপৰ মেখলা— | ১ খন |
| সোণৰ বাখৰামি গলপতা— | ১ „ | গাজৰ বিহা-মেখলা— | ১ জোৰ |
| | ৯ | পাটৰ বিহা-মেখলা— | ১ খন |
| | | মোগাৰ তথা— | ১ „ |
| | | খনীয়া কাপোৰ— | ১ খন |
| | | ইজা— | ৯ |
| | | | ১৭ |

শ্ৰীদেবৰ বিবাহ

২৩ বৈশাগ, ৫ মেই, বৃহস্পতিবাৰ—শ্ৰীদেবকান্তৰ অগ্ত বিবাহ হেতু, মঞি নান্দীমুখ শ্ৰাদ্ধ কৰোঁ। এবং ব্ৰাহ্মণ গ্যাতিক খোৱাই দক্ষিণাদি দি, জাহাজ দ্বাৰা পাৰ কৰাই, বিবাহ কৰাই, প্ৰাতসে জাহাজ দ্বাৰা বৰ-কন্যা ঘৰে আহে ॥ ১০৮৬ ॥

গাড়ীৰ টেক্স্

৩ জৈষ্ট, ১৬ মেই—গোহাটী যাই শ্ৰীশিবপ্ৰসাদ মনচুক্ সহিত কাছাৰীত কথোপকথন। তদপৰ, শ্ৰীকেম্বল সাহেবেৰ বাঙ্গালায় যাই, শ্ৰীৰত্নকান্তক মকৰৰ কৰা কথা কওঁ। তদপৰ কাছাৰী যাই, গৰুৰ গাডী ও ঘোৰাৰ টেক্চৰ বন্দবস্ত কমিটী কৰা যায় ॥ ১০৮৭ ॥

কলৰ পানীৰ টেক্স্

১০ জৈষ্ট, ২৩ মেই—গোহাটীৰ পানী কলৰ টেক্চ্ লগাবৰ বন্দবস্ত কমিটী হয় ॥ ১০৮৮ ॥

কলৰ পানী

১০ জৈষ্ট, ৩১ মেই—এই মাহৰ পৰা গোহাটী চহৰত কলৰ দ্বাৰা পানী তোলে ॥ ১০৮৯ ॥

শ্ৰীকেশৱ-কান্ত যুবৰাজ ঘৰে যোৱা

২৩ জৈষ্ট—গোহাটী যাই, শ্ৰীকেম্বল সাহেবৰ বাঙ্গালা যাই, দেখা হওঁ। তদপৰ বাসায় বিশ্ৰাম পূৰ্ব্বক আবেলি—শ্ৰীকেশৱ কান্ত যুবৰাজ পাশ যাই, তৎপুত্ৰ মৃত্যু হোৱা খবৰ লওঁ ॥ ১০৯০ ॥

বৰফ তৈয়াৰ ও বিক্ৰী

২৭ জৈষ্ট, ৯ জুন—এই মাহৰ পৰা গোহাটী শুক্ৰেশ্বৰত, বৰফ তৈয়াৰ ও বিক্ৰী হয় ॥ ১০৯১ ॥

৩০ জৈষ্ঠ—নগাঞ্জ হৈতে নীলকণ্ঠৰ চিঠি পাওঁ, তস্য ধৈণী, দদাইদেও কৃষ্ণকান্ত বৰুৱাৰ জীয়েক কৌত্ হোৱা ॥ ১০৯২ ॥ নীলকণ্ঠৰ ধৈণী কৌত্

১২ আষাৰ, ২৫ জুন—শ্রীকেম্বল সাহেব প্রভিতি সহিত কমিটী কৰি, কলৰ পানী প্রার্থনা ব্যক্তিৰ মাহে ২৲ টাকা টেক্‌চ্ দিবৰ, অপৰ টেক্‌চ্‌ৰ হাৰে জলৰ থুমৰ টেক্‌চ্ দিবৰ বিষয় ॥ ১০৯৩ ॥ কলৰ জলৰ টেক্‌চ্

৫ শ্রাবন—ফণিধৰ গোসাঞীৰ মাটিৰ মকৰ্দ্দমাত কমলাকান্ত তহচীলদাৰ পাশ সাক্ষী কওঁ ॥ ১০৯৪ ॥ সাক্ষী কোৱা

১৪ শ্রাবন—হৰকান্ত নাজীৰৰ পুত্র শ্রীবিষ্ণুকান্ত কলিকতাৰ পৰা বেমাৰ পৰি অহাতে, শ্রীজয়ৰাম বেজৰ ঘৰে বেমাৰ চাব যাওঁ। এবং ২৩ শ্রাবন কিছো আৰাম হোৱাতে উজানে যায় ॥ ১০৯৫ ॥ শ্রীবিষ্ণু-কান্তৰ বেমাৰ চোৱা

২৬ শ্রাবন—শ্রীসূর্য্যকান্তৰ কলিকাতাৰ পৰা চিঠি পাওঁ, তেওঁৰ হাইকোৰ্টৰ মকৰ্দ্দমা জিত হোৱা ॥ ১০৯৬ ॥ শ্রীসূর্য্যকান্তৰ মকৰ্দ্দমা জিত

২৮ শ্রাবন—শ্রীঅম্বুৰাম উজনিৰ পৰা আহি আমাৰ ঘৰে থাকে ॥ ১০৯৭ ॥

৩০ শ্রাবন—শ্রীমাধৰাম মন্‌চুক্‌ৰ চিঠি পাওঁ, উমাকান্তৰ উৎযোগে জন্মাষ্টমী কৰিবৰ ॥ ১০৯৮ ॥ জন্মাষ্টমী

শ্রীহৰচন্দ্র ও শ্রীদুল্লভৰ বৰি মাটিৰ মকৰ্দ্দমায় শ্রীকেম্বল সাহেব আহি দেখি, মোক ও ঈশৰাম ও জীৱনেশ্বৰ গোসাঞীক চালিছ (১) দিব কয় ॥ ১০৯৯ ॥

৩২ শ্রাবন, ১৬ আগষ্ট—শ্রীকেম্বল সাহেব সহিত স্ত্রী-চিকিৎসা ধাত্রী মকৰৰ কৰাৰ বন্দবস্ত কৰা যায় ॥ ১১০০ ॥ ধাত্রী

২ ভাদ্র, ১৮ আগষ্ট—শ্রীঅম্বুৰামক বিদায় দি উজানে পঠাওঁ ॥ ১১০১ ॥

জন্মাষ্টমীৰ আখৰা

৩ ভাদ্র—উমাকান্ত ঘৰে মঞি লক্ষ্মীকান্ত সহিত যাই তস্য ঘৰে জন্মাষ্টমী কৰিবৰ বেৱস্থা কৰা যায়। তদপৰ সিহঁতৰ কথা মতে গৌৰীকান্ত সহিত যাই, ঈশৰামক চামিল কৰি একগাথা হোৱা যায়। ও লক্ষ্মীকান্তৰ ঘৰত গধূলি আখ্ৰা কৰাৰ বেৱস্থা হোৱাতে,—৫ ভাদ্র গধূলি আখ্ৰা কৰা যায়॥ ১১০২॥

হলিৰামৰ স্ত্রী ফৌত্

১০ ভাদ্র—শুক্রবাৰ দিবা ৮ টা সময় হলিৰাম বৰুৱাৰ ঘৈণীয়েক কুকুৰমুতাৰ বাঙ্গালায় ফৌত্ হোৱাতে, বলো প্রভিতি অগ্নিসংস্কাৰ কৰে॥ ১১০৩॥

ধাত্রী-শিক্ষা ও চহৰত আলো দিয়া

২৮ ভাদ্র, ১৩ আগষ্ট—গোহাটী যাই, শ্রীকেম্বল সাহেব সহিত কমিটী পূর্ব্বক ধাত্রী-শিক্ষা, কলিকাতা যাই কৰাব ও চহৰত আলো ও গেছ দিবৰ বেৱস্থা হয়॥ ১১০৪॥

উত্তৰ গোহাটী সংস্কৃত স্কুলত পুৰস্কাৰ দিয়া

৩ আশ্বিন, ১৯ সেপ্তাম্বৰ—অদ্য প্রাতঃকালে ৮ বাজা সময়, উত্তৰ গুৱাহাটীৰ সংস্কুল ইস্কুলে বেণুধৰ বাবু সহিত, ইস্কুলেৰ ছোক্ৰাদিগকে পুৰস্কাৰ দিয়া যায়॥ ১১০৫॥

শ্রীভদ্রী জন্ম

ঐ ৰোজ ৰাত্রি ১১ টা সময়, শ্রীধর্ম্মকান্তৰ কন্যা এটী জন্ম হয়। গণনাতে শ্রীভদ্রী নাম থোৱা যায়॥ ১১০৬॥

মাধবচন্দ্রৰ মাটি

১২ আশ্বিন—আবেলি, ইস্কুল ঘৰত বহি, শ্রীমাধৱ ও শ্রীহৰচন্দ্রৰ মকর্দ্দমাৰ, ঈশৰাম ও জীৱনেশ্বৰ গোসাঞী সহিতে দুল্লভৰ মাটিৰ নিষ্পত্য পূর্ব্বক শ্রীমাধবচন্দ্রৰ মাটি যথার্থ হোৱা লিখি দিওঁ॥ ১১০৭॥

কেশবকান্ত যুবৰাজক উপদেশ

১৭ আশ্বিন—শ্রীকেশৱকান্ত যুবৰাজৰ অভিপ্রায় মত যাই, তেওঁৰ জীয়েক দুটীক চাৰিঘৰীয়া আহমৰ লৰাক দিবৰ কথা কৈ আহোঁ॥ ১১০৮॥

শ্রীৰত্ন মকৰৰ

২৮ আশ্বিন—শ্রীৰত্নকান্ত ৮০৲ টাকা দৰমহায় কামৰূপ জেলাৰ জুডিচীল কেৰাণী কর্ম্মত মকৰৰ হয়॥ ১১০৯॥

২৯ আশ্বিন—শ্রীপুষ্পকান্তৰ বেমাৰ দেখিব যাওঁ॥ ১১১০॥

১১ কাৰ্ত্তিক, ২৭ আক্টুবৰ—শ্ৰীশ্ৰীফিষ্ট্‌প্যাটী নতুন চীফ্ কমিচনৰ আহিব হেতু, অভ্যৰ্থনা কৰাৰ জন্যে, মাণিক ও বেণু বাবু সহিত কমিটী কৰি চান্দা কৰা যায়। মঞি ৩৲ টাকা দিওঁ ॥ ১১১১ ॥ ফিস্ট্‌প্যাটী চীফ্ কমিচনৰ

ও ভাঠীৰ পৰা শ্ৰীদুৰ্গানাথ ফোকন আহে। তেওঁ সহিত উত্তৰ পাৰে আহোঁ ॥ ১১১২ ॥

১৪ কাৰ্ত্তিক, ৩০ আক্টবৰ ৰবিবাৰ—অদ্য দিবা ৩টা সময় শ্ৰীশ্ৰীফিষ্ট্‌প্যাটী চীফ্ কমিচনৰ জাহাজ দ্বাৰা গোহাটী লতাশিল পহুচে। ৰবিবাৰ বুলি নেটিব লোকৰ সহিত দেখা নহল ॥ ১১১৩ ॥ চীফ্-কমিচনৰ গোহাটী পহুচা

শ্ৰীৰত্নকান্তৰ নগাঞেঁ বহুত দেনাৰ ফৰ্দ্দ এটী আমাকে দিয়াতে, "আমি ঐ দেনা কিমতে আদায় কৰিম ? সামৰ্থ্য নাই" বুলি যোত্ৰহীন হবৰ কৈছিলোঁ। কিন্তু তেওঁ প্ৰতিপাল যাব বুলি কোৱাতে, মঞি তেওঁৰ নিজা বৃত কৰ্ম্ম দ্বাৰা আৰু মঞি বৰ্ত্তমানতক অন্ন বস্ত্ৰৰ দ্বাৰা প্ৰতিপাল কৰিম বুলি কোৱাতো সম্মত নহৈ, শ্ৰীশ্ৰীজন্‌চন্ জজ সাহেবত ধৰি ৮০৲ টাকাত মকৰৰ হোৱাত, বিবেচনা কৰি চালোঁ,—যোত্ৰহীন দেউলীয়া হলে এটা বদ্‌নাম। আৰু আগলৈকো ৰুজি মাৰে। তেওঁৰ দৰমহা ও মোৰ পেনচীন্ হৈতে জোতাই ১০০৲ টাকাত কষ্টমতে ঘৰৰ খৰচা চলালে, মাহে ১৫০৲ টাকা দিলেও, ক্ৰমে ধাৰ মাৰিব পাৰিম। এই ভাবি, পাওনাদাৰ সকললৈ চিঠি লিখি কলোঁ,—"মঞি ক্ৰমে আচলখিনি আদায় কৰি দিম কিন্তু ছোট ছোট, কিছো এৰিব লাগিব আৰু নালিছ নকৰিবা।" তেওঁলোক সম্মত হ'ল ॥ ১১১৪ ॥ শ্ৰীৰত্নৰ ধাৰ শুজা

তদপৰ মঞি ৫ অগ্ৰায়ণ—শ্ৰীৰত্নৰ ধাৰ শুজিবৰ কাৰণে, হলিৰাম বৰুৱাৰ পাশ ৫০০৲ টাকা মঞি ধাৰ কৰি আনি, ২১ অগ্ৰায়ণ শ্ৰীনন্দীনাথ বৰুৱা পাশ ৫০০৲ টাকা পঠাওঁ ॥ ১১১৫ ॥ নগাঞেঁ টাকা পঠোৱা

২৪ অগ্ৰায়ণ—শ্ৰীজীৱনেশ্বৰ গোসাঞীৰ জীয়েকৰ বিবাহে যাওঁ ॥ ১১১৬ ॥

৬ পৌষ—শ্ৰীৰত্নৰ সাৰদা নাম্নী কন্যা এটী জন্ম হয় ॥ ১১১৭ ॥

গৌৰকান্তৰ মৃত্যু

৮ পৌষ, ২২ ডিচাম্বৰ বৃহস্পতিবাৰ ৰাত্ৰি ১১টা সময়, গৌৰীকান্ত জ্বৰ বেমাৰে লক্ষ্মীকান্তৰ ঘৰে সজ্ঞানে নামৰ মুখে, পৰলোক হ'ল। শুক্লাষ্টমী তিথি ॥ ১১১৮ ॥

"মনকলী" হাতী—

১৬ পৌষ, ৩০ ডিচাম্বৰ—মোৰ "মনকলী" হাতী বাণ্টা মাৰি হাবিত এৰি দিয়াতে, ৰাতি দুৰ্গাকান্তৰ দন্তাল হাতীয়ে মত্ত হৈ হানি মাটিত পেলাই থৈছে, বুলি লোধোৱা মাহুতে কোৱাতে, শ্ৰীকিনাৰাম সহিত মাহুতক পঠাই কোনোমতে হাতীখানি দেখি দুৰ্গাকান্তক গতাই দিলোঁ, ঔষধ দিবৰ কাৰণে ॥ ১১১৯ ॥

৺গৌৰী-কান্তৰ কৰ্ম্ম

১৮ পৌষ—৺গৌৰীকান্তৰ কৰ্ম্ম শ্ৰীচন্দ্ৰকান্তৰ দ্বাৰা অষ্টাদশ দান সহিত কৰান গ'ল।

১৯ পৌষ—সপিণ্ডণ।

২০ পৌষ—ভোজ দিয়া গ'ল ॥ ১১২০ ॥

খেৰ-খাগৰা আদিৰ ব্যৱহাৰ ও বিক্ৰীৰ সুবিধা

১৯ পৌষ, ১ জানৱাৰী—শ্ৰীশ্ৰীচীফ্ কমিচনৰ সাহেব, ৰায়ত সকলে, খেৰ-খাগৰা ও নল ও বাতা, জিলাৰ ভিতৰত বিক্ৰী ও নিজে বেৱহাৰ কৰিব পৰা হুকুম জাৰি কৰে ॥ ১১২১ ॥

শ্ৰীশ্ৰীদক্ষিণ—পটীয়া গোসাঞী উৰ্ব্বশী বালিত

২২ পৌষ—শ্ৰীশ্ৰীদক্ষিণপটীয়া অধিকাৰী গোসাঞী ডেকা গোসাঞী সহিতে উৰ্ব্বশীৰ বালিত থকাতে, মঞি যাই সেৱা কৰোঁ এবং কথোপকথন হৈ আহোঁ ॥ ১১২২ ॥

৺যাদব-ৰাইক সেৱা

২৬ পৌষ—শ্ৰীকমলা ও শ্ৰীজয়ন্তী ও ইন্দু সহিত যাই মহাপ্ৰভু যাদবৰাইক সেৱা কৰি, অধিকাৰ ও ডেকাজনাক সেৱা কৰি আহোঁ ॥ ১১২৩ ॥

২৯ পৌষ—পুনৰ শ্ৰীকমলাকান্ত সহিত সেৱা কৰোঁ ॥১১২৪॥

৩০ পৌষ—বিহু বাবত ভৰলু সত্ৰে যাই সেৱা কৰোঁ ॥১১২৫॥

৩ মাঘ—শ্ৰীনোমলী সহিত যাই, শ্ৰীশ্ৰীদক্ষিণপটীয়া গোসাঞী ও ডেকাজনাক সেৱা কৰোঁ। দুইটী নক্সা দিওঁ ॥ ১১২৬ ॥ গোসাঞীক নক্সা দিয়া

১১ মাঘ—শ্ৰীৰত্নকান্তৰ দেনা বাবত শ্ৰীনন্দীনাথ চেৰন্তাদাৰ পাশ ২৫০৲ টাকা পঠাওঁ ॥ ১১২৭ ॥ নগাঞে টাকা পঠান

১৮ মাঘ, ৩১ জানুৱাৰী—মঙ্গলবাৰ ৰাত্ৰি ১২ বাজিবৰ সময় শ্ৰীৰোহিণীৰ লৰা এটি জন্ম হয় ॥ ১১২৮ ॥ শ্ৰীআনন্দ জন্ম

২০ মাঘ—শ্ৰীদিননাথ বৰুৱা, ভাঠী তীৰ্থ যাবৰ কাৰণে লতাশিলৰ ঘুলিত নাউ ৰাখি মোৰ ঘৰে অহাতে সমাদৰ পূৰ্ব্বক বিদায় দি পঠাওঁ ॥ ১১২৯ ॥ এবং শ্ৰীদিননাথ ( বেজ ) বৰুৱা

২২ মাঘ—মঞি তথায় যাই দেখা হৈ আহোঁ ॥ ১১৩০ ॥

২৩ মাঘ—( শ্ৰীৰোহিণীৰ লৰাটি ) গণোৱাত, শ্ৰীআনন্দ নাম হয়। ও শ্ৰীনোমলীক চিঠি লিখোঁ ॥ ১১৩১ ॥ শ্ৰীআনন্দ নাম

৬ ফাগুন—শ্ৰীমাধব চন্দ্ৰ মন্‌চুফকে চিঠি লিখোঁ। শ্ৰীইন্দুমতী সহিত, শ্ৰীললিতৰ জোৰা অহা। আগত বহাগত, আগ বা শেষ পক্ষত বিবাহ কৰান বিষয় ॥ ১১৩২ ॥ শ্ৰীইন্দুৰ বিবাহৰ দিন

২৮ ফাগুন—শ্ৰীশ্ৰীআউনীআটীয়া অধিকাৰ গোসাঞী গোহাটী আহিব হেতু, আমাৰ ঘৰৰ সমুখৰ চাপৰিত বাহৰ কৰা হেতু চাব যাওঁ ॥ ১১৩৩ ॥

৩ চৈত্ৰ—গোহাটী যাই, শ্ৰীকেম্বল সাহেব সহিত কমিটী কৰি কলৰ পানী খোৱা লোকৰ টেব্‌চ্ বন্দবস্ত কৰা যায় ॥ ১১৩৪ ॥ কলৰ পানী বন্দবস্ত

১৬ চৈত্ৰ—শ্ৰীশ্ৰীআউনীআটীয়া অধিকাৰ গোস্বামী আহি মঙ্গলদৈৰ বাহেৰত থকা শুনি, আগবাটি জীউৰাম পাঁচনি সহিত নাৱেৰে যাই,—॥ ১১৩৫ ॥ শ্ৰীশ্ৰীআউ-নীআটীয়া গোসাঞীক আগবঢ়াই অনা

১৮ চৈত্ৰ—বেলা এক প্ৰহৰ সময়, সেৱা কৰি, প্ৰসাদ লওঁ। এবং তাতে নাৱতে থাকোঁ ॥ ১১৩৬ ॥

পৰদিন, গোসাঞী ভটীয়াই অহাতে, সেই সঙ্গে আহিলোঁ। গধূল হোৱাতে খাৰঘৰৰ ঘুলিত (গোসাঞী) থাকিল। মঞি আহি ঘৰ পাওঁ॥ ১১৩৭॥

২০ চৈত্র, ৰবিবাৰ—গায়ন-বায়ন ও ঢুলীয়া সহিত আমি প্রভিতি নাৱেৰে আগবাঢি যাই আনি, কাঞাপটিৰ বালিৰ বাহৰত ৰাখি ঘৰে আহোঁ। ও শ্রীৰঘুশৰ্ম্মা ৰাজমেধি তদ্বিৰ কৰে॥ ১১৩৮॥

শ্রীশ্রীআউ-নীআটীয়া গোসাঞী উত্তৰ গোহাটী বাহৰলৈ অহা

২৪ চৈত্র—বালিত, বতাহত বৰ ক্লেশ পোৱা হেতু, প্রাতসে মঞি ব্রহ্মপুত্রত স্নান পূর্ব্বক গোসাঞী ৺ক সেৱা কৰাতে, ৰাত্রি বতাহত বৰ ক্লেশ পোৱা, ভাঠী বেলা আহিম বুলি কোৱাত,* মোক বিদায় দিলে। (মঞি) আহি, (উত্তৰ গুৱাহাটীৰ) বাহৰৰ ঘৰ-দুৱাৰ পৰিষ্কাৰ পূর্ব্বক, পুনৰ পাৰ হৈ আগবঢাই আনোঁ। এবং ৰাজাত বাহৰত থাকোঁ॥ ১১৩৯॥

২৭ চৈত্র—গোসাঞী ৺ক ভোজনী দিয়া যায়॥ ১১৪০॥

৩০ চৈত্র—বিহু হেতু অশ্বক্রান্তত স্নান ও থান সেৱা কৰি গোসাঞী ৺ক সপৰিবাৰে সেৱা কৰি আহোঁ॥ ১১৪১॥

আফিং মহলৰ ডাক

এইসনে আফিং মহল ডাক মূৰত ২২,৯০০৲ টাকা হ'ল। খৰিদ্দাৰে পাইক মকৰৰ কৰি, পাট্টা দিব। আফিং সৰকাৰৰ পৰা খৰিদ কৰি দিব, এই নিয়ম হ'ল॥ ১১৪২॥

# পঞ্চম অধ্যায়

শ্ৰীশ্ৰীফিষ্ট্প্যাটী চীফ্ কমিচনৰ ( Sir D. Fitz-patrick K C. S I )

১৮১০ শক। ১২৯৫ সন। ১৮৮৮-৮৯ ইং।

বিষয়াদি—পৰগণা বন্দবস্ত—শ্ৰীশ্ৰীআউনীআটীয় গোসাঞীত পৰিয়ালৰ লোক শৰণ হোৱা—উপনয়নাদি—শ্ৰীইন্দুৰ বিবাহ উপলক্ষে, শ্ৰীশ্ৰীগোসাঞী ও সমূহ বৈষ্ণৱলৈ জলপানৰ সম্ভাৰ প্ৰেৰণ—৫০ বৎসৰ অধিকাৰ হোৱা উৎসৱ—বংশৰ ও জ্ঞাতি লোকৰ মৃত্যু—"হৰিস্মৃতিসুধাঙ্কুৰ" পুস্তক—মধুমিশ্ৰ পাণ্ডা—শিলৰ খুটাৰ টেক্স্—সত্ৰৰ ৰাজমেধিৰ মৃত্যু—আনন্দৰাম বৰুৱাৰ মৃত্যু—নগাঞে শ্ৰীশ্ৰীগোসাঞীৰ বেমাৰ চোৱা—অন্যান্য কথা।

শ্ৰীশ্ৰীফিষ্ট্প্যাটী চীফ কমিচনৰ ও ৱার্ড জজ-কমিচনৰ। কামৰূপে, শ্ৰীকেম্বল সাহেব ডিপুটী কমিচনৰ। এওঁ সাহেব তহচীলদাৰ মকৰৰ হোৱা পৰগণা সেয়াই। অন্য সকল পৰগণা কেৰসন পেয়াল মত, এক এক সনা ম্যাদে বন্দবস্ত কৰিলে। আৰু পৰগণা সকলৰ কমিচন গুচাই, তাকে দৰমহা স্বৰূপ "বিল" দি নিবৰ নিয়ম কৰিলে॥ ১১৪৩॥ তহচালৰ পৰগণা-সকলৰ কমিচন, দৰমহা হোৱা

১ বৈশাগ—শ্ৰীশ্ৰীআউনীআটীয়া অধিকাৰ গোসাঞীক চাপৰিত সেৱা কৰি নামঘৰত গায়ন-বায়ন নটুৱা নাচ কৰা চাই আহোঁ॥ ১১৪৪॥ নটুৱা নাচ

২ বৈশাগ, শুক্ৰবাৰ—শ্ৰীদেবকান্ত ও শ্ৰীনোমলী, ও নগঞা বোৱাৰী ও কুকুৰা বোৱাৰীক, শৰণ কৰান যায়। একটা সময় ঘৰে আহোঁ॥ ১১৪৫॥ শ্ৰীনোমলী, শ্ৰীদেব শৰণ লোৱা

৫ বৈশাগ, ১৬ আপ্ৰেল—ৰায়তৰ টিকিট্ মতে দুৰ্গাকান্ত (১) মেম্বৰ মকৰৰ হয়। মোৰ কম হেতু নহল॥ ১১৪৬॥ দুৰ্গাকান্ত মেম্বৰ

---

টোকা:—(১) ৺দুৰ্গাকান্ত বৰুৱা, উত্তৰ গুৱাহাটী শিলসাঁকোৰ।—সম্পাদক।

শ্ৰীমতী ইন্দুক জোৰণ পিন্ধোৱা

৭ বৈশাগ—শ্ৰীমতী ইন্দুক, শ্ৰীললিতচন্দ্ৰৰ জন্য জোৰণ পিন্ধায় হেতু, গোসাঞী পাশ্ যোৱা নহ'ল ॥ ১১৪৭ ॥

আমাৰ মাটিত শ্ৰীচন্দ্ৰবাস্তৱ ঘৰ কৰা

এবং শ্ৰীচন্দ্ৰ, শ্ৰীলক্ষ্মীকান্ত ঘৰৰ পৰা আহি, আমাৰ সন্মুখৰ মাটিত ঘৰ কৰি লয় ॥ ১১৪৮ ॥

শ্ৰীইন্দুৰ বিবাহাৰ্থে সবৈষ্ণৱ গোসাঞীক জলপানেৰে সেৱা

১১ বৈশাগ—শ্ৰীইন্দুমতীৰ ১২ বৈশাগ বিবাহাৰ্থে, গোসাঞী ঈশ্বৰ ও সমূহ বৈষ্ণৱসকলক জলপানৰ সম্ভাৰ দিয়া যায় ॥১১৪৯॥

১২ বৈশাগ, সোমবাৰ—শ্ৰীদেৱকান্তে নান্দীমুখ শ্ৰাদ্ধ কৰি, ৰাত্ৰি শ্ৰীইন্দুক, শ্ৰীললিতচন্দ্ৰক বিবাহ দিয়া যায় ॥ ১১৫০ ॥

এই বিবাহে দিয়া দ্ৰব্য ঃ—

| শ্ৰীললিতচন্দ্ৰ বৰক .— | |
|---|---|
| পালেঙ্গি— | ১ |
| ঢাৰি— | ১ |
| কঠ— | ১ |
| তোলী— | ১ |
| তলত পৰা— | ১ |
| গাৰো— | ১ |
| আঠুৱা— | ১ |
| খনীয়া কাপুৰ— | ১ |
| সেউজীয়া বানাত— | ১ |
| তথা চাদৰ— | ১ |
| তামৰ কোখা-অৰ্ঘা— | ১ জোৰ |
| সোণৰ বাখৰাৰি আঙ্গুঠি— | ১ টা॥ |
| বেৰাকাঁহী— | ১ জোৰ |
| কাঁহৰ বাটি— | ২ টা |
| তথা লোটা— | ১ „ |
| তথা কলহ— | ১ „ |
| তথা চৰিয়া— | ১ „ |
| | ২০ |

| শ্ৰীমতী ইন্দুক দিয়া :— | |
|---|---|
| সোণৰ বিৰি সহিত কোত্মণি— | ১ থোপা |
| সোণৰ বিৰি প্ৰৱাল সহিত— | ১ ধাৰ |
| সোণৰ বাখৰামি আঙ্গুঠি— | ৫ গোট |
| সোণৰ বাখৰামি কেৰু— | ১ জোৰ |
| ক'লা কাৰ্চিপি মেখলা— | ১ |
| বাণাৰসী বিহা— | ১ |
| গাত গুণাৰ ফুলৰ পাৰি দিয়া, জুৰীয়া কাপুৰ— | ১ |
| বাখৰামি বিৰি সহিত ৰূপৰ কোত্মণি— | ১ থোপা |
| | ১২ |
| পাটৰ মেখলা— | ১ |
| খনীয়া কাপুৰ— | ১ |
| | ১৪ |

১৫ বৈশাগ— ৺পুৰুষৰ তিথি পূৰ্ণিমা। প্ৰাতসে অশ্বক্ৰান্তত স্নান কৰি থান সেৱা পূৰ্ব্বক গোসাঞী ৺ক সেৱা কৰি, লোক-জনক জলপান কৰাওঁ। ঘৰে আহি পুনৰ যাওঁ॥ ১১৫২॥ ঈশ্বৰ পুৰুষৰ তিথি পালন

১৯ বৈশাগ—শ্ৰীৰোহিণী ও শ্ৰীদেবৰ বোৱাৰীক গোসাঞী ঈশ্বৰত শৰণ কৰান যায়॥ ১১৫২॥ শ্ৰীদেবৰ বোৱাৰী ও শ্ৰীৰোহিণী শৰণ হোৱা

২৩ বৈশাগ শুক্ৰবাৰ, শ্ৰীইন্দুমতীক শৰণ কৰান যায়॥১১৫৩॥ শ্ৰীইন্দু শৰণ হোৱা

২৫ বৈশাগ, ৰবিবাৰ—অদ্য শ্ৰীশ্ৰীদত্তদেৱ আউনীআটীৰ অধিকাৰ হবৰ ৫০ বৎসৰ পুৰ হোৱা হেতু, নগাঞ প্ৰভিতি স্থানে, অনেক উৎসৱ। সেহেতু মঞি নিজে খৰচ পূৰ্ব্বক কল-পুতি দীপমালা দিয়া হৈছিল। ও দিনতো নামঘৰত গান-বাজানা, নটুৱাৰ নাচ, হৈছিল। ও ৰাত্ৰিও গান বাজানা হৈছিল। ৰাত্ৰি ১১টা সময় ঘৰে আহোঁ॥ ১১৫৪॥ গোসাঞী ৫০ বৎসৰ অধিকাৰ হোৱা উৎসৱ

তদপৰ ৰাত্ৰি বৰ ধুমুহা হৈছিল। ভঁৰালৰ নাউ একখন দ্ৰব্যবস্তু মানুহ সৈতে উটি গৈছিল। ৰাতিপোৱা আহিল। কোনো হানি নহল॥ ১১৫৫॥

৫ জৈষ্ট—গোসাঞী ঈশ্বৰ নগাঞে ৰওনা হৈ যাব জানি, পাটৰ কাপুৰ এক জোৰ, নগদ ৫৲ টাকা দি বিদায়েৰ প্ৰণাম কৰোঁ। ও বোৱাৰীহঁতে প্ৰসাদ লয়। ও ৺মহাপ্ৰভুক পূজা এভাগ দি বিদায় দিলোঁ॥ ১১৫৬॥ গোসাঞীক বিদায় সেৱা

৬ জৈষ্ট, শুক্ৰবাৰ—দিবা ৩টা সময়, গোসাঞী ঈশ্বৰ নাৱত অথচ চৰা নাৱত উঠি ৰওনা, নগাঞে হ'ল। মঞি নাৱেৰে লগত গৈ কুকুৱাৰ বালিত থৈ, সন্ধ্যা বাদ, ঘৰ পালোঁ॥ ১১৫৭॥ গোসাঞী নগাঞ ৰওনা

৭ জৈষ্ট— শ্ৰীৰঘুনাথ শৰ্ম্মা ৰাজমেধি, চাপৰিৰ বাহৰত থকাতে, মঞি যাই সেৱা কৰোঁ, কথা হওঁ। এনেতে, লক্ষ্মী-কান্তৰ টান হোৱা খবৰ কোৱাতে আহিলোঁ। বাহিৰ ওলিয়াইছে। ৩ বাজা সময় মৃত্যু হ'ল। বিৰজাই অন্ত্যেষ্টি ক্ৰিয়া কৰে॥ ১১৫৮॥ লক্ষ্মীকান্ত মৃত

নৰেশ্বৰ ফৌত্

১৬ জৈষ্ঠ, সোমবাৰ—গধূলি মহাফেজনীৰ ঘৰে ৰুদ্ৰেশ্বৰে নৰেশ্বৰ শৰ্ম্মা গ্ৰহণী বেমাৰে ফৌত্ হয়। দিননাথ শৰ্ম্মা প্ৰভিতি অগ্নিকৰ্ম্ম কৰে ॥ ১১৫৯ ॥

পৰ্ব্বতীয়া বৰুৱাৰ জীয়েক ফৌত্

হৰনাথ পৰ্ব্বতীয়া বৰুৱাৰ জীয়েক কেতেকী হাইজা বেমাৰে ফৌত্ হয়। * * * ॥ ১১৬০ ॥

ৰাজমেধি দেউ ফৌত্

১৭ জৈষ্ঠ, মঙ্গলবাৰ—প্ৰাতঃকালে ৰঘুনাথ ৰাজমেধি অশ্বক্ৰান্ত থানত ভেদ-বমিতে মৃত্যু হয়। মঞি শুনা মাত্ৰে নাৰেদি গলোঁ। কাল হলত, ভায়েক গঙ্গাৰ দ্বাৰা অন্ত্যেষ্টি ক্ৰিয়াদি কৰাই ঘৰে আহোঁ ॥ ১১৬১ ॥

১৯ জৈষ্ঠ—শ্ৰীদেৱকান্তৰ ঘৈণী যুবত হৈ জাননী দিয়াতে,

নোৱাই-তোলনি

২৩ জৈষ্ঠ—বোকাচাউল, গুৰ, গাখীৰ, চৰু মলা, ঢুলীয়া সহিত সৰুঘৈণী বৰ বোৱাৰীক পঠাই নোৱাই-তোলনি তোলা যায় ॥ ১১৬২ ॥

২৭ জৈষ্ঠ—ৰঘুনাথ ৰাজমেধিৰ কৰ্ম্ম হেতু অশ্বক্ৰান্তে যাওঁ ॥ ১১৬৩ ॥

ৰাজমেধিৰ দ্ৰব্যৰ তালিকা

৩২ জৈষ্ঠ—অশ্বক্ৰান্ত থানে যাই গঙ্গাই ও জীউৰাম পাচনি সহিত ভৰলুসত্ৰে যাই, ৰাজমেধিৰ সম্পত্তিৰ তালিকা কৰি আৰকাপুৰ একখন, লুই ক্যপোৰ একখন, গোসাঞী পাশ পঠাবৰ কাৰণে লৈ আহোঁ ॥ ১১৬৪ ॥

সম্পত্তিৰ তালিকা গোসাঞী পাশ পঠোৱা

৩ আষাড়—ৰাজমেধিৰ সম্পত্তিৰ তালিকা ও নগদৰো পাওনাৰ ফৰ্দ্দ কৰি চিঠিতে সকল বিবৰণ লিখি গোসাঞী পাশ জাগীত পঠাওঁ ॥ ১১৬৫ ॥

১২ আষাড়—শ্ৰীনন্দৰ পাশ ৰাজমেধিৰ টাকাৰ হিচাব পঠাওঁ ॥ ১১৬৬ ॥

"হৰি স্মৃতি-সুধাঙ্কুৰ পুস্তক

২২ আষাড়—শ্ৰীশ্ৰীদক্ষিণপটীয়া ডেকাজনা পাশ "হৰিস্মৃতি-সুধাঙ্কুৰ" পুস্তক মাজুলীত ডাকত পঠাওঁ ॥ ১১৬৭ ॥

৩১ আষাড—আৰ্কাপুৰ একখন, লুই কাপুৰ একখন, জীউৰাম পাচনিৰ হাতত, গোসাঞী পাশ পঠাওঁ ॥ ১১৬৮ ॥ আৰকাপুৰ আদি পঠোৱা

২২ শ্ৰাৱণ ৰবিবাৰ—শ্ৰীদেবকান্ত কুকুৰমুতা সাকিনে যাই, শ্ৰীমাধৱৰামৰ জীয়েকক শান্তি লৈ ঘৰে আনে ॥ ১১৬৯ ॥ শ্ৰীদেবকান্তই শান্তি লোৱা

৩ ভাদ্ৰ—গোহাটী যাই, শ্ৰীকেম্বল সাহেবেৰ বাঙ্গালায়, সাহেবত ,শ্ৰীৰত্নকান্তক উন্নতি কৰাৰ ও শ্ৰীধৰ্ম্মকান্তক মকৰৰ কৰা কথা কওঁ ॥ ১১৭০ ॥ কেম্বল সাহেবক পুত্ৰৰ হকে কোৱা

ও শ্ৰীমধুমিশ্ৰ পাণ্ডা মোৰ ঘৰে আহি থাকে ॥ ১১৭১ ॥ শ্ৰীমধুমিশ্ৰ পাণ্ডা অহা

৬ ভাদ্ৰ—প্ৰাতসে, মধুমিশ্ৰ উজানে যায় ॥ ১১৭২ ॥

* * * * *

৭ ভাদ্ৰ, ২২ আগষ্ট—শ্ৰীকেম্বল সাহেব ডিপুটী কমিচনৰ ছুটী লোৱাতে, শ্ৰীহিন্নু সাহেব চাৰ্জ্জ গ্ৰহণ কৰে ॥ ১১৭৩ ॥ কেম্বল সাহেবৰ ছুটীত হিন্নু সাহেব চাৰ্জ্জ্ লোৱা

১০ ভাদ্ৰ, ২৫ আগষ্ট—মিল সাহেবেৰ বাঙ্গালায় শ্ৰীহিন্নু সাহেবক দেখা দিয়াতে, বৰ সমাদৰ কৰি চকীত বহুৱাই কথা-বাৰ্ত্তা সুধিলে। তদপৰ কাঞ্চাপটি যাই ঘৰে আহোঁ ॥ ১১৭৪ ॥ হিন্নু সাহেবক দেখা হোৱা

১৫ ভাদ্ৰ—শ্ৰীৰত্নকান্তৰ দেনা আদায় হেতু, শ্ৰীনন্দীনাথ বৰুৱা পাশ, ৩৭০৲ টাকা পঠাওঁ ॥ ১১৭৫ ॥ শ্ৰীৰত্নৰ ধাৰ বাবত টাকা পঠোৱা

২ আশ্বিন, ১৭ সেপ্তাম্বৰ সোমবাৰ—দেৱৰৰ বৰদলৈৰ বৰ স্ত্ৰী বুড়ী ফৌত্ হয় ॥ ১১৭৬ ॥ দেৱৰৰ বৰদলৈৰ বৰ স্ত্ৰী ফৌত্

১ কাৰ্ত্তিক—শ্ৰীৰত্নকান্তৰ দেনা বাবত, ফৰ্মুদ্ আলি ওকিলক দিবৰ কাৰণে শ্ৰীনন্দীৰাম বৰুৱা পাশ, ১৫৲ টাকা পঠাওঁ ॥ ১১৭৭ ॥ ধাৰৰ টাকা পঠোৱা

২৭ কাৰ্ত্তিক ৰবিবাৰ—ৰাত্ৰি ১২৷৷০ সময়, শ্ৰীচন্দ্ৰকান্তৰ ঘৰ পোৰে , আমাৰ পথালি ঘৰত থাকে ॥ ১১৭৮ ॥ শ্ৰীচন্দ্ৰৰ ঘৰ পোৰা

২৪ অগ্ৰায়ণ—শ্ৰীঘনকান্তী বোৱাৰীৰ ছোৱালী এটী দিবা ৭৷৷০ বাজাত হৈ,—

২৫ অগ্ৰায়ণ—দিবা ২টা সময় ঢুকায় ॥ ১১৭৯

শিলৰ খুটাৰ বাবত ফি টাকায় ছয় পাই

৫ পৌষ, ১৯ ডিচাম্বৰ—এই সনৰ পৰা শিলৰ খুটা বাবত, খেৰাজী মাটিৰ খাজানাৰ ফি টাকায় ছয় পাই তহচীলদাৰ সকলে কাটি ৰাখে ॥ ১১৮০ ॥

ভূমিকম্পত মনকলী হাতীৰ মৃত্যু

৯ পৌষ, ২৩ ডিচাম্বৰ ৰবিবাৰ—ৰাত্রি ১১টা সময় বৰ ভূমিকম্প হয়। সেই কম্পতে মোৰ "মনকলী" হাতী মাহুতৰ ঘৰৰ আগত বান্ধি থৈছিল। তাতে মাটিত পৰিল, উঠিব নোৱাৰিলে। ৰাতিপোৱা কোৱাতে, ঘাহ-পানী দিব দিছিলোঁ ও দিছিল। উঠিব নোৱাৰি,

১১ পৌষ—ৰাত্রি মৃত্যু হোৱা কোৱাত,—

১২ পৌষ—খৰচা দি পোতালোঁ ॥ ১১৮১ ॥

আনন্দৰাম বৰুৱা ফৌত্

৭ মাঘ, ১৯ জানৱাৰী—আনন্দৰাম বৰুৱা ডিপুটী কমিচনৰ কলিকাতায় ফৌত্ হয় ॥ ১১৮২ ॥

বৰঘৈণীৰ অস্থি গঙ্গাত লগাবলৈ পঠোৱা

১০ মাঘ—শ্রীবাপালী বৰদলৈ তস্য স্ত্রী সহ ভাঠী হৰিদ্বাৰে যাবৰ কাৰণে আমাৰ ঘৰে আহি থাকে ॥ ১১৮৩ ॥

১১ মাঘ—বিদায় দি বৰঘৈণীৰ অস্থি হৰিদ্বাৰে গঙ্গাত লগাবৰ খৰচা সহিত দিওঁ ॥ ১১৮৪ ॥

পুষ্পকান্তৰ জন্য ব্রজ ভোজ

এবং মহাফেজনী পুষ্পকান্তৰ জন্যে ব্রজভোজ (ব্রহ্মভোজ?) দিয়াতে ৰুদ্রেশ্বৰে যাওঁ। আমি অহাৰ পৰে খুৰীৰ পৰা ভূমি ও পুষ্পকান্তৰ কাজিয়া হয় তদবধি ॥ ১১৮৫ ॥

শ্রীৰুদাই ভাঠী তীর্থ যোৱা

১৩ মাঘ—যোৰহাটৰ পৰা কপৌ ঘৰৰ শ্রীৰুদাই তীর্থ কৰিবৰ আহি, ঐ ৰুদাইৰ মাক লুধুৰি,

১৪ মাঘ—দেখা হৈ ভটীয়াই যায় ॥ ১১৮৬ ॥

গ্যাতি সকলক নমতাত,—আমি চুড়াকৰণত নোযোৱা

২৪ মাঘ—সোমবাৰ উমাকান্ত তস্য পুতেকৰ "চুড়াত"(১) আমাক মাতি লগ লবৰ ধৰিছিল। "আমি গ্যাতি সকলৰ সঙ্গভিত আছোঁ, তেওঁলোক নগলে যাব নোৱাৰোঁ" বুলি কোৱাতে, "কি বুড়া গৰু খালত পৰিছে।" বুলি নমতাত, আমি নগলোঁ ॥ ১১৮৭ ॥

টোকা :—(১) চুড়াত = চুড়াকৰণত।

২৫ মাঘ বুধবাৰ—শ্ৰীবিষ্ণুৰ পুতেক, শ্ৰীআনন্দিৰ "চূড়াকৰণে" যাওঁ ॥ ১১৮৮ ॥ শ্ৰীআনন্দিৰ চূড়াকৰণ

* * * * * * * * *

২৯ মাঘ—ভৰলু সত্ৰে যাই মহাপ্ৰভুক সেৱা কৰি মণিকূট নামঘৰৰ মালামালৰ ফৰ্দ্দ কৰি আনোঁ ॥ ১১৮৯ ॥ ভৰলু সত্ৰৰ মালামালৰ ফৰ্দ্দ

৪ ফাগুন—অশ্বক্ৰান্ত থানৰ দ্ৰব্যজাতৰ,

৬ ফাগুন—ভৰলু সত্ৰৰ ফৰ্দ্দ কৰি, চিঠি সহ, নগাঞে গোসাঞী ঈশ্বৰ পাশ পঠাওঁ ॥ ১১৯০ ॥ অশ্বক্ৰান্তৰ দ্ৰব্যজাতৰ ফৰ্দ্দ পঠোৱা

১২ ফাগুন—বৰষৈণীৰ সাম্বৎসৰিক শ্ৰাদ্ধ, তেউৰ অভিমতে, মঞি নিজে কৰোঁ ॥ ১১৯১ ॥ ৺বৰষৈণীৰ সাম্বৎসৰিক শ্ৰাদ্ধ

১৩ ফাগুন—শ্ৰীৰুদাই তস্য মাক ও বোৱাৰীয়েক সহিত, তীৰ্থ কৰি আমাৰ ঘৰে অহাতে বিদায় দি পঠাওঁ ॥ ১১৯২ ॥ শ্ৰীৰুদাই আদি তীৰ্থ কৰি ঘূৰি অহা

১৫ ফাগুন—মধুমিশ্ৰ ( পাণ্ডা ) ( শ্ৰী )ক্ষেত্ৰৰ পৰা আহি, আমাৰ ঘৰে থাকাতে বিদায় দিওঁ ॥ ১১৯৩ ॥ মধুমিশ্ৰক বিদায় দিয়া

১৭ ফাগুন—বুধবাৰ মহাফেজনী ৰুদ্ৰেশ্বৰৰ উঠি আহি আমাৰ শ্ৰীকণৰ ঘৰে থাকে ॥ ১১৯৪ ॥ মহাফেজনী ৰুদ্ৰেশ্বৰৰ পৰা উঠি অহা

১৮ ফাগুন—শ্ৰীলখীধৰৰ পুতেক ভব ফৌত্ হয় ॥ ১১৯৫ ॥ লখীধৰ পুত্ৰ ভব ফৌত্

১৯ ফাগুন—যজ্ঞসেন চৌধাৰী খাতা পৰগণাৰ ঘৰে ফৌত্ হয় ॥ ১১৯৬ ॥ যজ্ঞসেন চৌধাৰী ফৌত্

২২ ফাগুন সোমবাৰ—নগাঞৰ পৰা শ্ৰীশ্ৰীআউনীআটীয় গোসাঞীৰ বেমাৰৰ টেলিগ্ৰাফ্ ৮ বজাত পাই, তেতিয়াই তৰাতৰিতে স্নান পূৰ্ব্বক, গোহাটী যাই, ডাক-জাহাজ নাপাই, ৰাতি জাহাজত থাকি, পৰ ৰোজ,— শ্ৰীশ্ৰীআউনীআটীয় গোসাঞীৰ বেমাৰ

২৩ ফাগুন—ৰওনা হৈ গধূলি সময়, তেজপুৰ পাওঁ। চাবলৈ ৰওনা তেজপুৰ

২৪ ফাগুন—৮টা সময়, শিলঘাট পাই বাম উঠি স্নান পূৰ্ব্বক ভোজন কৰি, হাতীৰে যাই, ৰাত্ৰি ১০টা সময় সত্ৰ পাই, প্ৰসাদ লৈ বাপিৰাম ওজাৰ বাহাত থাকোঁ ॥ ১১৯৭ ॥ শিলঘাট সত্ৰ পহুচা

চিকিৎসাত গোসাঞী আৰাম

২৫ ফাগুন ইস্তক ২৯ ফাগুনতক চিকিৎসা কৰাতে গোসাঞী ঈশ্বৰৰ আৰাম হোৱাতে অনুমতি লৈ,—

নগাঞ যোৱা

৩০ ফাগুন—নগাঞ সহৰে যাই, শ্ৰীদুৰ্গানাথ ফোকনৰ টোলত, শ্ৰীবেথাৰাম ভকতৰ বাহাত থাকোঁ ॥ ১১৯৮ ॥

খাগৰিজান

১ চৈত্ৰ—খাগৰিজানে থাকি শ্ৰীনন্দীনাথ বৰুৱা (পাশ) ও কাঞাপটি যাওঁ ॥ ১১৯৯ ॥

শ্ৰীগুণাভিৰাম বৰুৱা ও শ্ৰীনন্দীনাথ বৰুৱা পাশ যোৱা কাঞাপট্টি

২ চৈত্ৰ—শ্ৰীগুণাভিৰাম বৰুৱা পাশ যাওঁ। এবং গধূল সময় শ্ৰীনন্দীনাথ বৰুৱাৰ বেমাৰ শুনি যাই ঔষধ খুৱাওঁ ॥১২০০॥

৩ ৰোজ (চৈত্ৰ) কাঞাপটি যাই, শ্ৰীৰত্নকান্তৰ দেনা হিচাব বন্দবস্তি কৰি,—॥ ১২০১ ॥

গোসাঞী ঈশ্বৰ পাশ থকা

৪ চৈত্ৰ—খাগৰিজান হৈতে গৰুৰ গাড়ীতে ৰওনা হৈ গোসাঞী ঈশ্বৰ দেখা হৈ, আগে থকা নামঘৰত থাকোঁ ॥ ১২০২ ॥

৫ চৈত্ৰ—মঞি নগাঞে গোসাঞী ঈশ্বৰ পাশ থাকোঁ॥১২০৩॥

শ্ৰীকেম্বল ও শ্ৰীগেট্ সাহেব

৬ চৈত্ৰ, ১৮ মাৰ্চ্চ—শ্ৰীজনচন্ জজ ও কমিচনৰ ছুটী লোৱাতে তৎকৰ্ম্মে, শ্ৰীকেম্বল সাহেব একটিং হয়। ও তৎকৰ্ম্মে শ্ৰীগেট্ সাহেব একটিং ডিপুটী কমিচনৰ হয়, শ্ৰীৰত্নৰ চিঠি পাওঁ ॥১২০৪॥

নগাঞৰ পৰা উত্তৰ গোহাটী অহা

৭ চৈত্ৰ—শ্ৰীশ্ৰীআউনীআটীয় গোসাঞী পাশ বিদায় হৈ দিবা ১টা সময়, গৰুৰ গাড়ী দ্বাৰা, শ্ৰীকিনা ও শ্ৰীবেঙ্গা সহিত ৰওনা হৈ, চামগুৰিত সন্ধ্যা হ'ল। তামাম ৰাতি যাই, কলিয়াবৰ পোৱাতে, প্ৰভাত হ'ল ॥ ১২০৫ ॥

৮ চৈত্ৰ—৭॥০টা সময়, ঐ গাড়ীৰ দ্বাৰা, জাহাজ ঘাটত উপস্থিত হৈ, তৰাতৰিতে স্নান পূৰ্ব্বক অলপ জল খাই, ডাক জাহাজ অহাতে উঠি, ৰওনা হৈ, ৪॥০টা সময় গোহাটী পহুচি, সন্ধ্যা সময় উত্তৰ গুৱাহাটী ঘৰ পাওঁ ॥ ১২০৬ ॥

শ্ৰীকেম্বল সাহেব সহিত দেখা হোৱা

১৬ চৈত্ৰ—মঞি গোহাটী যাই, শ্ৰীকেম্বল একটিং জজ সাহেব সহিত দেখা, কথোপকথন হওঁ ॥ ১২০৭ ॥

শ্ৰীভূমিৰ ঘৈণী "হেম" ফৌত্

২৪ চৈত্ৰ, ৫ আপ্ৰেল—শুক্ৰবাৰ ৰাতি, ভূমিৰ ঘৈণীয়েক হেম ফৌত্ হয় ॥ ১২০৮ ॥

# ষষ্ঠ অধ্যায়

শ্ৰীশ্ৰীফিষ্ট্‌প্যাটী চীফ্‌ কমিচনৰ ও তেওঁৰ সলনি আন আন লোক।

১৮১১ শক। ১২৯৬ সন। ১৮৮৯-৯০ ইং।

বিষয়াদি—পৰগণা বন্দবস্ত— শিলৰ খুটাৰ টেক্স ৰহিত—বৰ ধুমুহাত বৰপেটা, উত্তৰ গুৱাহাটী ও নগাঞে ক্ষতি—হাজো পৰগণাৰ "ৰাইজ উঠা"— উমানন্দত টেলিগ্ৰাফ খুটা—ফিষ্ট্‌প্যাটী হায়দ্ৰাবাদে ৰেচিডেণ্ট হোৱা—একটিং চীফ্‌ কমিচনৰ মিঃ ইয়েষ্টলণ্ডৰ ইস্তফা দিয়া—'লা' সাহেব ( Sir Charles Lyall, KCSI, CIE ? ) একটিং চীফ্‌ কমিচনৰ—কুইনটন সাহেব ( Mr J W Quinton CSI ) চীফ্‌ কমিচনৰ হোৱা—উমানন্দত টেলিগ্ৰাফৰ গুণা—আদমচুমাৰি—মঞি জীবিত থকা প্ৰমান—প্ৰিন্স্‌ এলবাট ভিক্টৰ কলিকাতা আহা—জন্ম, মৃত্যু, বিবাহ ও অন্যান্য খবৰ।

শ্ৰীশ্ৰীফিষ্ট্‌প্যাটী চীফ্‌ কমিচনৰ ও শ্ৰীকেম্বল সাহেব একটিং জজ-কমিচনৰ। ও কামৰূপে শ্ৰীগেট সাহেব একটিং ডিপুটী কমিচনৰ ॥ ১২০৯ ॥ ইংৰাজ বিষয়া সকল

তহচীলদাৰ মকৰৰ হোৱা পৰগণা সেয়াই। অন্য সকল পৰগণা কেৰচন্‌ পেয়াল মত, বন্দবস্ত হ'ল। কিন্তু এই সনে শিলৰ খুটি বাবত ছয় পাই ফি টাকায় লোৱা ৰহিত হ'ল ॥১২১০॥ শিলৰ খুটাৰ কৰ ৰহিত

১৪ বৈশাগ, ২৬ আপ্‌ৰেল—কামৰূপৰ একটিং ডিপুটী কমিচনৰ শ্ৰীগেট্‌ সাহেব মণিপুৰে পলিটিকেল এজেণ্ট্‌ হৈ যোৱাতে, তৎকৰ্ম্মে শ্ৰীহেট্‌ সাহেব একটীং হয় ॥ ১২১১ ॥ শ্ৰীগ্ৰেট সাহেব মণিপুৰে পলিটিকেল এজেণ্ট হোৱা

টোকা :—(১) ১৮১১ শক হোৱা উচিত, মূল পুথিত ১৮১০ শক দিয়া আছে।

শ্ৰীৰত্নৰ দেনা বিষয় নগাঞে লিখা

২১ বৈশাগ—নগাঞতে ভোম সিং কাঞাৰ গোমস্থা নাথমল কাঞাক শ্ৰীৰত্নকান্তৰ ৯৫৲ টাকা দেনা থাকাতে শ্ৰীৰতনবাবু, মন্‌চুকি আদালতৰ পৰা ক্ৰোক কৰাই হেতু, নাথমল ওজৰ কৰাৰ কাৰণ, শ্ৰীবাপিৰাম নাজিৰকে লিখোঁ ॥ ১২১২ ॥

বৰপেটাৰ ধুমুহাত মানুহ মৰা

ও বৰ ধুমুহা বতাহ হৈ বৰপেটায় মানুহ মৰে। তথায়, বতহু নাজীৰ মৰে ॥ ১২১৩ ॥

উত্তৰ গোহাটীত ধুমুহা, শিলাবৃষ্টি

২৭ বৈশাগ—নিশা দুপ্ৰহৰ সময় বৰ ধুমুহা শিলাবৃষ্টি হয়। আমাৰ বাৰীৰ ৰুদ্ৰাক্ষ ভাঙ্গি পৰে ॥ ১২১৪ ॥

৩ জৈষ্ট, ১৬ মেই—মহাফেজনীৰ মাটিত পুষ্পকান্ত ও ভূমিকান্ত সমুদায় মাটিত নামজাৰি বিষয় কালেক্টৰিত মকৰ্দ্দমা হোৱাতে, মহাফেজ উইল কৰি তস্য স্ত্ৰীক দিয়া বাবতে, মঞি শ্ৰীহৰিচন্দ্ৰ চাকি মনচুফ পাশ হাজিৰ হৈ, শ্ৰীৰত্নেশ্বৰ শৰ্ম্মা সহিত সাক্ষী কওঁ। উমাকান্ত ও শ্ৰীকমলাকান্ত সিপক্ষে কলে ॥ ১২১৫ ॥ এবং,—

১২ জৈষ্ট—ঐ মকৰ্দ্দমা ডিচ্‌মিচ্ হয় ॥ ১২১৬ ॥

হাজো প্ৰভিতি পৰগণাত "ৰাইজ উঠা"

১৪ জৈষ্ট ২৭ মেই—হাজো প্ৰভিতি পৰগণাৰ ৰায়ত * * তহচীলদাৰ পৰ ৰাইজ উঠাতে, শ্ৰীহেট্ সাহেব একটিং ডিপুটি কমিচনৰ ও পুলিচ্ সাহেব মপস্বল যোৱাতে, ৰাইজে অপমান কৰে ॥ ১২১৭ ॥

তদন্ত

২৬ জৈষ্ট—৭ জুন—শ্ৰীকেম্বল সাহেব একটিং জজ ও হেট্ সাহেব ও পুলিচ সাহেব মপস্বল যাই ৰাইজ উঠা তদন্তক্ৰমে,

* * * *

দণ্ড

৩০ জৈষ্ট, ১২ জুন—ৰাইজ উঠা মকৰ্দ্দমায় * * * * * প্ৰভিতিক ৬।৬ মাহ ফাটেক দিয়ে ॥ ১২১৮ ॥

২ আষাড়, ১৫ জুন—শ্ৰীশ্ৰীকেম্বল সাহেব একটিং কমিচনৰ, শ্ৰীলা সাহেবকে চাৰ্জ্জ দি জেলাৰ ডিপুটী কমিচনৰ কৰ্ম্ম শ্ৰীহেট্ সাহেবৰ পাশ গ্ৰহণ কৰে ॥ ১২১৯ ॥

৪ আষাঢ় ১৭ জুন—দক্ষিণ গোহাটী হৈতে, উমানন্দৰ পৰ্ব্বতৰ ওপৰেদি, টেলিগ্ৰাফৰ গুণা দিবৰ কাৰণে খুটা পোতে ॥ ১২২০ ॥

উমানন্দত টেলিগ্ৰাফৰ খুটা পোতা

৭ আষাঢ়—শ্ৰীদেবকান্তৰ কন্যা এটী হৈ মৃত হয় ॥ ১২২১ ॥

শ্ৰীদেবৰ কন্যা মৃত

১২ আষাড, ২৫ জুন—নগাঞে বৰ ধুমুহা হৈ তিনিখন গাঞৰ ঘৰ ভাঙ্গে। ও পৰ্ব্বত কন্দলিৰ ফালে খহে, শুনা যায় ॥ ১২২২ ॥

নগাঞে বৰ ধুমুহা

১৯ আষাড, ২ জুলাই—শ্ৰীকেম্বল সাহেব, বেমাৰ হৈ ছুটী লোৱাতে, তৎকৰ্ম্মে শ্ৰীহেটু সাহেব চাৰ্জ্জ লয় ॥ ১২২৩ ॥

কেম্বল সাহেব ছুটী লোৱা

২৫ আষাড, ৮ জুলাই—গোপাল গোহাঞী ফৌত্ হয় ॥ ১২২৪ ॥

গোপাল গোহাঞী ফৌত্

ও পুষ্পকান্ত চহৰৰ ভিতৰ টিলাৰ পশ্চিমে ঘৰ কৰি ৰুদ্ৰেশ্বৰৰ পৰা উঠি আহে ॥ ১২২৫ ॥

পুষ্পকান্ত চহৰলৈ উঠি অহা

৩১ আষাড়, ১৪ জুলাই—শ্ৰীশ্ৰীফিষ্ট্প্যাটী চীফ্ কমিচনৰ হায়দ্ৰাবাদে "ৰেচিডেণ্ট" মকৰৰ হোৱাতে তৎকৰ্ম্মে মিষ্টৰ ইয়েষ্টলণ্ড্ গোহাটী পহুচি শিলিঙে যাই,—

২ শ্ৰাবণ—১৭ জুলাই চাৰ্জ্জ গ্ৰহণ কৰে। এবং ফিষ্ট্প্যাটী গোহাটী আহি ভাঠী যায় ॥ ১২২৬ ॥

ফিষ্টপ্যাটী হায়দ্ৰাবাদে ৰেচিডেণ্ট ইয়েষ্টলণ্ড্ চীফ কমিচনৰ

শ্ৰীশ্ৰীশা সাহেব জজ, গবৰ্ণমেণ্টৰ চেকেটুৰ হৱাতে শ্ৰীশ্ৰীকেম্বল সাহেব পুনৰ জজ-কমিচনৰ চাৰ্জ্জ গ্ৰহণ কৰে ॥ ১২২৭ ॥

৬ ভাদ্ৰ, ২১ আগষ্ট—শ্ৰীশ্ৰীমিষ্টৰ ইয়েষ্টলণ্ড্, চীফ্ কমিচনৰ কাম ইস্তফা দিয়াতে, দোচ্ৰা একজন না-আইসাতক্, লা (১) সাহেব ঐ চীফ্ কমিচনৰ চাৰ্জ্জ গ্ৰহণ কৰে ॥ ১২২৮ ॥

ইয়েষ্টলণ্ড্ চীফ্ কমি-চনৰ পদ ইস্তফা দিয়া

১৭ ভাদ্ৰ, ১ চেপ্তাম্বৰ—কালাজ্বৰ হৈ অনেক লোক মৰা বাবত, ইস্কুল ঘৰে কমিটী হয় ॥ ১২২৯(ক) ॥

কালাজ্বৰ

---

টোকা :—(১) লা সাহেব = Sir Charles Lyall, K C S I

লেঃ গবর্ণৰ শ্বিলিংযোৱা — এবং শ্ৰীশ্ৰীবেলী সাহেব লেপক্টেন্ট, (লেফ্‌টেনান্ট) গবর্ণৰ আহি শ্বিলিং যায় ॥ ১২২৯(খ) ॥

পুৰ্থাৰ মাক ফৌত্ — ১০ আশ্বিন, ২৫ চেপ্তাম্বৰ—ঈসাইৰ ঘৈণীয়েক পুৰ্থাৰ মাক, দিবা ৩টা সময় ফৌত্ হয় ॥ ১২৩০ ॥

কুইণ্টন্ চীফ্ কমিচনৰ — ৪ কার্ত্তিক—১০ আক্টুবৰ—শ্ৰীশ্ৰীকুইণ্টন্ সাহেব আসামে চীফ্ কমিচনৰ হৈ গোহাটী পহুচে ॥ ১২৩১ ॥

টেলিগ্ৰাফৰ গুণা উমানন্দৰ ওপৰেদি চলে — ৮ কার্ত্তিক—২৪ আক্টুবৰ—টেলিগ্ৰাফৰ গুণা গোহাটী হৈতে উমানন্দত তোলি, ওপৰেদি ৰজাদুৱাৰৰ পর্ব্বতত তোলে এবং চলায় ॥ ১২৩২ ॥

আদমসুমাৰি — ২৩ কার্ত্তিক, ৮ নৱম্বৰ—শুক্রবাৰ ৰাতি, "আদমসুমাৰি", সকলখানে পেয়াল কৰে ॥ ১২৩৩ ॥

হলিৰাম বৰুৱা ফৌত্ — ২৭ কার্ত্তিক,—১২ নৱম্বৰ—হলিৰাম বৰুৱা একষ্ট্ৰা এচিষ্টেণ্ট্ কমিচনৰ কুকুৰমুতাৰ খৰিদা বাঙ্গালাতে, ঐ ৰোজ ৰাতি মৃত্যু হৈ থাকে। পৰৰোজ, বলো, ও বংশী, ও ৰাধা, হলিৰামৰ পুত্ৰ নি অগ্নিকর্ম্ম কৰে ॥ ১২৩৪ ॥

আমি জীবিত পৰীক্ষাৰ্থে ট্ৰেজাৰী হাকিম পাশ হাজিৰ — ১১ অগ্ৰায়ন, ২৫ নৱম্বৰ—আমি পেনচিন প্ৰাপ্ত জীবিত (১) আছি কি নাই, পৰীক্ষা কৰাৰ জন্যে, কণ্ট্ৰোলাৰৰ চিঠিমত, "ট্ৰেজাৰী"ৰ হাকিম পাশ, মঞি হাজিৰ হবৰ কাৰণে শ্ৰীআন, এছ, গ্ৰীনচিট্‌চ্ স্বোৱাৰ একটীং ডিপুটী কমিচনৰ ৰোবকাৰী পোৱাতে, ১২ অগ্ৰায়ন—২৬ নৱম্বৰ শ্ৰীপ্ৰকাশবাবু একষ্ট্ৰা এচিষ্টেন্ট পাশ হাজিৰ হওঁ ॥ ১২৩৫ ॥

বৰদিন হেতু কেম্বল সাহেবক দেখা হোৱা — ১১ পৌষ, ২৫ ডিচাম্বৰ—অদ্য "বৰদিন" হেতু শ্ৰীকেম্বল সাহেবেৰ বাঙ্গালায়, শ্ৰীৰত্নকান্ত ও শ্ৰীধৰ্ম্মকান্ত, শ্ৰীদেবকান্ত সহিত যাই, কথাবার্ত্তা হৈ আহোঁ ॥ ১২৩৬ ॥

২০ পৌষ, ১৮৯০ ইংৰেজীৰ ৩ জানৱাৰী শুক্রবাৰ শ্ৰীশ্ৰীবিক্টৰীয়া কোইন ভাৰতেশ্বৰীৰ নিজ পৌত্ৰ পিন্স আলবৰ্ট

বিক্টৰ, ভাৰত ভ্রমণার্থে, কলিকাতাৰ ভাগীৰথীৰ তীৰে, অপৰাহ্নে অৱতীর্ণ হয়। এবং বৰলাট শ্রীশ্রীলান্স্ ডাউন্ ও ছোট লাট শ্রীবেলী প্রভিতি অগ্রসৰ হৈ, সমাদৰ পূর্ব্বক, কলিকাতায় তোলে। ৰাতি আতচ্‌বাজি, চাকি ও নাচ্ ভোজাদি হয় ॥ ১২৩৭ ॥

প্রিন্স্ আলবার্ট বিক্টৰ কলিকাতা অহা

২৮ পৌষ, ১১ জানৱাৰী শনিবাৰ দিবা ১টা সময়, সৰু ঘৈণীৰ পুত্র এটি জন্ম হয় ॥ ১২৩৮ ॥

সৰু ঘৈণীৰ পুত্র জন্ম

১ মাঘ(১)—সোমবাৰ প্রাতসে, শ্রীমতী ইন্দু যুৱত হয় ॥ ১২৩৯ ॥

শ্রীমতী ইন্দু যুৱত

৪ মাঘ—সৰু ঘৈণীৰ লৰাটি দিনতে গণনাৰ পৰ, ৰাতি ৭ বজাত মৃত্যু হয় ॥ ১২৪০ ॥

সৰু ঘৈণীৰ পুত্রৰ মৃত্যু

৭ মাঘ ৰবিবাৰ—প্রাতসে শ্রীবামনপতি পাণ্ডাৰ লগত অহা কানু শর্ম্মা গ্রহণী বেমাৰে ফোত্ হয়। চক্র ও পুর্থা শর্ম্মা অগ্নিকর্ম্ম কৰে ॥ ১২৪১ ॥

কানু শর্ম্মা ফোত্

১১ মাঘ বৃহস্পতিবাৰ—ইন্দুমতী ধুৱনী হয়। কনাই-কোলা স্ত্রীসকলে লয় ॥ ১২৪২ ॥

১৯ মাঘ—পুষ্প ও ভূমিকান্ত, মহাফেজনী নামে মাটিৰ ৯০৮।৶০ অনাৰ দেৱানীত মকৰ্দ্দমা হোৱাত বর্ণনা তৈয়াৰ কৰি দিয়া যায় ॥ ১২৪৩ ॥

মহাফেজনীৰ দেৱানী মকৰ্দ্দমা

২১ মাঘ—গোহাটী যাই, কেঞ্চাপটি যাওঁ। ও শ্রীশিৱপ্রসাদ মনচুফৰ বাসায় যাই কথাবার্ত্তা হৈ আহোঁ ॥ ১২৪৪ ॥

শিৱপ্রসাদ মনচুফ সহিত দেখা হোৱা

২৬ মাঘ শুক্রবাৰ—শ্রীজয়ৰাম জামাতাৰ জীয়েক সহিত শ্রীভূমিৰ বিবাহ হয়। * * * * * * * * ॥ ১২৪৫ ॥

ভূমিৰ বিবাহ

* * মাঘ * ফেব্রুৱাৰী—অদ্য বৰ ঘৈণীৰ কর্ম্ম শ্রীকমলাকান্ত ও শ্রীদেবকান্ত দ্বাৰা কৰান যায় ॥ ১২৪৬ ॥

বৰঘৈণীৰ কর্ম্ম

---

টোকা :—(১) ৭ মাঘ—মুল পুথিত ভুলকৈ ৫ মাঘ দিয়া আছে।

* *—উৱলি গৈছে। —সম্পাদক।

ঘনকান্তীৰ আৰোগ্যাৰ্থে বটুক পাঠ

৩ ফাগুন, ১৪ ফেব্রুয়াৰী—উমানন্দৰ শ্রীগোপীচন্দ্র দলৈ দ্বাৰা, শ্রীঘনকান্তী বেমাৰ হৈতে আৰাম জন্য শতাবৰ্ত্তন বটুক, ৰাতি অন্য ব্ৰাহ্মণ এক জন সহিত পাঠ কৰান যায় ॥ ১২৪৭ ॥

ঘনকান্তী বোৱাৰী মৃত

৯ ফাগুন, ২০ ফেব্রুৱাৰী—বৃহস্পতিবাৰ ৰাত্রি ৪টা সময়, শুক্লা দ্বিতীয়া তিথিত ঘনকান্তী বোৱাৰী কাল প্ৰাপ্ত হ'ল। শ্রীদেৱকান্ত দ্বাৰা অগ্নিকৰ্ম্ম কৰি কাৰ্য্য লোৱান যায় ॥ ১২৪৮ ॥

শ্রীইন্দু যুবত হোৱা

শ্রীললিত চন্দ্রক জনোৱা

১০ ফাগুন, ২১ ফেব্রুৱাৰী—শ্রীইন্দু যুবত হোৱা, শ্রীললিত চন্দ্রকে চিঠি দিওঁ ॥ ১২৪৯ ॥

উজানে চিঠি

১৩ ফাগুন, ২৪ ফেব্রুয়াৰী—শ্রীশ্রীআউনীআটীয়া গোসাঞী প্রভিতিকে চিঠি লিখোঁ,—ছোৱালী এটি শ্রীৰত্নকান্তৰ কাৰণে (চাবলৈ) ॥ ১২৫০ ॥

চীফ্ কমিচনৰৰ চিঠি জাৰি

শ্রীশ্রীচীফ্ কমিচনৰ,—হিচাবৰ মহৰিৰ* (বন্ধ কৰাব)* ও চহৰৰ মাটি পুৰা ৩২৲ টাকা হব.—চিঠি জাৰি কৰে ॥ ১২৫১ ॥

৫ চৈত্র, সোমবাৰ—শ্রীদূতীৰাম ও শ্রীবলিকান্তকে, এটা ছোৱালী ঠিকনা কৰাৰ কাৰণে, চিঠি লিখোঁ ॥ ১২৫২ ॥

মহাফেজনীয়ে মাটি পোৱা

পুষ্প ও ভূমিৰ দেৱানী মকৰ্দ্দমা (তে) মহাফেজনী তৰসিম্ অৰ্দ্ধেক মাটি ডিক্রী পায় ॥ ১২৫৩ ॥

মহাৰাণীৰ নাতি স্বদেশ যোৱা

৯ চৈত্র, ২১ মাৰ্চ্চ শুক্রবাৰ—শ্রীশ্রীমহাৰাণী বিক্টুৰীয়া ভাৰতেশ্বৰীৰ নাতি শ্রীপ্রিন্স্ আলবাৰ্ট্ বিক্টৰ, ভাৰত ভ্রমণ কৰি ঐ ৰোজ স্বদেশে যাত্রা কৰে। চাৰে চাৰি মাহ, ভাৰতে ফুৰা হ'ল ॥ ১২৫৪ ॥

শ্রীকেম্বল সাহেব চাৰ্জ্জ লোৱা

১২ চৈত্র, ২৭ মাৰ্চ্চ সোমবাৰ—শ্রীকেম্বল সাহেব, শ্রীবিন্-ছীণ্ট্ সাহেব পাশ চাৰ্জ্জ লয় ॥ ১২৫৫ ॥

১৭ চৈত্র, ২৯ মাৰ্চ্চ শনিবাৰ—অদ্য ৰামনৱমী দিবা ২॥০ টা সময়, গোহাটীতে নাউজানত জুই লাগি, শ্রীশ্রীকেশৱকান্ত

---

টোকা :—* * অস্পষ্ট। অনুমানত লিখা হৈছে। —সম্পাদক।

যুৱৰাজৰ সমুদায় ঘৰ পোৰাতে, ছত্ৰাকাৰ দেৱালয় যাই আছিল ॥ ১২৫৬ ॥ কেশৱকান্ত যুৱৰাজৰ ঘৰ পোৰা

১৮ চৈত্ৰ, ৩০ মাৰ্চ্চ —মঞ্জি ছত্ৰাকাৰ দেৱালয়ত দেখা হৈ, এক সিধা ও নয়নচুকৰ থান এটা দিওঁ। ও শ্ৰীকেম্বল সাহেব পাশ যাই, সাহায্য দিবৰ কথা কওঁ। ও টিপিৰী আইদেৱলৈ সিধা এটা দিওঁ ॥ ১২৫৭ ॥ সিধা দিয়া

২৪ চৈত্ৰ (১), ৫ আপৰেল—শনিবাৰ শ্ৰীইন্দুমতীক আগত ৫ বৈশাগ শান্তি দিবৰ স্থিৰ কৰি, শ্ৰীললিতচন্দ্ৰ (বৰদলৈ, স্বামী) ও শ্ৰীমাধবচন্দ্ৰ বৰদলৈকে (তস্য জেষ্ট ভ্ৰাতাকে), চিঠি লিখোঁ ॥ ১২৫৮ ॥ ইন্দুমতীৰ শান্তি বিষয় চিঠি লিখা

২৯ চৈত্ৰ, ১০ (২) আপ্ৰেল—শ্ৰীললিতচন্দ্ৰৰ চিঠি পাওঁ, ছুটী নোপোৱাত, ৫ বৈশাগ শান্তি লবৰ আহিব নোৱাৰা ॥১২৫৯॥ শান্তিৰ কাৰণে ললিতচন্দ্ৰ আহিব নোৱাৰা

৩১ চৈত্ৰ—শ্ৰীদূতীৰামৰ চিঠি পাওঁ, শ্ৰীবাপুটিৰ সৰুটী জীয়েক শ্ৰীৰত্নলৈ দিবৰ বাপেক সম্মত হোৱা বাবত ॥ ১২৬০ ॥



—সমাপ্ত-

---

টোকা :—(১) মূল পুথিত ২৫ চৈত্ৰ।

(২) „ „ ৭ আপ্ৰেল। —সম্পাদক।

# পৰিশিষ্ট—ক

## ৺হৰকান্ত সদৰামীনৰ আত্মজীৱনীত উল্লিখিত ইংৰাজ বিষয়াসকল ঃ

(সময় অনুসাৰে)

### প্ৰথম খণ্ড

| সময় | অসমীয়া নাম | ইংৰাজী নাম |
|---|---|---|
| ১৭৪৪ শক<br>১৮২২ ইং | ডেভিদ্ ইস্কাট কমিচনৰ | Mr David Scott, First Commissioner |
| ১৭৫৫ শক<br>১৮৩৩ ইং | ৰবাট্‌চন কমিচনৰ | Mr T C Robertson, 2nd Commissioner |
| ” | জিন্‌কিন্‌চ্ কমিচনৰ | Lieut Colonel Francis Jenkins 3rd Commissioner |
| ” | কাপ্তান বগল সাহেব | Captain Archibald Bogle |
| ১৭৫৬ শক<br>১৮৩৪ ইং | কাৰকট ( বৰপেটা ) | Cra coft |
| ১৭৫৯ শক<br>১৮৩৭ ইং | মিথি সাহেব কালেক্টৰ | Lieut Colonel Matthie |
| ১৭৬০ শক<br>১৮৩৮ ইং | উইমেষ সাহেব কালেক্টৰ | Weimash ( *vice* Matthie promoted to be Commissioner) |
| ১৭৬৩ শক<br>১৮৪১ ইং | জান বট্‌লৰ জুনিয়ৰ ইন্‌চাৰ্জ্জ | Captain John Butler ( *vice* Weimash recalled to Army ) |
| ১৭৬৪ শক<br>১৮৪২ ইং | বিগি সাহেব কালেক্টৰ | Lieut H Bigge Collector-in-charge |
| ১৭৬৫ শক<br>১৮৪৩ ইং | ডালটীন সাহেব কালেক্টৰ ( কামৰূপ ) | E T Dalton |
| ১৭৬৫ শক<br>১৮৪৩ ইং | গৰ্ডন্ সাহেব কালেক্টৰ ( তেজপুৰ ) | Captain J T Gordon |
| ১৭৬৬ শক<br>১৮৪৪ ইং | প্ৰেমবৰ্টন্ সাহেব | Mr R B Pemberton ( Bhutan Expedition ) |

| সময় | অসমীয়া নাম | ইংৰাজী নাম |
|---|---|---|
| ১৭৬৮ শক<br>১৮৪৬ ইং | বাৰিক মেষ্টৰ সাহেব | Barrick Master ( was fined Rs 4000/- when the church at Gauhati broke down, in the earthquake ) |
| ১৭৭২ শক<br>১৮৫০ ইং | চাৰ্লচ্ স্কাট | Charles Scott ( son of David Scott ) Collector *vice* Dalton transferred to Chotanagpur |
| „ | প্ৰধান লাট পাদুৰী সাহেব গোহাটীলৈ আহে। | ( Lord Bishop of Calcutta ? ) |
| „ | কাপ্তান্ ই, এ, ৰোলট্ সাহেব কালেক্টৰ। | Captain E A Rowlatt, Collector *vice* Charles Scott deceased. |
| „ | বিএছ সাহেব ৰূপৰ মাটি, সোণৰ মাটি ইত্যাদিৰ নমুনা বিলাতলৈ পঠায়। | Major H Vetch |
| ১৭৭৫ শক<br>১৮৫৩-৫৪ ইং | ডিপুটী কমিচনৰ পদ উঠি জুডিচিয়াল কমিচনৰ হয়। ডিপুটী কালেক্টৰ শুচি ডিপুটী কমিচনৰ হয়। | Post of Deputy Commissioner and Deputy Collector changed to Judicial Commissioner and Deputy Commissioner respectively |
| ১৬ মেই<br>১৮৫৪ ইং | শ্ৰীশ্ৰীমিলছ্ জজ সাহেব গোহাটীৰ অফিচ্ চায়হি। | Mr A J Mofatt Mills, Chief of the Sadr Dewani and Nizamat Adalat |
| ১৭৭৮ শক<br>১৮৫৫-৫৭ ইং | এগ্‌নো সাহেব মেজিষ্টৰ হৈ গুৱালপাৰাত ২।৩ জনক ফাঁচী দিয়া শুনা গৈছিল। | W Agnew ( Goalpara ) |
| „ | হেলিডে (হলৰইড ?) সাহেব উজনি খণ্ডত দেশীয় মানুহৰ কথা শুনি বহুত মানুহ নষ্ট কৰিছিল। | Colonel C Holroyd |

| সময় | অসমীয়া নাম | ইংৰাজী নাম |
|---|---|---|
| ১৭৮০ শক ১৮৫৮-৫৯ ইং | লেম সাহেব ইনচাৰ্জ্জ ডেপুটী কমিচনৰ। | Major Thomas Lamb, Deputy Commissioner in charge *vice* Rowlott gone on leave |
| ১৭৮১ শক ১৮৫৯-৬০ ইং | কাপ্তান লয়েড্ ডেপুটী কমিচনৰ। | Captain Lloyd, Deputy Commissioner *vice* Rowlott appointed Political Agent at Cherapunjee |
| ১৭৮২ শক . ১৮৬১ ইং ২৭ ফেব্ৰুয়াৰী | হফ্কিনচন্ কমিচনৰ (কমিচনৰ জেন্কিন্চ্ অৱসৰ লোৱাত )। | Colonel Henry Hopkinson, Commissioner (*vice* Jenkins retired ) |
| ১৮৬১ ইং | ফেৰ জুনিয়ৰ, ইনচাৰ্জ্জ ডেপুটী কমিচনৰ। | Phear Junior, Deputy Commissioner in charge *vice* Lloyd, Deputy Commissioner gone on tour |
| ১৭৮৩ শক ১৮৬১-৬২ ইং | এণ্ড্ সাহেব ( তৃতীয় শ্ৰেণীৰ কমিচনৰ )। | End |
| ১৮৬২ ইং ৪ জুলাই | জি, এইচ হল্টন, একটীং কমিচনৰ ( হফ্কিন্চন্ কমিচনৰ ছুটী লোৱাত) | G H Hulton acting Commissioner *vice* Hopkinson gone on leave |
| ১৮৬২ ইং ৯ জুলাই | ইনক্ৰৌন্চ্ সাহেব ইনচাৰ্জ্জ কালেক্টৰ ( এণ্ড্ সাহেব ছুটী লোৱাত )। | Encrounch, Deputy Commissioner in charge *vice* "End" gone on leave |
| ১৮৬২ ইং ২২-২৫ জুলাই | এছলী বিডন্ ( ৱিডন ? ) লেফ্টেনাণ্ট গবৰ্ণৰ গোহাটীলৈ আহে। | Sir Asley Beadon, ( Eden ? ) Lieutenant Governor |
| ১৭৮৪ শক ১৮৬২-৬৩ ইং ১১ এপ্ৰিল | ডব্লিউ বেকট্ সাহেব ইনচাৰ্জ্জ ডেপুটী কমিচনৰ হয়। | W Backett, Deputy Commissioner in charge |
| ১৭৮৬ শক ১৮৬৪-৬৫ ইং | ৰেৱান সাহেব কিছুকাল ডেপুটী কমিচনৰ। | Ravan, Deputy Commissioner |
| | ঐ যোৱাত 'ছেয়াৰ' সাহেব ডেপুটী কমিচনৰ। | Major Sherer, Deputy Commissioner, *vice* Ravan |
| " অগ্ৰায়ন | কেম্বল সাহেব দেৱানগাড়ী লয়। | Lieut. R Campbell |

| সময় | অসমীয়া নাম | ইংৰাজী নাম |
|---|---|---|
| ১৭৮৮ শক<br>১৮৬৬-৬৭ ইং | কাৰ্ণেগী সাহেব ইনচাৰ্জ্জ ডেপুটী কমিচনৰ (ছেয়াৰ সাহেব ছুটী লোৱাত)। | P T Carnegy, Deputy Commissioner *vice* Sherer gone on leave |
| ১৭৮৯ শক<br>১৮৬৭-৬৮ ইং | বিবৰ সাহেব জুডিচিয়াল কমিচনৰ। | Captain H S Bivar, Judicial Commissioner |
| „ | ফিলিপ সাহেব ডেপুটী কমিচনৰ। | Captain A N Phillips, Deputy Commissioner |
| „ | মিছিল সাহেব এচিষ্টেণ্ট কমিচনৰ (তেজপুৰ)। | Major T B Michell, Assistant Commissioner |
| ১৭৯২ শক<br>১৮৭০-৭১ ইং | বয়ড্ সাহেব (মঙ্গলদৈ)। | Captain M O Boyd |
| ১৭৯৩ শক<br>১৮৭১-৭২ ইং | ফিছৰ সাহেব এচিষ্টেণ্ট্ কমিচনৰ (মঙ্গলদৈ)। | Mr Fisher, Assistant Commissioner |
| „ | শ্ৰীশ্ৰীমেয়ো গবৰ্ণৰ জানৰেলক আন্দামানত হত্যা কৰে। | Lord Mayo, Governor General (killed at Andamans) |
| ১৭৯৫ শক<br>১৮৭৩-৭৪ ইং | হফ্কিন্চন্ অৱসৰ লোৱাত ১৩।২।৭৪ তাং কাপ্তান কীটিং চীফ্ কমিচনৰ (প্ৰথম)। | Captain Keatings, Chief Commissioner of Assam |

| সময় | অসমীয়া নাম | ইংৰাজী নাম |
|---|---|---|
| ১৭৯৫ শক<br>১৮৭৩-৭৪ ইং | চীফ্ কমিচনৰ শ্ৰীশ্ৰীকীটিং | Colonel Keatings, V C , C S I |
| " | এগ্নৌ জুডিচিয়াল কমিচনৰ। | Agnew, Judicial Commissioner |
| " | লেম সাহেব ডেপুটী কমিচনৰ। | Major Thomas Lamb, Deputy Commissioner |
| " | বয়ড সাহেব এচিষ্টেণ্ট কমিচনৰ ( মঙ্গলদৈ )। | Captain M O Boyd, Assistant Commissioner |
| " | লাটুচ্ সাহেব ( মঙ্গলদৈ পহুচে )। | Lattus |
| " | ২৭ আগষ্ট—শ্ৰীশ্ৰীনৰ্থব্ৰুক গৱৰ্ণৰ জানৰেল গোহাটী আহে। | Lord Northbrook, Governor General comes to Gauhati |
| ৭-১-৭৫ ইং<br>" | টেটৰ সাহেব ডেপুটী কমিচনৰ। | ? |
| ১৭৯৭ শক<br>১৮৭৫-৭৬ ইং | ২৫ আষাৰ, ৮ জুলাই শ্ৰীশ্ৰীটেম্পল লেফটেনাণ্ট গৱৰ্ণৰ। | Sir Richard Temple, Lieut Governor |
| " | হিন্নু সাহেবক হৰকান্ত সদৰামীনে দেখা কৰে। | Captain Hannay, Assistant Commissioner |
| ২৩ ডিচেম্বৰ<br>১৮৭৫ শক | কোইন ভিক্টোৰীয়াৰ পুত্ৰ প্ৰিন্স্ অৱ ৱেলচ্ কলিকাতা পহুচে। | Prince of Wales ( son of Queen Victoria ), reaches Calcutta |
| ১৭৯৮ শক<br>১৮৭৬-৭৭ ইং | ৩২ জৈষ্ঠ, শ্ৰীশ্ৰীওৱাৰ্ড্ জজ খেতাপ পায়। | Ward (Judge-Commissioner) |
| ১৮০১ শক<br>১৮৭৯-৮০ ইং | ডনেচন ডেপুটী কমিচনৰ। | Danison, Deputy Commissioner. |

| সময় | অসমীয়া নাম | ইংৰাজী নাম |
|---|---|---|
| ৩ মাৰ্চ্চ, ১৮৮১ ইং | শ্ৰীশ্ৰীবেলি সাহেব চীফ্ কমিচনৰ (১৮৭৮-১৮৮১) | Sir S C Bayley |
| ১৮০৩ শক ১৮৮১-৮২ ইং | শ্ৰীশ্ৰীএলিয়ট্ চীফ্ কমিচনৰ। | Sir C A Elliot, K C S I |
| " | ডনেচন্ সাহেব ডিপুটী কমিচনৰ। | Danison, Deputy Commissioner |
| " | ওৱাৰ্ড জজ কমিচনৰ। | Ward, Judge-Commissioner |
| " | ব্ৰেনবিল সাহেব | Branville |
| ১৮০৫ শক ১৮৮৩-৮৪ ইং | কেম্বল সাহেব যায—শ্ৰীহিঅ সাহেব একটীং ডেপুটী কমিচনৰ। | Hewett, Acting Deputy Commissioner *vice* Campbell |
| ১৮০৯ শক ১৮৮৭-৮৮ ইং | শ্ৰীশ্ৰীফিট্‌প্যাটী চীফ্ কমিচনৰ। | Mr D Fitz-patrick, Chief Commissioner (1887-79 A D) |
| ১৮১০ শক ১৮৮৮-৮৯ ইং | মিল সাহেবৰ বাঙ্গালালৈ হৰকান্ত সদৰামীন যায়। | Mr Mill mentioned above |
| " | শ্ৰীহেট (গেইট্ ?) সাহেব একটিং ডেপুটী কমিচনৰ | ? Acting Deputy Commissioner (Mr Gait) |
| ১৮১০ শক ১৮৮৮-৮৯ ইং | শ্ৰীলা সাহেব ডেপুটী কমিচনৰ। | Mr Lyall (afterwards Sir Charles Lyall, K C S I C I F ?) |
| ১৮১১ শক ১৮৮৯-৯০ ইং | শ্ৰীশ্ৰীকুইণ্টন্ সাহেব চীফ্ কমিচনৰ। | Mr J W Quinton C S I Chief Commissioner |

## পৰিশিষ্ট—খ

৺হৰকান্ত সদৰামীনৰ আত্মজীৱনীত ব্যৱহৃত ইংৰাজী, আৰবী, ফাৰ্চী আদি শব্দাৱলী।

(সঙ্কেত ইং = ইংৰাজী। সঙ্কেত নথকা শব্দ আৰবী বা ফাৰ্চী বা উৰ্দ্দু বুজিব)

### আ

| | |
|---|---|
| আখেৰিতে | শেহত, শেষ সময়ত, towards closing time |
| আচালতন | স্থায়ী, নিগাজী, permanent |
| আচিচৰ | কৰ বা খাজানা নিৰ্দ্ধাৰণ কৰোঁতা, an assessor one who fixes raxes of rent |
| আদালত | বিচাৰালয়, a court of justice |
| আমলা | কেৰাণী, কৰ্ম্মচাৰী, a clerk, a ministerial officer of a governmet office |
| আমানত | জমা দিয়া টকা, money which is deposited. |
| আয়েজাম | যোগাৰ দিয়া, furnish, supply |
| আয়েন্দা | আগলৈ। |
| আৰ্দ্দালী (ইং) | আজ্ঞাবহ কৰ্ম্মচাৰী, আজ্ঞাবহ ভৃত্য, an orderly officer, a servant who conveys orders from his master |

### ই

| | |
|---|---|
| ইজাৰা | নিৰ্দ্দিষ্ট জমাত ম্যাদি বন্দবস্ত, farm, lease, contract, monopoly |
| ইন্‌কম্ টেক্স (ইং) | আয়কৰ, income tax |
| ইন্‌চ্‌পেক্টৰ (ইং) | তত্বাবধায়ক, inspector |
| ইন্‌তাহান্ | পৰীক্ষা, examination |
| ইস্তক | পৰা, যেনে জানুৱাৰী ইস্তক = জানুৱাৰীৰ পৰা, from a point of time |

| | |
|---|---|
| ইত্তকচাৰি | বিচাৰকৰ আগত দিয়া ফৰীয়াৰ প্ৰথম জবান-বন্দী, initial statement by the complainant before a magistrate. |
| ইস্তাহাৰ | ঘোষণা, জাননী, declaration, notice |
| ইস্পিচিয়েল ( ইং ) | বিশেষ, especial |

## এ

| | |
|---|---|
| একটিন্ ( ইং ) | অস্থায়ী, acting, officiating |
| একুণ | মুঠ, total |
| এত্যালা ( এত্লা ) | জাননী, notice, ছুটীৰ কাৰণে দিয়া দৰখাস্ত, an application for leave of absence |
| এন্তাম | গোটাই আনি জমা দিয়া, collecting and furnishing, supplying |
| এবালিচ্ ( ইং ) | উঠুৱা, উঠাই দিয়া, abolish |

## ও

| | |
|---|---|
| ওকীল ( ৱকীল ) | উকীল, pleader |
| ওৱাচিল | আদায়, acknowledging payment or receipt |
| ওৱাপোচ | ঘূৰাই দিয়ন, returning |
| ওৱাৰিচ | উত্তৰাধিকাৰী, গৰাকী, অংশীদাৰ, an heir at law, owner, share-holder |
| ওৰফে | আন নাম, উপনাম, another name, alias |

## ক

| | |
|---|---|
| কবুলিয়ৎ | স্বীকৃত কাৰ্য্য, acceptance, যি নিয়মৰ অধীনে লওঁতাই পট্টা আদি গ্ৰহণ কৰে, conditions in a document under which the lessee accepts the lease |
| কমিচন ( ইং ) | দস্তুৰী, commission বিশেষ অৰ্থ—চৌধাৰী আদিয়ে চৰকাৰী খাজনা তোলাৰ বাবে প্ৰাপ্য মজুৰী। Commission granted to chowdharies and mauzadars for collecting rents |

| | |
|---|---|
| কমিচনৰ | কোনো বিষয়ৰ তদন্তকাৰী। Commissioner for special enquiry ভেলীৰ প্ৰধান চৰকাৰী বিষয়া commissioner of a valley. |
| কমিটি (কমিটী) ( ইং ) | সভা, committee. |
| কায়েদা | বিধি, নিয়ম, আইন, custom, rule, law |
| কায়েমী | স্থায়ী, permanent |
| কালেক্টৰ ( ইং ) | জিলাৰ ৰাজস্ব বিষয়ক প্ৰধান কৰ্ম্মচাৰী, chief government officer in charge of rent |
| কালেক্টৰি ( ইং ) | ৰাজস্ব বিষয়ক বিভাগ বা অফিচ ( from Collectory or Collectorate ) office of the Collector, department for rent |
| কেতা | খন, খণ্ড, piece, যেনে—হাজাৰ কেতা দৰখাস্ত = হাজাৰখন দৰখাস্ত। |
| কৈফিয়ৎ | জমা-খৰচৰ বাকী কটা, striking a balance of receipt and expenditure, জবাব, explanation |

## খ

| | |
|---|---|
| খাচ | নিজৰ, one's own |
| খাচ বন্দবস্ত | ৰায়তৰ লগত পোনপটীয়া বন্দবস্ত, settlement of land, direct with the ryots |
| খানা | ভোজ্য, ভোজ, food, a feast |
| খিলাপ ( খেলাফ্ ) | নিয়ম লঙ্ঘন, violation, lapse |
| খেৰাজী জমি | যি মাটিৰ খাজনা দিব লাগে, revenue paying land |

## গ

| | |
|---|---|
| গ্ৰেপ্তাৰ গ্ৰেফ্তাৰ | বন্দীকৰণ, arresting, placing one under arrest |
| গোমস্তা | প্ৰতিনিধি, কৰ্ম্মচাৰী, agent |

## চ

| | |
|---|---|
| চাৰ্টিফিকেট্ ( ইং ) | নিদৰ্শন পত্ৰ, সনদ, certificate, sanad. |

| | |
|---|---|
| চাপৰাছি | চাপৰাছ পিন্ধোতা, পিয়ন, লগুৱা, an orderly, a menial servant |
| চাপাচী | লুকাই ৰখা, concealed, suppressed |
| চামিল | একত্রিত, যুক্ত, মিলিত, united, annexed, combined |
| চেকেট্টৰ ( চেক্রেটাৰী ) | কাৰ্য্যাধ্যক্ষ, সম্পাদক, secretary |
| চেৰস্তা | বিশেষ কাগজ-পত্রাদিৰ বিভাগ, department of documentary papers, records etc |
| চেৰস্তাদাৰ | কাগজ-পত্রাদিৰ বিভাগীয় অধিকাৰী বিষয়া, an officer in charge of a depertment of papers etc ( চেৰস্তা ) |

## জ

| | |
|---|---|
| জওজে | স্বামী, husband |
| জজ ( ইং ) | বিচাৰক, an officer for administering justice |
| জবাব | উত্তৰ, প্রত্যুত্তৰ, কৈফিয়ৎ, an answer, a reply, an explanation |
| জমা-বন্দী | খাজানা ধাৰ্য্য কৰা আৰু হিচাপ ৰখা বহী, a register of assessment of rent |
| জহৰ | বিষ, poison |
| জাৰি | হুকুম কামত খটোৱা, executing an order, যেনে—ডিক্রীজাৰি, পৰৱানা জাৰি ইত্যাদি। |
| জালচাজি | ফাঁক, প্রবঞ্চনা, forgery |
| জুৰী | চেচন আদালতত জজক সাহায্য কৰা বাহিৰা ভাল মানুহৰ মেল, those who sit with the judge and assist him at sessions trials, jury |

## ট

| | |
|---|---|
| টিকট্ ( ইং ) | (১) ৰেল জাহাজ আদিত যাবলৈ আগতে মূল্য দি কিনি লোৱা নিদৰ্শন, ticket |

(২) কোনো লোকক দেখা কৰিবলৈ গৈ, তেওঁলৈ নিজৰ নাম লিখি পঠোৱা কাগজ-খণ্ড, visiting card

(৩) ডাকযোগে পঠোৱা চিঠি আদিত লগোৱা ষ্টাম্প, postage

## ড

| | |
|---|---|
| ডুটি ( ইং ) | কৰ্ত্তব্য, কৰিব লগীয়া কাম, duty, function |

## ত

| | |
|---|---|
| তক | লৈ, extending to, যেনে জাহুৱাৰীতক = জাহুৱাৰীলৈ। |
| তকৰাৰ্ | বিবাদ, dispute |
| তম্বিকৰা | ধমকি দিয়া, chastise. |
| তয়েলাট | ক্ষমতাপ্ৰাপ্ত, empowered |
| তলব | মাতা কাৰ্য্য, summoning. |
| তহকীক | তদন্ত, enquiry |
| তহচীল | খাজানা আদায়ৰ কাৰণে, জিলাৰ বিভাগ বা গাওঁৰ সমষ্টি, circle of a district or unit of villages for realising rent |
| তহচীল কৰা | তহচীলৰ খাজানা তোলা, collecting rent |
| তহচীলদাৰ | তহচীলৰ খাজানা তোলা বিষয়া, an officer for collecting rent of a Tahsil |
| তাবে | অধীনে, under |
| তামাম | সমস্ত, entire |
| তায়েন | নিৰ্দ্দিষ্ট, fixed |

## দ

| | |
|---|---|
| দাওৱা | দাবী, claim |
| দাদখাঁ | প্ৰাৰ্থী, applicant, দাবী কৰোঁতা, claimant |
| দায়েৰ | বিচাৰৰ নিমিত্তে আদালতত সমৰ্পণ কৰা, to institute a case, বিচাৰৰ অধীন, pending trial |

| | |
|---|---|
| দেৱানী আদালত | টকা-কড়ি, জমা-জমি আদি বিষয়ক বিচাৰালয়, civil court |
| দৌৰায় সপৰ্দ্দ | বিচাৰৰ নিমিত্তে আদালতত সমৰ্পিত, committed to trial in a court of justice |

## ন

| | |
|---|---|
| নকল নবীচ | অনুলিপি কৰোঁতা শিক্ষাৰ্থী, a copyist who is a novice, অনুলিপি কৰোঁতা, a copyist |
| নজৰ | দৃষ্টি। |
| নাখেৰাজ (লাখেৰাজ) | নিষ্কৰ জমি, a rent-free land |
| নীলাম | প্ৰকাশ্যকৈ বিক্ৰী, public sale, auction |
| নেক-নজৰ | সু-দৃষ্টি, favorable notice |

## প

| | |
|---|---|
| পৰতাল | সন্দেহ নিবাৰণৰ কাৰণে কৰা জৰীপ, a survey for checking |
| পৰৱানা | হুকুমৰ জাননী, আদেশৰ বিজ্ঞাপন, notice of an order |
| প্যাদা | আজ্ঞাবহ পিয়ন—চতুৰ্থ শ্ৰেণীৰ চাকৰিয়াল—যি উচ্চতন কৰ্ম্মচাৰীৰ আদেশ বহন কৰে। a servant of the fourth grade who conveys an order of his master, to a person |
| পিয়ন ( ডাক-পিযন ) | পত্ৰ বাহক, a postman |
| পেচ্‌কাৰ ( পেছকাৰ ) | বিচাৰক বা উচ্চতন বিষয়াৰ আগত যি কৰ্ম্মচাৰীয়ে কাগজ-পত্ৰ দাখিল কৰে, a clerk, a peshkar who places before or reads out papers to a magistrate or a superior officer |
| পেয়াল ( পিয়ল ) | জোখ, মাপ, জৰীপ, গণনা, measurement, survey, counting |
| পেয়াল সৰেজমী | মাটীৰ গৰাকীক আগত থৈ কৰা জৰীপ। measurement of land—in the presence of the owner |

## ফ

| | |
|---|---|
| ফি | প্ৰত্যেক, each, যেনে—ফি বিঘাত, প্ৰতি বিঘাত। |
| ফয়চলা ( ফইচলা ) | বিচাৰকৰ আদেশ-পত্ৰ, ডিক্ৰি, নিষ্পত্তি বা সিদ্ধান্ত-পত্ৰ, an edict, an order, a decree of the civil court |
| ফয়চলা নবীচ | ফয়চাল বিষয়ক কৰ্ম্মচাৰী, an officer in charge of edicts, etc |
| ফৌত্ | মৃত, dead |
| ফৌজদাৰী আদালত | শাসন বা দণ্ড বিষয়ে বিচাৰালয়, a criminal court of justice |

## ব

| | |
|---|---|
| বটৱাৰা | বণ্টন, ভগাই দিয়া কাৰ্য্য, allocation |
| বদিয়ৎ | জঙ্গল, মৰুভূমি, jungle, desert |
| বন্দবস্ত্ | ঠিক কৰা কাৰ্য্য, আয়োজন, settling, arranging |
| বৰখাস্ত্ | কোনো পদৰ পৰা খেদোৱা কাৰ্য্য, dismissal, ছুটী দিয়া কাৰ্য্য, যেনে—কাছাৰী বৰখাস্ত হোৱাতে ঘৰলৈ আহিলোঁ। |
| বৰদাস্ত্ কৰ্ | সহ্য কৰ্, to bear, to tolerate |
| বাজাপ্ত ( বাজেযাপ্ত ) | পৰাকী নোহোৱাত বা দোষৰ কাৰণে চৰকাৰৰ হাতলৈ অহা মাটি বা সম্পত্তি, annexed, confiscated property |
| বাতিল | ৰহিত, cancelled, rejected, repealed |
| বাৰিক | গঞাই পতা ৰাজহুৱা কামৰ পঁচা তোলা বিষয়া, a village officer appointed by villagers for collecting subscriptions for public feast and festivals etc |
| বাৰিক ( ইং ) | চিপাহী থকা ঘৰ, barrack |
| বাৰিক মাষ্টাৰ (ইং) | সৈন্যাধ্যক্ষ, Barrack Master |
| বাহাল | আগৰ দৰে ৰাখা কাৰ্য্য, reinstating, continuing as before |

| | |
|---|---|
| বেজায় ( বেজাই ) | (১) অতিপাত, (২) কষ্টদায়ক , (1) excessive, (2) painful, troublesome |
| বৈঠক | বহা কাৰ্য্য, sitting |

ম

| | |
|---|---|
| মকৰৰ কৰ্ | নিযুক্ত কৰ্, to appoint |
| মচম্মৎ | মাইকী মানুহৰ নামৰ আগত থকা উপাধি। a title placed before the name of a woman যেনে—মচম্মৎ ফতিমা বিবি। |
| মজ্কা ( মাজকা ) | ক্ষতি, আপত্তি , loss, objection |
| মতলব | ইচ্ছা, অভিপ্ৰায় , wish, intention |
| মবলগ | মুঠ নগদ টকা, total cash money |
| মহকুপ্ কৰ্ / মহকুফ্ কৰ্ | বন্ধ কৰ্ , to stop |
| মহজৰ | মোহৰ, শিলালিপি a seal, a coin, writing on a stone |
| মহল ( মহাল ) | খণ্ড, circle |
| মহাপেচ্ ( মহাফেজ্ ) | চিৰস্তাৰ কাগজ-পত্ৰ আদি ৰাখোঁতা , a record-keeper |
| ম্যাদ, মিয়াদ | নিৰ্দ্দিষ্ট কাল, fixed period |
| মিট্মাট্ | গুচৰীয়া আৰু পদকীয়াৰ সমিল-মিলতা, compromise between disputants, compromise in general |
| মুন্সী | আৰবী, ফাৰ্চীত ভাল জ্ঞান থকা লোক, one versed in Arabic and Persian |
| মেজাজ | মন, মানসিক অৱস্থা, mind, state of mind, temper |
| মোকাবিলা | পৰস্পৰ আলোচনা, পৰামৰ্শ, mutual discussion, consultation |

ৰ

| | |
|---|---|
| ৰসুম্ ( ৰহুম্ ) | কৰ, টকাৰ সুত বৃত্তি, ডাক খৰচৰ কাৰণে টিকট্, tax, interest, duties, postage of a letter. |

| | |
|---|---|
| ৰুজু কৰ্ | দাখিল কৰ্, to institute a case |
| ৰোক | নগদ টকা, cash, ready money |
| ৰোকৰ | জমা-খৰচ লিখা বহী, cash book |
| ৰোকাৰি | জমা-খৰচ লিখন, writing of accounts |
| ৰোজ | দিন, দৈনিক, এদিনৰ খাস্থ সামগ্ৰী, a day, daily, meal for a day |
| ৰোজকাৰ | উপাৰ্জ্জন, জীৱিকা, earning, livelihood |
| ৰোবকাৰি | বিজ্ঞাপন, আদেশ পত্ৰ, notification of an order |

## ল

| | |
|---|---|
| লেপণ্টণ্ট্ গৱৰ্ণৰ | গৱৰ্ণৰৰ তলৰ খাপৰ প্ৰাদেশিক শাসনকৰ্ত্তা, লেফ-টেনাণ্ট্ গৱৰ্ণৰ, Lieutenant Governor |

## স

| | |
|---|---|
| সদৰ | জিলাৰ প্ৰধান কামৰ ঠাই, chief town of a district, cheaf seat of a government |
| সদৰৱালা | সদৰৰ ডাঙৰ বিষয়া, high officer of a town |
| সদৰামীন | অসমত ইংৰাজৰ প্ৰথম আমোলত, মনুচুফৰ নিচিনা কৰ্ম্মচাৰী, a judicial officer similar to a munsif, a magistrate of a lower order |
| সৰ্‌বৰাহকাৰ | ( সৰবৰাহ কৰ্—যোগান দে ) চৰকাৰত খাজানা আদি যোগান দিওঁতা। one who supplies—generally applied to an agent who conducts affairs of the owner of a state or landed property |
| সৰাসৰি | সোনকালে, পোনে পোনে, quickly, directly, straight way |
| সাকিন | ঠিকনা, address |
| সাজ্ৱাল | দেবালয়ৰ ভোগ আদিৰ বাবে দেৱলীয়া কৰ্ম্মচাৰী, an officer in a temple who is respon- |

| | |
|---|---|
| | sible for daily offering of meals etc to the deity of the temple |
| স্কুল ( ইং) | বিদ্যালয়, পাঠশালা, a school |

## হ

| | |
|---|---|
| হৰ্দ্দ | সীমা, boundary |
| হলকা | দুৰ্ব্বল, weak |
| হাইৰাণ্ ( হায়ৰাণ্ ) | হাৰাশাস্তি, harassed, wearied |
| হুজুৰ | মান্যজন, a respectable person |

---

# পৰিশিষ্ট—গ

'সদৰামীনৰ আত্মজীৱনী'ৰ বিশেষ বিশেষ লোক, ঠাই আৰু ঘটনাৰ নিৰ্ঘণ্ট। নামৰ লগত, ( দুহিতৃ ), ( ঘৈণী ), ( দৌহিত্ৰী ), ( পুত্ৰ ), ( বংশ ), ইত্যাদিৰে হৰকান্ত বৰুৱাৰ 'দুহিতৃ' আদি বুজিব।

থ



দ



ধ

ভ



ম

## ল

## হ

# পৰিশিষ্ট—ঘ ( বংশাৱলী )



কান্যকুব্জৰ হৰিপ্ৰিয়া গ্ৰামনিবাসী
সিদ্ধপুৰুষ নন্দনাথ পাণ্ডে
হৰিকান্ত
আচাৰ্য্য গঙ্গাধৰ পাণ্ডে
চক্ৰধৰ
মঞ্জীৰ
নন্দী মহাৰাজ
ৰামানন্দ পণ্ডিত
দয়াশীল পণ্ডিত ( অসমলৈ ১৪৩০ শকত )
দৈত্যাৰি ওৰফে সূৰ্য্যবৰ সোণামুৱা বৰদলৈ ( ১৪৮৫ শক )
জয়ানন্দ সোণামুৱা বৰদলৈ
ময়ূৰধ্বজ সোনামুৱা মজুন্দাৰ বৰুৱা ( ১৫৫০ শক )
দয়াশীল সোণামুৱা মঃ বৰুৱা
চতুৰ্ভুজ হাবুঙ্গীয়া বৰুৱা
চাৰুচন্দ্ৰ সোণামুৱা মজুন্দাৰ বৰুৱা
অম্বৰীষ সোঃ ম বং
সনাতন বা ঈশদত্ত
বলোৰাম
ৰাধাকান্ত বৰুৱা সদৰামীন
সৰ্ব্বশেষ সোঃ মং বঃ
শ্ৰীকান্ত মৌজাদাৰ
গোপীকান্ত মহাপেচ্
বিষ্ণুকান্ত ( বংশ অজ্ঞাত )
শিৱকান্ত ( নিঃসন্তান )
হৰকান্ত বৰুৱা সদৰামীন
গৌৰীকান্ত মৌজাদাৰ
সন্তী (নিঃসন্তান)
কমলাকান্ত কবিৰাজ
ৰত্নকান্ত তহচীলদাৰ
দুৰ্গাকান্ত (নিঃসন্তান)
জয়ন্তী দেৱী
ধৰ্ম্মকান্ত
দেৱকান্ত

# বংশাৱলী (ক্ৰমশঃ)

হৰকান্ত সদৰামীনৰ প্ৰথম পুত্ৰ ৺কমলাকান্ত বৰুৱা কবিৰাজ

কন্যা ৺কালিন্দী
বিবাহ—কদ্ৰখড়িৰ ৺হৰচন্দ্ৰ বৰদলৈ পেচ্‌কাৰ
(ৰায় বাহাদুৰ ৺মাধবচন্দ্ৰ বৰদলৈৰ বৈমাত্ৰেয় ভাতৃ)

৺কৃষ্ণচন্দ্ৰ ওৰফে শিৰীষচন্দ্ৰ

শ্ৰীপৰেশচন্দ্ৰ | শ্ৰীৰমেশচন্দ্ৰ | শ্ৰীত্ৰৈলক্যচন্দ্ৰ (অৰুণ) | শ্ৰীননীগোপাল (বাপধন) | কন্যাসকল

---

৺হৰকান্ত সদৰামীনৰ দ্বিতীয় পুত্ৰ ৺ৰত্নকান্ত বৰুৱা তহচীলদাৰ,
প্ৰসিদ্ধ চিত্ৰ-শিল্পী, চেতাৰবাদ্য বিশাৰদ, অনেক বনৰীয়া জন্তু আৰু শতাধিক পক্ষীৰ
চিৰিয়াখানা পাতি পোহোঁতা

শিশু সন্তান মৃত | ৺ইন্দুমতী বিঃ কদ্ৰখড়িৰ ৺ললিতচন্দ্ৰ বৰদলৈ (ৰায় ৺মাধবচন্দ্ৰ বৰদলৈ বাহাদুৰৰ সহোদৰ ভাতৃ) | ৺তুলসীপ্ৰিয়া (অন্য পৃষ্ঠা চাওক) | শ্ৰীমতী ৰেৱতী সন্তান মৃত | ৺অভয়চন্দ্ৰ কিশোৰ মৃত | ৺নলিনী দেৱী (সন্তান মৃত) বিঃ— শ্ৰীসুৰসেন দলৈ

(ইন্দুমতীৰ সন্তান:)
শিশুকন্যা মৃত | শ্ৰীকুমুদচন্দ্ৰ বৰদলৈ, বি এ বি টি চৰকাৰী হাইস্কুলৰ অবসৰপ্ৰাপ্ত প্ৰধান শিক্ষক, গ্ৰন্থকাৰ | শিশুপুত্ৰ মৃত | ৺সৰোজিনী বিবাহিত (নি:সন্তান) | শ্ৰীউপেন্দ্ৰ চন্দ্ৰ | ৺সতীশ ছাত্ৰাবস্থাত মৃত | শিশু কন্যা মৃত | ৺তৰুণচন্দ্ৰ ছাত্ৰাবস্থাত মৃত

৺লক্ষ্মীপ্ৰিয়া
বিং—উজীৰৰ ৺ইন্দ্ৰেশ্বৰ বৰদলৈ
(মুখ্যমন্ত্ৰী ৺গোপীনাথ বৰদলৈৰ
জ্যেষ্ঠ ভাতৃ) (নিঃসন্তান)

(কুমুদচন্দ্ৰৰ সন্তান:)
৺শিশুপুত্ৰ | শ্ৰীমতী উমাৰাণী আই-এ | শ্ৰীমতী নীলিমা বি-এ | শ্ৰীমান কমলচন্দ্ৰ অভাৰচীয়াৰ | শ্ৰীমতী হেমলতা | শ্ৰীমান চন্দ্ৰশেখৰ | শ্ৰীমতী আৰতী | শ্ৰীমান যতীন্দ্ৰ (সোণকণ)

## বংশাৱলী ( ক্রমশঃ )

৺বসুকান্ত বৰুৱা তহচীলদাৰৰ দ্বিতীয়া কন্যা ৺তুলসীপ্রিয়া দেৱী
বিবাহ—উজীৰৰ ৺আনন্দীৰাম বৰদলৈ ( যি বংশৰ বিখ্যাত লোক
মুখ্যমন্ত্রী ৺গোপীনাথ বৰদলৈ )




---

৺বসুকান্ত তহচীলদাৰৰ তৃতীয়া কন্যা শ্রীমতী ৰেৱতী দেৱীৰ স্বামী
৺মুকুন্দৰাম বৰদলৈ ( উজীৰৰ ) ( নিঃসন্তান )

---

৺হৰকান্ত সদৰামীনৰ ৪র্থ পুত্র ৺ধৰ্ম্মকান্ত বৰুৱা




---

সদৰামীনৰ কনিষ্ঠ পুত্র ৺দেবকান্ত বৰুৱা




“বাপলু” ( ডাঃ শ্রীহৰনাথ বৰদলৈ, এঃ চাৰ্জ্জন )

---

* টোকা—একমাত্র কন্যা শ্রীমতী ঊষাৰাণী দেৱী বি-এ সঙ্গীতজ্ঞা। বিঃ—শ্রীপূর্ণ বৰদলৈ এম, কম্।

# বংশাৱলী (ক্ৰমশঃ)

৺হৰকান্ত সদৰামীনৰ দুহিতৃ
৺জয়ন্তী দেৱী
বিঃ টলাৰ ৺শম্ভুৰাম
- কন্যা (বিদুষী) ৺ৰোহিনী দেৱী
  বিঃ নিতাইৰ ৺তিলক চাংকাকতী
  - শ্ৰীআনন্দ চাংকাকতী

সদৰামীনৰ কনিষ্ঠ ভাতৃ
৺গৌৰীকান্ত বৰুৱা মৌজাদাৰ
- ৺চন্দ্ৰকান্ত বৰুৱা মৌজাদাৰ
  - ৺কেশৱকান্ত বৰুৱা
    - ৺উদয় (অবিবাহিত) আৰু কন্যাসকল
  - ৺বিদ্যাকান্ত বৰুৱা
    - ৺প্ৰমোদকান্ত (ছাত্ৰাবস্থাত মৃত) ও দুই কন্যা
  - কন্যাসকল (সন্দীপিকা চাওক)

---

সদৰামীনৰ সৰ্ব্বজ্যেষ্ঠ ভাতৃ
৺গোপীকান্ত বৰুৱা মহাপেচ্
- ৺কালীকান্ত চিৰস্তাদাৰ
  - ৺পুষ্পকান্ত বৰুৱা
    - ৺বসন্তী (নি.সন্তান)
    - ৺সাৰদাকান্ত
      - পুত্ৰ ও কন্যাসকল
  - ৺ভূমিকান্ত বৰুৱা
    - ৺অতুলী বিবাহিতা নিসন্তান
    - ৺সূৰ্য্যকান্ত বৰুৱা
      - পুত্ৰ ও কন্যাসকল
    - শ্ৰীনীল কান্ত বৰুৱা
      - পুত্ৰ ও কন্যাসকল
    - শ্ৰীহেমকান্ত বৰুৱা
      - পুত্ৰ ও কন্যাসকল
    - ডাঃ ধৰণীকান্ত বৰুৱা এঃ চাৰ্জ্জন
      - পুত্ৰ ও কন্যাসকল
    - শ্ৰীমতী সুৰবালা দেৱী
      বিবাহ—মুখ্যমন্ত্ৰী
      ৺গোপীনাথ বৰদলৈ

সদৰামীনৰ খুৰাক
৺শ্ৰীকান্ত বৰুৱা মৌজাদাৰ
- ৺ৰমাকান্ত মুনচেফ্
  - মহেশ্বৰী বি কলীয়াৰ দেহীৰাম পাটগিৰি
    - পণ্ডিত ৺কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ সঙ্গীতজ্ঞ গ্ৰন্থকাৰ
- ৺ভবানী নি.সন্তান
- ৺ৰতি কান্ত
  - ৺উমাকান্ত
    - ৺অমৃতকান্ত
      - শ্ৰীনৰকান্ত বৰুৱা
        - পুত্ৰকন্যাসকল
    - ৺মহীকান্ত বৰুৱা (২)
      - শ্ৰীচন্দ্ৰাদি পুত্ৰসকল ও কন্যাসকল
- ৺লক্ষ্মী কান্ত (বক্সী)
  - ৺ৰজনী কান্ত (ক)
    - শ্ৰীসূৰ্য্যকান্ত
    - শ্ৰীৰোহিনীকান্ত বি, এল
    - ৺সত্যকান্ত
  - ৺বিৰজা কান্ত
    - শ্ৰীনিশিকান্ত ও কন্যাসকল
  - ৺গিৰি কান্ত
    - যমুনাপ্ৰিয়া (খ)
  - কন্যাসকল

---

টোকা (ক) শ্ৰীসূৰ্য্যকান্ত বৰুৱাৰ পুত্ৰ শ্ৰীবিষ্ণুকান্ত বৰুৱা বি-কম একাউণ্টেণ্ট ও শ্ৰীকৃষ্ণকান্ত চেনিটৰী ইন্‌চপেক্টৰ

(খ) যমুনাপ্ৰিয়া বিঃ সেনদলৈৰ ৺তিলকচন্দ্ৰ—পুত্ৰ শ্ৰীকুশ আৰু শ্ৰীলব ও ভগ্নীসকল।